ৰাজ্যপাল, প্ৰধানমন্ত্ৰী (তেতিয়া মুখ্যমন্ত্ৰী বোলা নহৈছিল), শিক্ষা আয়োগৰ সভাপতি ডঃ ৰাধাকৃষণকো নিজে গৈ লগ নধৰেগৈ, বৰঞ্চ তেখেতসকলেহে তেওঁৰ কাষলৈ আহিব লাগে, যিজনক দেখা কৰিবলৈ ঘণ্টাৰ উপৰি ঘণ্টা, দিনৰ উপৰি দিন বৈ থাকিব লাগে, সেই গৰাকীৰ ছাত্ৰ ৰূপে মই শিৱসাগৰ কলেজৰ অন্তৰ্ভুক্তিৰ বাবে গুৱাহাটীলৈ গৈ বৰ্তমান কটন কলেজৰ অধ্যক্ষৰ বাসভৱনত থকা সন্দিকৈ চাৰক কমেও কুৰিবাৰ মান দেখা কৰাৰ সৌভাগ্য হৈছিল আৰু প্ৰত্যক বাৰতে পোনে পোনে সোমাই যোৱাৰ অধিকাৰ দেখি এবাৰ গণিত বিভাগৰ প্ৰধান অধ্যাপক থাৱানি, আন এবাৰ বুৰঞ্জী বিভাগৰ প্ৰধান অধ্যাপক বাজী স্তম্ভিত হৈছিল।"[23]

শ্ৰীঅনিল শৰ্মাদেৱে জগন্নাথ বৰুৱা কলেজৰ ছাত্ৰ জীৱনৰ কথা লিখিছে ঃ

"১৯৩৮ চনত এই কলেজত শিক্ষা গ্ৰহণ কৰিবলৈ সুযোগ পোৱা ছাত্ৰ এজনৰ দৃষ্টিত কলেজত অধ্যক্ষ আছিল এইজনেই,— সেই সময়ৰ মহাবিদ্যালয়ৰ অধ্যক্ষ আছিল পণ্ডিত শিৰোমণি কৃষ্ণকান্ত সন্দিকৈদেৱ। ডিঙিৰ পৰা তললৈকে কেঁইবাটাও বুটাম লগোৱা এটা দীঘল বগা কোট, কোটৰ ওপৰত লিপিট খুৱাই বাওঁ কান্ধৰ ওপৰত পেলাই লোৱা এখন ভাজ লগা চাদৰ, গোৰোহালৈকে বৈ পৰা ধুতি, চকুত এযোৰ কলা চশমা আৰু ভৰিত কলাৰঙৰ 'পাম্পশ্যু' পৰিধান কৰি অহা এইজন প্ৰশান্ত-সৌম্য ব্যক্তিক দেখিলে আপোনা-আপুনি শিৰ অৱনত নোহোৱাকৈ নাথাকে। সন্দিকৈ ডাঙৰীয়াৰ ছাত্ৰৰ লগত নিবিড় সম্পৰ্ক নাছিল যদিও প্ৰত্যেকজন ছাত্ৰ-ছাত্ৰীৰে ব্যক্তিগত পৰিচয়, তেওঁলোকৰ ৰুচি, অভিৰুচি আৰু অৰ্থনৈতিক অৱস্থাৰ লগত সম্যক পৰিচয় আছিল। দুখীয়া অথচ মেধা শক্তি সম্পন্ন ছাত্ৰ-ছাত্ৰীক তেখেতে নিজৰ জেপৰ পৰা ধন দি সহায় কৰিছিল।"[24]

কলেজীয়া দিনবোৰ অধিবক্তা শ্ৰীতোযেশ্বৰ দত্তই সুঁৱৰিছে ঃ

"আমি এক গোষ্ঠীৰ ছাত্ৰ। দিনৰ পিছত দিন যায়—মঠঙা চাউলৰ ভাত আৰু লাই, ধেকৰাৰ খাৰলি। কেৰাচিন তেলকণৰ অভাৱত সন্ধ্যা পঢ়া-শুনা বন্ধ। এই ছাত্ৰজাকক কোনেও চিনি নাপায়। গা ওলায় তেতিয়া, যেতিয়া কলেজৰ নটিচ বৰ্ডত মাছুল অনাদায়ত নাম কটাৰ জাননী প্ৰকাশ হয়। কোনোৱে মাছুল সংগ্ৰহ কৰিবলৈ ঘৰলৈ যায়গৈ আৰু ঘূৰি নাহে। কোনোৱে যা-যোগাৰ কৰি পুনৰ নাম লগায় আৰু কোনোৱে একো সুবিধা কৰিব নোৱাৰি বিমূঢ় অৱস্থাত দিন কটায়। এই উপায়হীন ছাত্ৰৰ দুই চাৰিজনে একেলগে প্ৰিন্সিপালৰ কোঠালৈ যাওঁ। সোধে 'কি লাগে?' 'চাৰ ফিজ দিব পৰা নাই, নাম কটাৰ জাননী দিছে।' প্ৰশ্নোত্তৰত কোনে কেইমাহৰ ফিজ দিব পৰা নাই কওঁ। 'ফিজ নিদিলে মই কলেজ কেনেকৈ চলাম? চৰকাৰে ৰূপ এগছে দিছে! যোৱা।' এই 'যোৱা' কথাষাৰত তেতিয়া একো অৰ্থ নুবুজিছিলো। 'যোৱা বাক' বোলা হ'লেও কিছু প্ৰবোধৰ থল আছিল। সহায়হীন চিন্তা! কেইদিনমান গ'ল। এদিন পৰিচাৰক পৰেশে

---

23. 'আমাৰ অধ্যক্ষজনা' অসম সাহিত্য সভা পত্ৰিকা, ১৯৮২ চন, পৃষ্ঠা ৩৯।
24. 'সন্দিকৈ আৰু জগন্নাথ বৰুৱা মহাবিদ্যালয়', কৃ.কা.স. স্মৃতিগ্ৰন্থ, ১৯৮৫ চন।

মাত দিলে 'আপোনাক আৰু অমুকক অফিচলৈ মাতিছে।' অফিচ পায় দেখো প্ৰসন্ন হাঁহিৰে কলেজৰ সহায়কে আমাৰ ফালে ফিজ দিয়াৰ ৰচিদ বহীখন আগবঢ়াই দি ক'লে—"প্ৰিন্সিপালে আপোনালোকৰ ফিজখিনি দিলে।"[25]

সেইদৰে শ্ৰীপৱনাথ শৰ্মাদেৱে লিখিছে "১৯৪১ চনত নাজিৰা ন'বাৰ হাইস্কুলৰ পৰা প্ৰৱেশিকা পৰীক্ষা পাছ কৰি দুৰ্বলে যাবলৈ সামৰ্থ্য নথকাত যোৰহাটৰ তৰাজানত মোমাইদেউৰ ঘৰতে আশ্ৰয় লৈ জগন্নাথ বৰুৱা কলেজত নাম লগাই যেতিয়া পঢ়িবলৈ লওঁ, তেতিয়া অধ্যক্ষ ডাঙৰীয়াক ঠিক ঘড়ীৰ কাঁটাৰ দৰে দুপৰীয়া বাৰ বজাত অফিচলৈ অহা আৰু ঠিক দুটা বজাত কলা ৰঙৰ গাড়ীখনত উঠি অফিচৰ পৰা ঘৰমুৱা হোৱা দেখিছিলোঁ। আমি কলেজত থকা দিনবোৰত অধ্যক্ষ ডাঙৰীয়াৰ বদান্যতা আৰু উচ্চ দৃষ্টিভংগীৰ কথা ভালকৈ লক্ষ্য কৰিছিলোঁ। কোনো দুখীয়া ছাত্ৰ-ছাত্ৰীয়ে কলেজৰ মাচুল দিব নোৱাৰিলে বা কিতাপ-পত্ৰ কিনিব নোৱাৰি আমাৰ পৰামৰ্শ বিচাৰিলে সততে অধ্যক্ষ ডাঙৰীয়াক দেখা কৰিবলৈ পঠিয়াই দিছিলোঁ আৰু অধ্যক্ষ ডাঙৰীয়াই তেনে ছাত্ৰ-ছাত্ৰীৰ কথাবোৰ শুনি লৈ আৱশ্যকীয় মাচুল আৰু কিতাপ-পত্ৰৰ দাম নিজৰ বনীয়াকৈ দিছিল। এনে বহুত উদাহৰণ পাইছিলোঁ।"[26]

সাম্যবাদৰ সংগ্ৰামী কৰ্মী স্বৰ্গীয় দধি মহন্তৰ লেখাত আছে—

"………সন্দিকৈদেৱৰ জ্ঞান আহৰণ আছিল যেনেদৰে আজীৱন সাধনা, তেনেদৰেই জাতীয়ভাৱৰ শিক্ষাদান আছিল তেখেতৰ আজীৱন ব্ৰত। ……. সাধাৰণতে দেখা-সাক্ষাৎ কৰাৰ কাৰণে তেখেতৰ একান্ত অনিচ্ছা। কিন্তু চাৰি বছৰ জগন্নাথ মহাবিদ্যালয়ৰ ছাত্ৰ থকাৰ অভিজ্ঞতাৰ মাজেদি লেখকৰ ধাৰণা হ'ল, অপ্ৰয়োজনীয় বিষয়ৰ বাহিৰে প্ৰয়োজনীয় বিষয়ত তেখেতক লগ পোৱা, পৰামৰ্শ পোৱা, সাহায্য পোৱা সকলো সম্ভৱ। ………১৯৩৭ চনত এই লেখক যোৰহাট জগন্নাথ বৰুৱা কলেজৰ প্ৰথম বাৰ্ষিকৰ ছাত্ৰ। …………সম্ভৱতঃ ১৯৩৮ চনৰ ২৬ জানুৱাৰী। সেইদিনা পুৱা মহাবিদ্যালয়ৰ চৌহদত জাতীয় পতাকা উত্তোলন কৰি স্বাধীনতাৰ সংকল্প গ্ৰহণ কৰোঁ। কিন্তু একাংশ ছাত্ৰই ৰাজনৈতিক কাৰণত তাৰ বিৰোধিতা কৰে। পৰিণতিত এক অবাঞ্ছনীয় পৰিস্থিতিৰ উদ্ভৱ হয়। কোনো প্ৰকাৰে সংবাদ গৈ অধ্যক্ষৰ ওচৰ পায়গৈ। কিছু সময়ৰ পিছত দেখা গ'ল, তেখেত আহি নিজৰ কোঠাত সোমাল। সকলো নিস্তব্ধ হ'ল। পতাকা গোটেই দিন উৰি থাকিল। ………………সন্দিকৈদেৱৰ স্বাধীনতা আন্দোলনৰ প্ৰতি গভীৰ আস্থাৰ এটি নমুনা— ১৯৩৭ চনত তেতিয়াৰ জাতীয় কংগ্ৰেছৰ সভাপতি পণ্ডিত জৱাহৰলাল নেহৰুৰ যোৰহাট আগমন। ……………আবেলিৰ ৰাতি প্ৰায় সাত-আঠ মান বজাত পণ্ডিত নেহৰু আহি যোৰহাট পালেহি। ৰাতি দহমান বজাত লেখকে অধ্যক্ষক দেখা কৰে। সন্দিকৈদেৱৰ মুখত এটি মৃদু

25. 'মোৰ শিক্ষাগুৰু পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ', *অসম সাহিত্য সভাপত্ৰিকা*, ১৯৮২ চন, পৃষ্ঠা ৬।

26. 'এজন ছাত্ৰৰ দৃষ্টিৰে অধ্যক্ষ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়া', *প্ৰাচ্যবিদ্যাৰ্ণৱ কৃষ্ণকান্ত*, ১৯৮৪ চন, পৃষ্ঠা ১৪০।

হাঁহি। জনোৱা হ'ল পুৱা ৭-৩০ বজাত তেখেত আহিব লাগিব।....... ........পণ্ডিত নেহৰুক অভ্যৰ্থনা জনাবলৈ পিছদিনা পুৱা ৭-৩০ বজাতে সন্দিকৈদেৱ উপস্থিত। আমাৰ কলেজত প্ৰথম অনুষ্ঠান হোৱাৰ কাৰণে ই কেৱল কলেজৰে অধ্যাপক আৰু ছাত্ৰসকলৰ সমাৱেশ নাছিল। মহাবিদ্যালয়ৰ বৃহৎ চৌহদ লোকাৰণ্য। সন্দিকৈদেৱে নেহৰুক আদৰণি জনালে। লেখকে অভিনন্দন পত্ৰ পাঠ কৰিলে।...... ......সন্দিকৈদেৱৰ জাতীয় ভাব কিমান প্ৰবল, ই তাৰে নমুনা। তেখেতৰ টকাৰ অভাব নাছিল। নিজে আৰু ভ্ৰাতৃয়েও বিদেশত শিক্ষা লৈ আহিছিল। আজি মাহেকেইশমান মাত্ৰ টকা উপাৰ্জন কৰা লোকেও ইংৰাজী মাধ্যম বা অসমৰ বাহিৰত নিজৰ ল'ৰা-ছোৱালীক শিক্ষা দিয়াৰ যি প্ৰৱণতা তাৰ লগত তুলনা কৰিলে দেখা যায়, সন্দিকৈদেৱে নিজৰ একমাত্ৰ পুত্ৰ আৰু দুগৰাকী কন্যা, ভাগিনীয়েক সকলোকে সেই নৱস্থাপিত মহাবিদ্যালয়ৰ বাহিৰে আনলৈ নপঠোৱাৰ উদাহৰণ হ'ল, তেখেতৰ গভীৰ দেশপ্ৰেম আৰু জাতীয় শিক্ষাৰ প্ৰতি এক অনুকৰণীয় উদাহৰণ। সামান্য কেইটিমান ঘটনাৰ যোগেই সন্দিকৈদেৱৰ মহান অন্তৰৰ যি পৰিচয় লাভ হৈছিল তাৰ প্ৰতি থকা অন্তৰৰ গভীৰ শ্ৰদ্ধাত তেখেতৰ বিয়োগ বাতৰি শুনাৰ লগে লগে অজ্ঞাতসাৰে ধাৰাসাৰে চকুপানী ওলাই আহিছিল।"[27]

The North East Times বাতৰি কাকতত শ্ৰীহেমচন্দ্ৰ শৰ্মাই স্মৃতিচাৰণ প্ৰবন্ধত লেখিছে ঃ But who was that gentleman with specs? While returning from school I had seen him earlier too with an umbrella over his head, a pair of black shoes, a spotless dhuti and invariably a cotton coat. To measure the learning of a man, somebody told me somewhere, don't look for his certificates, observe his gait or the manner he walks. That gentleman with specs walked along with a measured gait and carried something uncommon. The gentleman I came to know later was no other than Krishna Kanta Handiqui.

Yes, very few people had seen or had any opportunity to meet Handiqui at Jorhat itself where he was born and brought up. There were students who, from their admission into and departure from, the J B College had any opportunity to meet or even to see Handiqui, their principal. But surprisingly, he knew every student and his whereabouts., Particularly during the second World War when the college was under the occupation of military personnel, he managed the college affairs from his residence. Yet he made us feel his presence with his timely and prompt action on our various problems. Principal Jajñeswar Sarma, formerly a lecturer in English of the

27. 'অধ্যক্ষ কৃষ্ণকান্ত সন্দিকৈ', *প্ৰকাশ*, একাদশ সংখ্যা, ১৯৮২ চন, পৃষ্ঠা ১১৫।

college, rightly said—"Handiqui unseen was more powerful than Handiqui seen." Besides liberal donations for other causes Handiqui helped monetarily many poor and deserving students. He had also donated his allowances to the college fund. During those disturbing days the college sat in the public theatre hall and we attended the lectures facing the beautiful drop of the hall and with fighter planes whirling above. Quite unexpectedly one day principal Handiqui, perhaps out of love for the students, came to the Theatre Hall to attend a cultural evening by the students. A student while demonstrating a humorous skit dropped into the stage and announced--"I've just arrived from England. I came all the way flying-flying over the mountains and seas but suddenly on my way I fell into the Black Sea. Well, I am not so black as you see me now, by falling into that Black Sea only I look a bit blackish." It was not a humour of very high standard so as to evoke laughter of a serious person like principal Handiqui but he laughed along with the students heartily and seemed to have enjoyed it fully.

In 1946 just after appearing at the BA Examination I intended to study music at the Lucknow music college and applied for a scholarship through the principal. I approached Handiqui for his recommendation. "Do you know something of music?" he queried. "Yes, sir. This year and last year too I stood first in the college music competition," proudly I submitted. My reply did not seem to have satisfied him. Again he asked me. "Do you know to play on this......this....?" He gesticulated to find out the name of the instrument. "Harmonium, sir?" "Yes , yes"—he laughed at his ignorance and then added "I shall however recommend it. but I feel it'll help you little. You better procure a certificate from a good musician here." I named a famous musician of Jorhat. "Sh! what does he know about music? Tall talks, only all rubbish!"

I wonder even today how accurately Handiqui could judge the merit of a man remaining indoors most of the times.[28]

জনসমাজৰ পৰা আঁতৰি থাকিও সন্নিকটৰে পৰিচিত সকলৰ লগত সহৃদয়তাৰ এনাজৰীডাল অটুট ৰাখিছিল, কম কথা ক'লেও কথা বতৰাত তেওঁৰ ধেমেলীয়া স্বভাৱৰ ৰূপটো প্ৰকাশ পাইছিল। সততে মিলা-জুলা নকৰাৰ হেতু সেই মানুহেও পণ্ডিতগৰাকীৰ

28. 'Sahitya Sabha's Youngest President'. *The North East Times*, November 22, 1992.

আঁৰত নানান গল্প-গুজৱ কৰি আমোদ পাইছিল। এই বঢ়া-টুটা আমোদজনক গল্প-গুজৱবোৰ তেওঁৰ কাণত নপৰাকৈ থকা নাছিল, কিন্তু এই বিষয়ত সদায়েই আছিল অতি নিৰ্বিকাৰ। এনে এটা আমোদজনক কথাৰ বিষয়ে প্ৰবীন নাট্যকাৰ আনন্দচন্দ্ৰ বৰুৱাই স্মৃতিচাৰণ প্ৰবন্ধত উল্লেখ কৰিছে ঃ

"................পশ্চিমৰ পৰা অহাৰ পিছত এই লেখক তেখেতৰ ওচৰলৈ প্ৰায়েই গৈছিল। প্ৰথম দৰ্শনতে তেখেতে মোক কৈছিল, 'মোৰ মনটো ইয়াত নাই—সেই বিশ্ববিখ্যাত পণ্ডিতসকলৰ লগতহে আছে।' ..........সেই সময়ত মই আৰু মোৰ স্বৰ্গীয় বন্ধু কৰুণাধৰ বৰুৱা দুয়ো এদিন তেখেতৰ ওচৰলৈ গৈছিলোঁ। আমাৰ বাণী সম্মেলন নামে এক সাংস্কৃতিক অনুষ্ঠান আছিল। আমি সন্দিকৈক এদিন সভাপতি ৰূপে বহুৱাই সমাদৰ জনাম বুলি আশা কৰিছিলোঁ। .............বিফল হৈ উলটি আহিলো, কিন্তু আমি তেখেতক এদিন নহয় এদিন সভাপতি পাতিম বুলি দৃঢ় প্ৰতিজ্ঞ হ'লো। ১৯৪৭ চনত প্ৰখ্যাত পণ্ডিত ডঃ সুনীতি কুমাৰ চট্টোপাধ্যায় জে. বি. কলেজত প্ৰতিভা দেৱী বক্তৃতা দিবলৈ আহি তেখেতৰ ঘৰত আলহি হৈ আছিল। সন্দিকৈ ডাঙৰীয়াক ডঃ চট্টোপাধ্যায়ৰ সম্মানাৰ্থে বাণী-সম্মেলনৰ এক অধিবেশন আমি পাতিম বুলি জনালোঁ। তেখেতে আনন্দ মনেৰে অনুমতি দিলে। সেই ছেগতে সন্দিকৈ ডাঙৰীয়াকো সভাপতি ৰূপে বহুৱাম বুলি স্থিৰ কৰিলোঁ। ..........সেই সভাখনৰ জাননী ডাঙৰ ডাঙৰ আঁখৰেৰে ছপাই নগৰৰ নানা ঠাইত আঁৰি থৈছিলোঁ। তাতে লেখা আছিল 'সভাপতি শ্ৰীকৃষ্ণকান্ত সন্দিকৈ।' তেখেতে পিছত মোক লগ পাই ক'লে, 'মোৰ নামটো ডাঙৰ আখৰেৰে লেখি গছত মাৰিবলৈ কোনে কৈছিলে?' ভয়ত মই নিমাত হৈ তলমূৰকৈ থাকিলোঁ।" ('*প্ৰকাশ*', দশম সংখ্যা, ১৯৮২ চন)।

## বৰেণ্য সাহিত্যিকসকললৈ উদগনি

অধ্যয়ন আৰু গ্ৰন্থ ৰচনাৰ মাজতো সন্দিকৈদেৱে যেনেকৈ জগন্নাথ বৰুৱা কলেজ অসীম পাৰদৰ্শিতাৰে চলাইছিল, সেইদৰে অসমীয়া বৰেণ্য সাহিত্যিক সকলে ৰচনা কৰা গ্ৰন্থৰাজিত পাতনি লিখি প্ৰেৰণা দিছিল। সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাদেৱে ৰচনা কৰা *'শকুন্তলা'* নাটকৰ (১৯৪০ চন) ভূমিকাত সন্দিকৈদেৱে সংস্কৃত কাব্যত নায়িকাৰ আন্তৰিক পৰিশুদ্ধিৰ ওপৰত গুৰুত্ব দিয়া দিশটোৰ আলোকপাত কৰিছে—

"........ কালিদাসৰ শকুন্তলা নাটক বিশ্ব সাহিত্যত কিয় ইমান বিখ্যাত তাক সতকাই কোৱা টান। ইয়াৰ অনিৰ্বচনীয়তা গুণেই আকৰ্ষণৰ প্ৰধান কাৰণ। অৱশ্যে ওপৰে ওপৰে ক'ব পাৰি যে সাধাৰণ সঁজুলিকে কালিদাসে অপৰূপ ৰূপেৰে সজাইছে। 'ক্লেশঃ ফলেন হি পুনৰ্ণৱতাং বিধত্তে' দুখ-কষ্ট সফল হৈ জীৱনৰ নবীনত্ব সাধন কৰে, এই মৰ্মে কালিদাসৰ এটা নিজৰ কথা আছে। এই কথা শকুন্তলা নাটকত খাটে। পৰৱৰ্ত্তী যুগৰ গ্ৰীক-সাহিত্যৰ গদ্য-উপন্যাস বিলাকতো দেখা যায় অনেক দুখ-ভোগৰ পাছতহে নায়ক-নায়িকাৰ মিলন হৈছে। কিন্তু এই ৰচনাবিলাকত প্ৰণয়ৰ প্ৰতিবন্ধক প্ৰায়েই বাহিৰা ঘটনা-চক্ৰৰ পৰা হোৱা দেখা যায়। সংস্কৃত কবিসকলে এই ক্ষেত্ৰত আন্তৰিক পৰিশুদ্ধিৰ ওপৰতহে বেছি ভৰ

দিছিল। পাৰ্বতীৰ তপস্যা, শকুন্তলাৰ সামাজিক লাঞ্ছনা, কাদম্বৰীৰ শৰ ৰক্ষা আদি এই আন্তৰিক পৱিশুদ্ধিৰ একোটা স্তৰ মাথোন। শকুন্তলা নাটকতো শিশু সন্তানে যেতিয়া মাকক 'এওঁ কোন আই?' বুলি দুষ্যন্তৰ কথা সুধিছে তেতিয়া শকুন্তলাই মাত্র উত্তৰ দিছে—'সোধ তোৰ ভাগ্যক সোণাই।' এই এষাৰ কথাতে শকুন্তলাৰ নিজৰ দুখ-দুৰ্ভাগ্যৰ সকলো কাহিনী নিহিত হৈ আছে। বাস্তৱতে শকুন্তলা নাটকত এটা নিফুট কান্দোনৰ সুৰ আদিৰ পৰা অন্তলৈকে বিলীন হৈ আছে। ........আশ্ৰমৰ পৰা পতি-গৃহলৈ যাবৰ সময়ত শকুন্তলাৰ বিদায় দৃশ্য কালিদাসৰ এটা বিখ্যাত সৃষ্টি। এই দৃশ্যৰ লগত কালিদাসে তেওঁৰ দেশবাসীৰ ঘৰুৱা জীৱনৰ কত শোক-হুমুনিয়া জড়িত কৰি গৈছে তাক ভুক্তভোগীৰ বাহিৰে আনে উপলব্ধি কৰা টান।

"আগবাৰী শুৱনি কাকিনী তামোল
পাছবাৰী শুৱনি পাণ,
বৰঘৰ শুৱনি জীয়াৰী ছোৱালী
উলিয়াই দিবলৈ টান।"—আদি অসমীয়া বনগীত

একোটাতো ভাৰতীয় ঘৰুৱা জীৱনৰ এই কৰুণ মুহূৰ্তটো ফৰকাল হৈ উঠিছে। মাঘ কবিয়ে পৰ্বত বৰ্ণাওতে লিখিছে—"পৰ্বতৰ জীয়াৰী জুৰি-নৈবিলাক স্বামীৰ (অৰ্থাৎ সাগৰৰ) উদ্দেশ্যে গৈছেগৈ; চৰাইবিলাকৰ কৰুণ চিএৰ যেন শোকাতুৰ পৰ্বতৰ কান্দোনৰ ধ্বনি!"

কবি নলিনীবালা দেৱীৰ 'সপোনৰ সুৰ'ৰ পাতনিত সন্দিকৈদেৱে কবিৰ কাব্যপ্ৰতিভা বখানিছে ঃ

"দুখ-বেজাৰৰ বোজাৰ পৰা শান্তি লভিবৰ কাৰণে কবিয়ে বিবেক আৰু যুক্তিৰ অতীত, নিভৃত চিন্তা আৰু ধ্যানৰ পুৰীত আশ্ৰয় লোৱাটো স্বাভাৱিক। কল্পনাৰ ৰহণেৰে ইয়াকে তেওঁ কোনোবা অচিন সৌন্দৰ্য্যৰে ভৰা সপোন-ৰাজ্যৰূপে আঁকিবলৈ চেষ্টা কৰিছে। যেনে— কোনে জানে কোনে ক'ব পাৰে

সীমাবদ্ধ মানৱ দৃষ্টিৰ
সৌন্দৰ্যৰ ৰূপৰ আঁৰত,
আছে কোন অলকা পাৰৰ
মানসৰ লীলাময় দেশ
কল্পনাৰ সাগৰ পাৰত।"

............."দুখৰ কৰুণ সুৰ শুনা গ'লেও 'সপোনৰ সুৰত' নিৰাশাৰ ভাব দেখা নাযায়। কবিৰ আধ্যাত্মিক সাহ প্ৰশংসনীয়। মানৱ জীৱনৰ অসীম ভৱিতব্যতাৰ ওপৰত কবিয়ে বিশ্বাস ৰাখিছে আৰু "মানুহ-ধৰম"ৰ উচ্চস্তৰ বখানিছে।

তোমাৰ অসীম যোগ
ভাঙিব নোৱাৰে কেৱে
তুমি চিৰ শাশ্বত অমৰ,
তোমাৰ শকতি লৈয়ে

চলিছে বিশ্বৰ লীলা
কত কল্প যুগ যুগান্তৰ।

'সপোনৰ-সুৰত' তৰুণৰ ক্ষণিক উচ্ছ্বাস নাই আৰু তৰুণ প্ৰেমৰ লয়লাসো ইয়াত নাই। কিন্তু ইয়াত এটা ধাৰাবাহিক হিয়াভেদী সুৰ আছে। সহানুভূতিশীল পাঠকে তাক সহজে উপলব্ধি কৰিব পাৰিব।" (১৬-২-৩৮)

ৰায় বাহাদুৰ সূৰ্য্যকুমাৰ ভূঞাদেৱৰ 'জয়ন্তীয়া বুৰঞ্জী' নামৰ গ্ৰন্থখনৰ সমীক্ষাত সন্দিকৈদেৱে অসমৰ অতীজ চিত্ৰ কলাৰ বিষয়ে মন্তব্য দিছে ঃ

"We may remark in passing that the Assam school of painting is an interesting field of research which has been completely neglected by students of Indian Art. Assam painting may be an offshoot of the Rajput school, but has distinctive features of its own."

বিশেষ উল্লেখনীয় যে অসমৰ চিত্ৰকলাৰ বিষয়ে সন্দিকৈদেৱে হৰিনাৰায়ণ দত্তবৰুৱা ৰচিত 'চিত্ৰ ভাগৱত' নামৰ গ্ৰন্থখনৰ পাতনি লিখিছিল। ইংৰাজীত লেখা তেখেতৰ এই পাতনি খনত মধ্যযুগৰ ভাৰতীয় চিত্ৰকলাৰ এটা তুলনামূলক পাতনি মেলি তেখেতে মন্তব্য কৰিছে যে, সপ্তদশ শতিকালৈকে ৰাজপুত চিত্ৰকলাৰ লগত কোনো যোগসূত্ৰ নোহোৱাকৈয়ে অসমীয়া ভাগৱতখন চিত্ৰৰ যোগে ৰচনা কৰাটো অসমৰ চিত্ৰকলাৰ ইতিহাসত এটা গুৰুত্বপূৰ্ণ দিশ।

প্ৰয়াত আব্দুছ ছাত্তাৰ প্ৰণীত 'প্ৰসঙ্গ কোষ', হৰি নাৰায়ণ দত্তবৰুৱা ৰচিত 'চিত্ৰ ভাগৱত', প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত 'ভৱভূতি আৰু সংস্কৃত সাহিত্যত তেওঁৰ ঠাই' নামৰ গ্ৰন্থসমূহত সাৰগৰ্ভ পাতনি লেখি সন্দিকৈদেৱে বৰেণ্য সাহিত্যিক সকলক উদগনি দিছিল। ইয়াৰ উপৰিও ভাৰত-তত্ত্ব বিষয়ৰ গ্ৰন্থৰাজিৰ সমীক্ষা সম্বলিত Oriental Literary Digest নামৰ আলোচনীখনত সন্দিকৈদেৱে নিয়মীয়াকৈ গ্ৰন্থ সমীক্ষা আগবঢ়াইছিল। পুনাৰ ডেক্কান কলেজৰ পৰা প্ৰকাশিত এই মাহেকীয়া আলোচনীখন ডেক্কান কলেজৰ অধ্যক্ষ ডঃ এছ্. এম. কাট্ৰে ডাঙৰীয়াই সম্পাদনা কৰিছিল। তেখেতৰ সম্পাদনাৰ কামত সহযোগ কৰিছিল সন্দিকৈদেৱ আৰু ভাৰতৰ কেইগৰাকীমান প্ৰসিদ্ধ সংস্কৃতজ্ঞ ভাৰত-তত্ত্ববিদে। সন্দিকৈদেৱে আগবঢ়োৱা গ্ৰন্থ সমীক্ষাৰ* কেইখনমান গ্ৰন্থৰ নাম তলত দিয়া হ'ল ঃ

- *The Immanence of God*–by Pandit Madan Mohan Malaviya
- *Way to God-Realization*–by Hanuman Prasad Poddar
- *Mind : its mysteries and control*–by Swami Sivanada Saraswati
- *The Divine Life* by Swami Ramdas
- *Self-Expression and the Indian Social Problem*–by Satya Dass
- *Valmiki Ramayana* Text and translation–by Prof. P. P. S. Sastri
- *The Mahabharata* Translated–by Dr. V. Raghavan
- *Srimad Bhagavata* Translated–by Dr. V. Raghavan

- *The Nirguna School of Hindi Poetry* : An exposition of Medieval Indian Santa Mysticism by–P. D. Barthwal
- *The Land of Gurkhas, or the Himalayan Kingdom of Nepal* by Major W. B. Northey
- *The Story of Mirabai*–by Bankey Behari
- *Assam Buranji or A History of Assam from 1648 to 1681 A.D.* Edited by S. K. Dutta
- *Jayantia Buranji or a Chronicle of Jayantia* Edited by Rai Bahadur S. K. Bhuyan. □□

পুনাৰ ডেক্কান কলেজৰ সৌজন্যত

বিঃ দ্ৰঃ— পৰিশিষ্টত উপৰোক্ত গ্ৰন্থসমীক্ষা সন্নিবিষ্ট কৰা হৈছে।

## যশস্তিলক

১৯২৭ চনত ইউৰোপৰ পৰা ফিৰি আহি সন্দিকৈদেৱে বৈদিক সংস্কৃত সাহিত্যৰ পুনৰ গৱেষণা আৰম্ভ কৰোঁতে যজুৰ্বেদৰ লগতে সংশ্লিষ্ট ব্ৰাহ্মণ আৰু সূত্ৰবিলাকৰ ওপৰত এটা ভাষাগত গৱেষণা হোৱাৰ আৱশ্যকতা বিশেষভাৱে উপলব্ধি কৰিছিল। এই সন্দৰ্ভত তেখেতে Literary & Lexigraphical Studies of Yajurveda নাম দি এখন বিস্তৃত গৱেষণা গ্ৰন্থ ৰচনাৰ পৰিকল্পনা কৰিছিল। কিন্তু ১৯৪৮ চনৰ পৰা ১৯৫৭ চনলৈকে ন বছৰ কাল অসমৰ সৰ্বপ্ৰথম বিশ্ববিদ্যালয়খনৰ উপাচাৰ্য্যৰ দায়িত্ব বহন কৰিবলগীয়া হোৱাত উপৰোক্ত গ্ৰন্থ আৰু পূৰ্বতে লেখিবলৈ আৰম্ভ কৰা 'মহাকাব্য সমূহৰ বিস্তৃত বুৰঞ্জী' নামৰ গ্ৰন্থখন সম্পূৰ্ণ কৰাত বাধা পৰিল। এই ইংৰাজী গৱেষণামূলক গ্ৰন্থকেইখন সন্দিকৈদেৱে জীৱন কালতে শেষ কৰিব পৰা হ'লে গৱেষক পণ্ডিতসকলৰ বাবে প্ৰাচীন সংস্কৃতৰ উচ্চতৰ গৱেষণা সুগম কৰি যাব পাৰিলেহেঁতেন। গুৱাহাটী বিশ্ববিদ্যালয়ৰ দায়িত্বভাৰ লোৱাৰ সময়তে তেখেতৰ দ্বিতীয় মহাগ্ৰন্থ **Yaśastilaka And Indian Culture** ১৯৪৯ চনত প্ৰকাশিত হয় মহাৰাষ্ট্ৰৰ চোলাপুৰৰ পৰা।

### তৃতীয় কীৰ্ত্তিস্তম্ভ *'সেতুবন্ধ'*

উপাচাৰ্য্যৰ দায়িত্বভাৰ সমাধা কৰি তেখেতে প্ৰাকৃত ভাষাত ৰচিত প্ৰাচীনতম মহাকাব্য *'সেতুবন্ধ'*ৰ ইংৰাজী অনুবাদ আৰু মহাকাব্য ৰূপে ইয়াৰ সমীক্ষাত্মক আলোচনাৰে ৮০৬ পৃষ্ঠা জোৰা এখন বৃহৎ গ্ৰন্থ ৰচনা কৰিছিল। পঞ্চম শতিকাত ৰচিত এই মূল মহাকাব্যখনৰ শুদ্ধ পাঠ উদ্ধাৰ কৰি তেখেতে আন্তৰ্জাতিক পাঠ-সমীক্ষা বিজ্ঞানৰ এক নতুন পথ দেখুৱাই গৈছে। অতীজৰ মহাকাব্যসমূহৰ শুদ্ধ পাঠ নিৰ্ণয় কৰাৰ বিষয়ে ডঃ নগেন শইকীয়াই লিখিছে ঃ

"........সন্দিকৈ ডাঙৰীয়াই নৈষধচৰিত, যশস্তিলক আৰু সেতুবন্ধৰ পাঠ নিৰ্ণয় কৰি তাৰ ইংৰাজী অনুবাদ আৰু টীকা ভাষ্য লিখি কৰি যোৱা কাম এটা অনুষ্ঠানেও সম্পূৰ্ণ কৰিব নোৱাৰাৰ সমান গধুৰ। এই কামৰ বাবে লিপিতত্ত্ব, প্ৰত্নতত্ত্ব, ভাষাতত্ত্ব, পাণ্ডুলিপি বিজ্ঞান, মুদ্ৰা অধ্যয়ন, ছন্দ-অলঙ্কাৰ-ৰস আদি, সাহিত্যতত্ত্ব, দৰ্শন, ইতিহাস, সমাজ তত্ত্ব আদিত সম্যক অধিকাৰ নাথাকিলে এনে কাৰ্য্যত হাত দিয়াটো সম্ভৱ নহয়। ইমানখিনি জানিও এজন গৱেষকে মাত্ৰ শুদ্ধ পাঠ নিৰ্ণয়ৰ নূন্যতম প্ৰয়োজনহে পূৰণ কৰিব পাৰে। সন্দিকৈয়ে ইয়াৰ উপৰি সমান বৈদগ্ধ্য আৰু ব্যুৎপত্তিৰে উচ্চ সমীক্ষাও কৰি গৈছে।"[29]

---

29. কৃষ্ণকান্ত সন্দিকৈ জন্ম-শতবৰ্ষ পূৰ্তি জয়ন্তীৰ আৱৰ্তনী অনুষ্ঠান—অসম সাহিত্য সভাৰ সভাপতিৰ ভাষণ, ২০ জুলাই, ১৯৯৭ চন, যোৰহাট।

বৃদ্ধ বয়সত অকলশৰে *সেতুবন্ধৰ* নিচিনা এখন মহাগ্ৰন্থ প্ৰণয়ন কৰাটো এটা অতি গুৰুতৰ কৰ্ম আছিল বাবেই পণ্ডিতজনাৰ শাৰীৰিক স্বাস্থ্য ক্ৰমে পৰি আহিছিল। ৮০৬ পৃষ্ঠা জোৰা *সেতুবন্ধৰ* পাণ্ডুলিপি তেখেতে নিজ হাতে অকলে তৈয়াৰ কৰিবলগীয়া হোৱাত গ্ৰন্থখন প্ৰকাশ হ'বলৈ কেইবা বছৰো লাগিছিল। ১৯৬০ চনৰে পৰা লিখিবলৈ আৰম্ভ কৰা গ্ৰন্থখনৰ ছপাশালৰ কাম আৰম্ভ হৈছিল ১৯৬৮ চনত। আহমদাবাদৰ প্ৰাকৃত টেক্সট্ ছছাইটিয়ে প্ৰকাশনৰ কাম কেইবা বছৰ ধৰি চলোৱাত ১৯৭৬ চনতহে গ্ৰন্থখন প্ৰকাশিত হৈছিলগৈ।

ঊনৈশ শতিকাৰ আন্তৰ্জাতিক খ্যাতি সম্পন্ন অসমৰ সুসন্তান সংস্কৃত পণ্ডিত আনন্দৰাম বৰুৱাৰ লগত কুৰি শতিকাৰ সংস্কৃতজ্ঞ পণ্ডিত সন্দিকৈদেৱৰ এইখিনিতে প্ৰভেদ আছিল যে, বৰুৱা চাহাবে বঙ্গ দেশৰ চিভিল চাৰ্ভিচৰ উচ্চ পদবীৰ জিলা ধৰ চাহাব হিচাপে গ্ৰন্থ ৰচনাৰ কামত তেখেতক সহায় কৰিবলৈ অনেক পণ্ডিতক নিজাববীয়াকৈ মাহিলি বানচ দি নিযুক্ত কৰিছিল। কিন্তু পিছপৰা অসমত জ্ঞান সাধনাত বুৰ গৈ থকা সন্দিকৈদেৱৰ সিমানখিনি আৰ্থিক স্বচ্ছলতা নাছিল বাবে অসমৰ এখন আওহতীয়া ঠাইতে সকলো কাম অকলশৰে কৰিব লগীয়া হৈছিল। এই কথা জ্ঞানযোগী পণ্ডিত জনাই সদায়েই উপলব্ধি কৰি মাজে মাজে মনৰ ভাব ব্যক্ত কৰিছিল।

## যশস্তিলকৰ অনুবাদ আৰু সমীক্ষাত্মক ৰচনা

*যশস্তিলক* গ্ৰন্থ ৰচনাৰ ঘাই কাৰ্যখিনি ১৯৩৯ চনৰ পৰা ১৯৪৫ চনৰ ভিতৰতে তেখেতে শেষ কৰিছিল। জগন্নাথ বৰুৱা কলেজৰ অধ্যক্ষ ৰূপে যোৰহাটৰ নিচিনা সৰু ঠাই এখনত সন্দিকৈদেৱে জৈন শাস্ত্ৰকাব্য যশস্তিলকৰ বিষয়ে লেখি আছে বুলি অসমৰ বাহিৰৰ পণ্ডিতবৰ্গই জানিব পাৰিছিল। পুণাৰ ভাণ্ডাৰকাৰ অৰিয়েণ্টেল ৰিছাৰ্চ ইন্সটিটিউট, লক্ষ্ণৌৰ প্ৰভিন্সিয়েল মিউজিয়াম, আজমীৰৰ ৰাজপুতানা মিউজিয়াম আদি বিভিন্ন গৱেষণা কেন্দ্ৰৰ পৰা তেখেতে অপ্ৰকাশিত আৰু দুৰ্লভ পাণ্ডুলিপি, প্ৰত্নতত্ত্ব আৰু লিপিতত্ত্বৰ প্ৰাচীন পুথি-পাঁজি আদি সংগ্ৰহ কৰিবলগীয়া হোৱাৰ বাবেই ভাৰতৰ নানান ঠাইত তেখেতৰ গৱেষণা গ্ৰন্থখনৰ বিষয়ে জনাজাত হৈছিল। গ্ৰন্থ ৰচনাৰ কালতে কলেজৰ দীঘলীয়া ছুটীত সন্দিকৈদেৱে প্ৰায় প্ৰতি বছৰে ভাৰতৰ বিভিন্ন ঠাইৰ প্ৰসিদ্ধ স্থানত অকলশৰীয়াকৈ ভ্ৰমণ কৰিছিল। এইবোৰ ভ্ৰমণতে তেখেতে প্ৰসিদ্ধ প্ৰাচীন মন্দিৰসমূহ দৰ্শন কৰি শিল্পকলাৰ প্ৰত্নতাত্ত্বিক তথ্যবোৰ নিজে নিৰীক্ষণ কৰি চাইছিল। স্কন্দ পুৰাণত বৰ্ণিত শিৱ লিঙ্গৰ এক বিশেষ আকাৰৰ মূৰ্তিৰ ভাস্কৰ্য্য নিৰীক্ষণ কৰাৰ বাবে ১৯৪১ চনত আজমীৰলৈ গৈ ৰাজপুতানা মিউজিয়ামত কেইবাদিনো অনুসন্ধান চলাইছিল; কিয়নো সেই সময়ত এই বিষয়ে কোনো কেটেলগ্ পোৱা নগৈছিল। গ্ৰন্থখনৰ পৰিশিষ্টত তেখেতে সংযোগ কৰা ভাৰতৰ শিৱ মন্দিৰসমূহৰ ভৌগোলিক, ঐতিহাসিক আৰু প্ৰত্নতাত্ত্বিক বিষয়ৰ দীঘলীয়া প্ৰবন্ধটোৰ ভালেখিনি তথ্য লিখিছিল ভ্ৰমণ অভিজ্ঞতাৰ পৰা।

মহীশুৰ বিশ্ববিদ্যালয়ৰ প্ৰাকৃত আৰু জৈন পুৰাতত্ত্ব বিভাগৰ মুৰব্বী অধ্যাপক ডঃ আদিনাথ উপাধ্যেয়ে চিঠি-পত্ৰৰ আদান-প্ৰদানেৰেই সন্দিকৈদেৱৰ গৱেষণা গ্ৰন্থখন প্ৰকাশ কৰিবলৈ প্ৰস্তাৱ আগবঢ়ায় মহাৰাষ্ট্ৰৰ 'জৈন সংস্কৃতি সংৰক্ষক সংঘ'ৰ জৰিয়তে। জৈন সাহিত্যৰ এই গৱেষণা কেন্দ্ৰটোৰ ডঃ উপাধ্যে আছিল এগৰাকী প্ৰধান সদস্য। বিশেষ উল্লেখনীয় যে পুণাৰ ভাণ্ডাৰকাৰ অৰিয়েণ্টেল ৰিছাৰ্চ ইনষ্টিটিউটৰ সঞ্চালক বিদগ্ধ পণ্ডিত পৰশুৰাম গোডে আৰু ডঃ আদিনাথ উপাধ্যেক সন্দিকৈদেৱে সদায়েই অদৃশ্য বন্ধু বুলি অভিহিত কৰিছিল। কাৰণ তেওঁলোকৰ মাজত পাণ্ডিত্যপূৰ্ণ চিঠি-পত্ৰৰ আদান-প্ৰদানেৰেই প্ৰগাঢ় বন্ধুত্ব গঢ়ি উঠিছিল। সুদীৰ্ঘ কুৰি বছৰৰো অধিক কাল চিঠিপত্ৰৰ আদান-প্ৰদানৰ পিছতহে ১৯৬৪ চনত ডঃ উপাধ্যেয়ে সন্দিকৈদেৱক লগ ধৰিবলৈ এবাৰ যোৰহাটলৈ আহিছিল; কিন্তু ত্ৰিশ বছৰৰো অধিক কাল বন্ধুত্ব থকা পৰশুৰাম গোডেৰ লগত তেখেতৰ কোনোকালে দেখা সাক্ষাৎ নহ'লগৈ। অথচ এইজন আজীৱন বন্ধুৱেই সন্দিকৈক প্ৰাচীন পুথি-পাঁজিৰ যোগান ধৰি আছিল; ১৯৬১ চনত তেখেতৰ দেহাৱসান হয়।

## গ্ৰন্থ প্ৰকাশনৰ স্বত্বপ্ৰদান

'যশস্তিলক' মহাগ্ৰন্থখনৰ প্ৰকাশনৰ ক্ষেত্ৰত কোনো আৰ্থিক লাভালাভলৈ নাচাই ডঃ উপাধ্যেয়ে আগবঢ়োৱা প্ৰস্তাৱটোত সন্মতি জনাই জীৱনৰ পূৰঠ বয়সতে সন্দিকৈদেৱে গ্ৰন্থ প্ৰকাশনৰ সৰ্বস্বত্ব মহাৰাষ্ট্ৰৰ গৱেষণা প্ৰতিষ্ঠানটোক বিনা চৰ্তে প্ৰদান কৰিলে। বিষম খাটনিৰে ৰচনা কৰা তেখেতৰ তিনিওখন মহাগ্ৰন্থৰ পাণ্ডুলিপিসমূহ গৱেষণা প্ৰতিষ্ঠান কেইখনক প্ৰকাশনৰ বাবে তেখেতে দান কৰিছিল পণ্ডিতমণ্ডলীৰ গৱেষণাৰ অৰ্থে।

১৯৪৯ চনত সন্দিকৈদেৱৰ জীৱনৰ দ্বিতীয় কীৰ্ত্তিস্তম্ভ 'Yasastilaka And Indian Culture' চোলাপুৰৰ পৰা "জৈন সংস্কৃতি সংৰক্ষক সংঘ"ই প্ৰকাশ কৰি উলিয়ায়। উক্ত গৱেষণা প্ৰতিষ্ঠানৰ 'জীৱৰাজ জৈন গ্ৰন্থমালা' প্ৰকাশন পৰিষদৰ এই মহাগ্ৰন্থখন দ্বিতীয় প্ৰকাশিত গ্ৰন্থ আছিল। জীৱৰাজ গ্ৰন্থমালা প্ৰকাশন পৰিষদৰ প্ৰতিষ্ঠাতা ডঃ জীৱৰাজ গৌতমচাঁদে মন্তব্য দিছিল যে, কেৱল যদি সন্দিকৈৰ এই ব্যাপক গ্ৰন্থখনকেই তেওঁলোকে প্ৰকাশ কৰিলেহেঁতেন, তেতিয়া হ'লেও গৱেষণা প্ৰতিষ্ঠানটোৰ উদ্দেশ্য সফল হ'লহেঁতেন। গ্ৰন্থৰ সম্পাদক ডঃ উপাধ্যেয়ে প্ৰেছৰ পৰা আহি কাকত চাবলৈ পাই মন্তব্য দিছিল, "কোনো জৈন কাব্যৰ এনে সূক্ষ্ম আলোচনা আজিলৈকে হোৱা নাই। ইয়াৰ প্ৰুফ চাবলৈ পোৱাৰ বাবে মই নিজকে ভাগ্যবান বুলি ভাবো। সংস্কৃত কাব্য এখন কেনেকৈ পুঙ্খানুপুঙ্খ ৰূপে অধ্যয়ন কৰিব লাগে, সেই দিশত গ্ৰন্থখনে এটা মানদণ্ড দাঙি ধৰিলে। গ্ৰন্থখনৰ পৰা মই বহুত কথা শিকিলো আৰু ইয়াৰ প্ৰতি পৃষ্ঠাতে প্ৰকাশ পোৱা সন্দিকৈৰ গভীৰ পাণ্ডিত্যৰ বিষয়ে দৃক্‌পাত কৰাৰো মই সুঁযোগ পালো।" এই গ্ৰন্থ প্ৰকাশ হোৱাৰ ত্ৰিশ বছৰৰ পিছতো জগন্নাথ বৰুৱা কলেজৰ সোণালী জয়ন্তী উপলক্ষে

সন্দিকৈদেৱৰ জীৱিত কালতে যেতিয়া এখন অভিনন্দন গ্ৰন্থ (K. K. Handiqui Felicitation Volume, 1983) প্ৰকাশ কৰাৰ আয়োজন চলিছিল, তেতিয়া পেৰিচৰ পৰা ফৰাচী প্ৰাচ্যতত্ত্ববিদ অধ্যাপিকা Colette Caillat-এ অভিনন্দন গ্ৰন্থৰ সম্পাদক ডঃ মুকুন্দ মাধৱ শৰ্মালৈ লেখিছিল, "...... .....I know what this institution has meant, and all the achievements of Professor Handiqui; I also remember how much Dr. Upadhye appreciated Professor Handiqui's scholarship and kindness. (Parc Eiffel, 9 10.79).

সন্দিকৈদেৱৰ **Naisadhacarita of Sriharsa** ৰ সমীক্ষাত্মক গ্ৰন্থ প্ৰণেতা ডঃ অৰুনোদয় জনিয়ে (Dr. A N. Jani, Professor of Sanskrit, M. S. University, Boroda) উক্ত অভিনন্দন গ্ৰন্থৰ সম্পাদক ডঃ শৰ্মালৈ লিখিছিল, ".... . .. . .I consider myself fortunate that Prof. Handiqui "has a special fascination" for me. I am also having very high regard for him Under his Presidentship at the Lucknow Session of the All India Oriental Conference in 1951 I read my first research paper in my career and I am proud of that." (Boroda, 21.9.1979)

## স্বদেশ আৰু বিদেশত সমাদৃত

প্ৰকাশৰ লগে লগেই স্বদেশৰ আৰু ইউৰোপ, আমেৰিকাৰ বিশ্ববিদ্যালয়সমূহৰ পণ্ডিতমণ্ডলীৰ মাজত গ্ৰন্থখন বিশেষভাৱে সমাদৃত হয়। গ্ৰন্থ প্ৰকাশনৰ বছৰটোতে বোম্বে (মোম্বাই) চহৰত অনুষ্ঠিত হোৱা পঞ্চদশ সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলনত সন্দিকৈদেৱৰ সদ্য প্ৰকাশিত গ্ৰন্থখনৰ বিষয়ে আলোচিত হৈছিল আৰু তেখেতৰ গভীৰ পাণ্ডিত্যৰ সকলোৱে ভূয়সী প্ৰশংসা কৰিছিল। ফলস্বৰূপে *নৈষধচৰিত অৱ শ্ৰীহৰ্ষ* আৰু *যশস্তিলক এণ্ড ইণ্ডিয়ান কালচাৰৰ* ৰচয়িতা কৃষ্ণকান্ত সন্দিকৈক পিছৰখন সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলনৰ অৰ্থাৎ ষষ্ঠদশ অধিবেশনৰ ধ্ৰুপদী সংস্কৃত শাখাৰ সভাপতি নিৰ্বাচিত কৰা হৈছিল

১৯৪৯ চনৰ নবেম্বৰ মাহত অনুষ্ঠিত উপৰোক্ত পঞ্চদশ প্ৰাচ্য সন্মিলনৰ ধ্ৰুপদী সংস্কৃত শাখাৰ সভাপতি ডঃ ভি. ৰাঘৱনে তেখেতৰ অভিভাষণ পুস্তিকাখনৰ ১৮ আৰু ১৯ পৃষ্ঠাত উল্লেখ কৰিছিল, "...............উপাচাৰ্য্য সন্দিকৈৰ নাম সকলো সংস্কৃত সাহিত্যসেবীৰ মাজত জনাজাত হ'ব, কিয়নো তেখেতৰ বিস্তৃত গৱেষণাপূৰ্ণ নৈষধচৰিত গ্ৰন্থখন অধ্যয়ন কৰি এনে লোক থকা নাই, যি সেইখনৰ পৰা জ্ঞান অৰ্জন কৰি উপকৃত নোহোৱাকৈ আছে। এইবাৰ তেখেতে তাতোকৈ বিস্তৃত জৈন চম্পূৰ গ্ৰন্থ এখন আমালৈ আগবঢ়াইছে। ৫৩৯ পৃষ্ঠা জোৰা এই মহাগ্ৰন্থখন ইমানেই বিষয়বস্তু আৰু তথ্যপাতিৰে সমৃদ্ধ যে, মই এতিয়াদিকে তাৰ কেইটামান বছা বছা অংশহে পঢ়ি চাইছোঁ। সোমদেৱৰ মূল চম্পূৰ দৰেই তেখেতৰ গ্ৰন্থখন সাহিত্য, মুখৰী, সমাজ, ধৰ্ম আৰু প্ৰত্নতত্ত্বৰ বিষয়ৰ নানান তথ্যৰ আকৰ স্বৰূপ আৰু এনে হেন মহাগ্ৰন্থ অসাধাৰণ

পৰিশ্ৰমৰ দ্বাৰাহে ৰচনা কৰা সম্ভৱ" ঃ "The name of Prof. K.K. Handiqui, now Vice-Chancellor of the Assam University, will be familiar to all students of Sanskrit literature; for few are those who have not used and profited by his exhaustive study of the *Naisadhacarita*. He has now given us an even more elaborate study of the Jain Yasastilaka Campu......... This sumptuous volume of 539 pages which is only just now to hand is so full of material and discussion that, despite my interest and touch with the theme, I have been able to peruse only select sections..........It must be accepted that in the hands of Prof. Handiqui, the work, like Somadeva's original, has become a mine of information, literary, historical, social, religious and archeological, the collection of which must have involved prodigious labour."[30]

শ্ৰেষ্ঠ পণ্ডিতবৰ্গই একেমুখে কৈছিল—'ৱিদ্বান এৱ ৱিজানাতি ৱিদ্বজ্জন পৰিশ্ৰমম্।' অৰ্থাৎ বিদ্বান এজনৰ পৰিশ্ৰমৰ পৰিমাণৰ বিষয়ে একে ধৰণে পৰিশ্ৰম কৰি পোৱা বিদ্বান্ লোকেহে উপলব্ধি কৰিব পাৰে। মাদ্ৰাজৰ (চেন্নাই) পৰা প্ৰকাশিত 'হিন্দু' দৈনিক কাকতত (২৭ আগষ্ট, ১৯৫০) সুপ্ৰসিদ্ধ পণ্ডিত ডঃ ৰাঘৱনে এই বৃহৎ গ্ৰন্থখনৰ এটা সমীক্ষা আগবঢ়াইছিল।[31]

ভাৰতীয় দৰ্শন আৰু প্ৰাচীন ভাৰতৰ সংস্কৃতিৰ পৰম্পৰা বিশ্ববাসীক অৱগত কৰাই সন্দিকৈদেৱৰ ইংৰাজী অনুবাদৰ ঘাই লক্ষ্য আছিল আৰু এই দিশত তেখেতে সাৰ্থকতা লাভ কৰিছিল। ধৰ্ম, সংস্কৃতি বিষয়ক ভাৰতীয় ধ্ৰুপদী সাহিত্যৰ যিবোৰ প্ৰাচীন পুথিৰ নিজৰ দেশতে কোনো চৰ্চা হোৱা নাছিল ইউৰোপ, আমেৰিকাৰ সংস্কৃতজ্ঞ পণ্ডিতসকলে সেইবোৰৰ বিষয়ে অধ্যয়ন আৰু গৱেষণা চলাইছিল। এই সন্দৰ্ভত ১৯১৪ চনত কটন কলেজৰ আই-এ শ্ৰেণীৰ ছাত্ৰ হৈ থাকোতেই সন্দিকৈদেৱে *বাঁহী* আলোচনীত প্ৰকাশিত 'অমৰ প্ৰকাশ' নামৰ প্ৰবন্ধত লেখিছিল, "..................ভাৰতবাসীৰ বৰ লাজৰ কথা যে আজি তেওঁ বাহিৰৰ ৰংচং দেখি নিজৰ পৱিত্ৰ পুৰণি সাহিত্যলৈ পিঠি দিছে। কিতাপৰ আকাৰত বেদ প্ৰকাশ কৰিলে জাৰ্মেনী দেশীয় পণ্ডিত মেক্সমূলাৰে, ভাৰতবাসী কৰবাতে থাকিল। কিন্তু বেদ দৰাচলতে কাৰ সম্পত্তি, ভাৰতবাসীৰ নে জাৰ্মেনীবাসীৰ? ..........ইতিহাসৰ সৰ্বপ্ৰধান ভেটি সংস্কৃত সাহিত্যৰ কেইবা শতিকাও গভীৰ আলোচনা নকৰিলে খাঁটি ভাৰত-বুৰঞ্জী ওলাব নোৱাৰে। পণ্ডিতকুলপতি উইল্‌চন চাহাবে বহুত দিনৰ আগেয়ে এই ভৱিষ্যদ্বাণী কৰিছিল। অৱশ্যে, অকল সংস্কৃত সাহিত্যৰ ওপৰতেই যে ভাৰত-বুৰঞ্জী নিৰ্ভৰ কৰিছে এনে নহয়। কিন্তু এইটো স্বীকাৰ কৰিব লাগিব যে, একমাত্ৰ সংস্কৃতেই তাৰ মূল ভেটি। আজিৰ প্ৰবন্ধ 'অমৰ-কোষ' বিষয়ক। অমৰ-কোষ

30. ডঃ ৰাঘৱনে নিজ হস্তাক্ষৰেৰে সন্দিকৈদেৱক ডাকযোগে অভিভাষণ পুস্তিকাখন উপহাৰ দিছিল।
31. অধ্যায়টোৰ শেষত উক্ত গ্ৰন্থ সমীক্ষা সন্নিবিষ্ট কৰা হৈছে।

সংস্কৃত সাহিত্যৰ এখন সৰ্বোৎকৃষ্ট অভিধান, পদ্য ছন্দত লিখা। .........১৭৯৮ চনত অমৰ-কোষৰ প্ৰথম কাণ্ড ইটালীৰ ৰাজধানী ৰোমত তামিল আখৰেৰে ছপা হৈ ওলায়। ১৮০৮ চনত কলব্ৰুক চাহাবে তেখেতৰ সুপ্ৰসিদ্ধ অমৰ-কোষৰ সংস্কৰণ আৰু তাৰ অনুবাদ প্ৰকাশ কৰে। আকৌ ১৮৩৯ চনত ফ্ৰান্সদেশীয় পণ্ডিত Loiseleur Deslongchamps-এ পেৰী নগৰত ফ্ৰেন্স ভাষাত অমৰ-কোষৰ অনুবাদ উলিয়ায়।" এই প্ৰবন্ধ লিখাৰ বিশ বছৰৰ পিছত *'নৈষধচৰিত'* আৰু পইত্ৰিশ বছৰৰ পিছত *'যশস্তিলক'* যেতিয়া সন্দিকৈদেৱে ৰচনা কৰিলে, তেতিয়া ইউৰোপ, আমেৰিকা আৰু স্বদেশৰ গৱেষক পণ্ডিতসকলৰ বাবে ধ্ৰুপদী সংস্কৃত সাহিত্যৰ নতুন গৱেষণাৰ পথ উন্মোচিত হ'ল।

## পণ্ডিতমণ্ডলীৰ মন্তব্য আৰু গ্ৰন্থ সমীক্ষা

১৯৫১ চনত পেৰিছ বিশ্ববিদ্যালয়ৰ সংস্কৃত অধ্যাপক লুইচ ৰণোৱে (Professor L.Renou, Paris) ফ্ৰেন্স একাডেমিৰ অন্তৰ্গত 'Academie des Inscriptions et Belles Letters' নামৰ ফৰাচী সাহিত্যৰ মুখপত্ৰত সন্দিকৈদেৱৰ গ্ৰন্থখনৰ এটা সমীক্ষা লেখি কৈছে, "মাত্ৰ 'পিটাৰচন্'ৰ (পাশ্চাত্যৰ খ্যাতনামা সংস্কৃতজ্ঞ) এটা টোকাৰ বাহিৰে *যশস্তিলকৰ* বিষয়ে একোৱেই লিখা হোৱা নাছিল। পোন্ধৰ বছৰৰ আগতে প্ৰকাশ হোৱা গভীৰ পাণ্ডিত্যপূৰ্ণ গ্ৰন্থ *'শ্ৰীহৰ্ষৰ নৈষধচৰিত'*ৰ ৰচয়িতা সন্দিকৈদেৱে অভূতপূৰ্ব উদ্যোগেৰে *'যশস্তিলক'* ৰচনা কৰি ইয়াক চলিত হিন্দু-কৃষ্টি সুঁতিৰ লগত সন্মিলিত কৰালে; ই এক বহুমূলীয়া সম্পদ" ঃ

"Except for a note by Peterson, nothing had been written on YASASTILAKA. It required the remarkable zeal of Mr Handiqui, which had already found expression fifteen years ago in a vastly learned work on *Sriharsa's Naisadhacarita*, to incorporate the *Yasastilaka* in the general current of Hinduism. This is now an acquisition.

গ্ৰন্থখনৰ প্ৰকাশক আৰু সম্পাদকদ্বয় ডঃ উপাধ্যে আৰু ডঃ জৈনে তেওঁলোকৰ পাতনিত অধ্যাপক লুইচ ৰণোৰ একেখিনি কথাই দোহাৰিছে— "প্ৰাচ্যতত্ত্বৰ অধ্যয়ন ভালেখিনি আগবাঢ়িছে যদিও জৈন ধৰ্ম আৰু দৰ্শনৰ অধ্যয়ন তথা জৈন সাহিত্যৰ গৱেষণা যে এতিয়াও বহু পিছপৰি আছে, তাক সুস্পষ্টকৈ দেখা যায়; ফলস্বৰূপে ভাৰতীয় সংস্কৃতি পৰম্পৰাৰ সংৰক্ষণৰ চিত্ৰটো পূৰ্ণ আৰু নিখুঁট বুলি ক'ব নোৱাৰি। ..........অধ্যাপক সন্দিকৈৰ নিচিনা সুবিবেচক আৰু সহানুভূতিশীল যোগ্য পণ্ডিতেহে তেখেতৰ বিশাল পাণ্ডিত্যৰে জৈন শাস্ত্ৰকাৰ সোমদেৱৰ সাহিত্য প্ৰতিভাক নতুনকৈ সংস্থাপিত কৰিলে। সদ্য প্ৰকাশিত গ্ৰন্থখনে সংস্কৃত ভাষাৰ অধ্যয়ন আৰু গৱেষণাক অধিকতৰ চহকী কৰিলে" ঃ

"Critical studies in Jaina Religion and philosophy and researches in Jaina literature have conspicuouly lagged behind in the march of Oriental scholarship with the result that our picture and perspective of Indian cultural heritage are far from being perfect and complete. .......Thus Somadeva for his literary rehabilitation has found a worthy scholar in Professor Handiqui who possesses rare qualities of sympathetic and judicious understanding, wide and rich information and deep and critical learning. The Sanskrit studies have become richer by this present contribution."[32]

ভাৰতীয় ধৰ্ম আৰু সংস্কৃতিৰ বিষয়ে ৰচিত এই গ্ৰন্থখন এটা গভীৰ সাধনাৰ আবিস্কাৰ বুলি বিশ্বৰ পণ্ডিতবৰ্গই মন্তব্য দি কৈছিল যে জৈন সাহিত্য, জৈন ধৰ্ম আৰু দৰ্শনৰ বিস্তৃতভাৱে আলোচনা কৰা সন্দিকৈদেৱৰ গ্ৰন্থখনে ভাৰতীয় সংস্কৃতিৰ ইতিহাসৰ এক অপূৰণীয় স্থান পূৰণ কৰিলে।

১৯৬২ চনত প্ৰফেচৰ অস্কাৰ বটো (Prof. Oscar Botto) নামৰ ইটালীৰ প্ৰসিদ্ধ সংস্কৃত পণ্ডিতগৰাকীয়ে সোমদেৱৰ 'নীতিবাক্যমৃত' নামৰ অন্য এখন অৰ্থশাস্ত্ৰৰ সংস্কৃত পুথি সন্দিকৈদেৱৰ নিচিনাকৈ টীকা-টিপ্পনীসহ ইটালীয়ান ভাষালৈ অনুবাদ কৰিছিল আৰু সেই গ্ৰন্থ ইটালীৰ টিউৰীণ (Turin) বিশ্ববিদ্যালয়ে প্ৰকাশ কৰিছিল। উক্ত গ্ৰন্থখনত সন্দিকৈদেৱৰ সমালোচনা গ্ৰন্থৰ বিষয়ে বহুবাৰ উল্লেখ কৰি মন্তব্য কৰিছে যে :

............"il dottissimo lavoro di K.K. Handiqui" (The most learned work of K.K. Handiqui.)

সন্দিকৈদেৱৰ গ্ৰন্থখনৰ ভিত্তিতে হিন্দী ভাষাত দুখনমান গৱেষণা গ্ৰন্থ ওলাইছে। ১৯৬৪ চনত 'ভাৰতীয় জ্ঞানপীঠে' প্ৰকাশ কৰা পণ্ডিত কৈলাস চন্দ্ৰ শাস্ত্ৰীৰ হিন্দী ভাষাত ৰচিত 'উপসকাধ্যয়ন' গ্ৰন্থৰ এশ পৃষ্ঠা জোৰা প্ৰস্তাৱনাত লিখিছে—

"সবসে অন্তমে মেঁ 'যশস্তিলক এণ্ড ইণ্ডিয়ান কলচৰ' কে বিদ্বান লেখক ড° কৃষ্ণকান্ত হান্দিকীকো ঔৰ উসকী প্ৰকাশিকা শ্ৰীজীবৰাজ জৈন গ্ৰন্থমালাকে সংচালকোঁকো হৃদয়সে ধন্যবাদ দেতা হূঁ। উনকী উক্ত পুস্তককো পঢ়কৰ মুঝে বড়ী প্ৰেৰণা মিলী। মেৰী য়হ ভাবনা ৰহী কি ইস পুস্তককা হিন্দীমে অনুবাদ প্ৰকাশিত হো। মৈঁইনে ইস্‌কে লিএ একাধবাৰ জীবৰাজ জৈন গ্ৰন্থমালাকে সংচালকোঁকো প্ৰেৰণা ভী কী। কিন্তু ঐস্বে বিদ্বত্তাপূৰ্ণ গ্ৰন্থকা প্ৰামাণিক হিন্দী অনুবাদ প্ৰকাশিত কৰ সকনা কঠিন থা। ............ইস্‌মে সন্দেহ নহী কি মেৰী প্ৰস্তাৱনাকা পূৰ্বভাগ ডাঃ হান্দিকীকা ঋণী হ্যায়। ঔৰ উনকে ইস্ গ্ৰন্থসে মুঝে অপনে গ্ৰন্থকে সম্পাদনমে ভী সাহায্য মিলা হ্যায়।"

32. অধ্যায়টোৰ শেষৰ ফালে ফৰাচী ভাষাৰ গ্ৰন্থ-সমীক্ষাৰ ইংৰাজী অনুবাদ আৰু সঙ্কলকদ্বয়ৰ পাতনিৰ কিছু অংশ তুলি দিয়া হৈছে।

১৯৬৭ চনত বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ পৰা প্ৰকাশিত ডঃ গোকুল চন্দ্ৰ জৈনৰ "যশস্তিলককা সাংস্কৃতিক অধ্যয়ন" হিন্দী গ্ৰন্থখনৰ ৩১নং পৃষ্ঠাত লিখিছে,

"প্ৰফেচৰ হন্দীকীনে অপনে গ্ৰন্থমে যশস্তিলককে জিন বিষয়োঁ কী বিবেচনা কী হ্যায়, বহ নিঃসন্দেহ মহত্বপূৰ্ণ হ্যায়। উনহোঁনে জিস্ জিস্ বিষয়কো লিয়া হ্যায়, উসকে বিষয় মে সোমদেব কী হী তৰহ পূৰী নিষ্ঠা, বিদ্বত্তা ঔৰ শ্ৰমপূৰ্বক পৰ্যাপ্ত ঔৰ প্ৰামাণিক জানকাৰী দী হ্যায়।"

## বিজ্ঞানসম্মত পাঠ-সমীক্ষা

দশম শতিকা কালৰ মূল 'যশস্তিলক' শাস্ত্ৰখনৰ পৌৰাণিক পাণ্ডুলিপিৰ প্ৰতিলিপিবোৰ ১৯০৩ চনত আৰু ১৯১৬ চনত মোম্বাইৰ বিখ্যাত নিৰ্ণয়সাগৰ প্ৰেছৰ দ্বাৰাই দুটা খণ্ডত মুদ্ৰিত কৰা হৈছিল। কিন্তু এহেজাৰ পৃষ্ঠাৰ শাস্ত্ৰখন অনেক ছপা ভুলেৰে অসম্পূৰ্ণ আছিল বাবে গবেষক পণ্ডিতসকলে ইয়াক অধ্যয়ন কৰাটো সম্ভৱপৰ নাছিল। একমাত্ৰ হন্দিকৈদেৱেইহে শুদ্ধ পাঠৰ বাবে বিজ্ঞানসম্মত পাঠ সমীক্ষাৰে পৌৰাণিক ৰচনাৰ জটিলতা দূৰ কৰিব পাৰিলে; প্ৰাচীনতাৰ অন্ধকাৰৰ পৰা শাস্ত্ৰখন আধুনিক যুগৰ পোহৰলৈ আনি তেখেতে সোমদেৱৰ সাহিত্য ৰচনাক প্ৰতিষ্ঠিত কৰিলে।

শাস্ত্ৰকাব্যখনৰ জটিলতাৰ বিষয়ে তেখেতে প্ৰথম সংস্কৰণৰ পাতনিত উল্লেখ কৰিছে। গ্ৰন্থখনৰ সঙ্কলকদ্বয়ে তেওঁলোকৰ পাতনিত এই বিষয়ে লিখিছে যে প্ৰাচীন কালৰ মূল 'যশস্তিলক'খন এনে বাহুল্যকৈ খৰচি মাৰি অধ্যয়ন কৰিব পৰাটোৱে এটা নতুন যুগৰ সূচনা কৰিলে আৰু হন্দিকৈদেৱে অন্য গবেষক পণ্ডিতবৰ্গকো মূল পৌৰাণিক শাস্ত্ৰৰ অধ্যয়ন পদ্ধতিৰ এটা আৰ্হি প্ৰদৰ্শন কৰি দেখুৱালে। :

"This exhaustive study of the *Yasastilaka* has been, in a way, epoch-making and has inspired a number of other scholars to follow this model while studying other Indian classical texts." □□

পেৰিচ বিশ্ববিদ্যালয়ৰ সংস্কৃত অধ্যাপক লুইচ ৰণোৰ (Professor Louis Renou, Paris) ফৰাচী ভাষাত লিখা গ্ৰন্থসমীক্ষাৰ ইংৰাজী অনুবাদ আৰু মাদ্ৰাজৰ 'হিন্দু' বাতৰি কাকতত (২৭ আগষ্ট, ১৯৫০)প্ৰকাশিত মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ সংস্কৃত অধ্যাপক ডঃ ভি. ৰাঘৱণৰ গ্ৰন্থ সমীক্ষাৰ অংশ বিশেষ তলত সন্নিবিষ্ট কৰা হ'ল ঃ

..................."Except for a note by Peterson, nothing had been written on Yasastilaka. It required the remarkable zeal of Mr. Handiqui, which had already found expression fifteen years ago in a vastly learned work on Sriharsa's Naisadhacarita, to incorporate the Yasastilaka in the general current of Hinduism. This is now an acquisition.

Mr. Handiqui gives a precise account of what is known about the activities of the literary circles and the religious sects of the 10th century. Then follow an analysis of the work; a study of the sources (here Mr. Handiqui points out what Somadeva owes to Haribhadra and his Prakrit romance); and a literary appreciation........ But these chapters, however valuable they may be, are only an introduction to what Mr. Handiqui is Primarily interested in an examination of the doctrines contained in the work of Somadeva.

The Yasastilaka, properly interpreted, is a sort of encyclopedia of Jainism, and Mr. Handiqui has overlooked nothing for explaining the facts of dogmatics, discipline and ethics which are described or alluded to in the work. With the help of the Yasastilaka and a vast amount of information literary and epigraphic, Mr. Handiqui describes the position of Jainism in the tenth century and records the controversies or the conflicts with diverse Hindu sects and, eventually with the Buddhists. Here is a study which had not been made before, at least on such an extensive scale. Particularly interesting is chapter 14...will serve as a basis for all such studies in the future.

Somadeva does not confine himself to contrasting Jainism with Buddhism and Hinduism; he also studies them for their own sake, both in their philosophical content and the practices developed by them... Mr. Handiqui examines in detail the facts brought forward by Somadeva and confronts them with the realities of the sects and the theories.......A descriptive index of the geographical names terminates this voluminous work, one of the most substantial that have been achieved in connection with a Sanskrit literary text."—(Translated)

**Prof. L. Renou**
'Academie des Inscriptions et Belles Lettres'

## THE HINDU, August 27, 1950

### YASASTILAKA AND INDIAN CULTURE : By K. K. Handiqui.

...............Sri Krishna Kanta Handiqui, Professor of Sanskrit, now Vice-Chancellor of the Gauhati University, produced in 1934 his *Naishadhiyacharita* which with its translation, elaborate study of the text and the commentaries, and critical and exhaustive notes, proved an indispensable aid to the study of the difficult and learned poem of Sriharsha. In the same manner, prof. Handiqui has given us now an exhaustive study of the Yasastilaka Champu of the Jain poet-logician Somadeva.

More definitely from Magha onwards, the Sanskrit Mahakavya began to take on a learned character and the poets packed their poems with such a variety and wealth of erudite information that their writings became valuable sources of knowledge on the history and the social, religious, political, literary and artistic conditions of the times in which they were produced. Jain authors particularly made full use of the method of Sastra-kavya writing. The interesting and extensive material in the Champus of the versatile Somadeva had attracted the notice of scholars, and its fullest analysis is now to be had in Prof. Handiqui's 'Yasastilaka and Indian Culture" a book in about 550 pages.

Author of over ninety-six works, Somadeva flourished in the middle of the tenth century A.D. Two of his well-known productions are the Nitivakyamrita on polity and the Yasastilaka-Champu. The latter, a voluminous literary composition in prose and verse on Jain religious theme, was written in A.D. 959 When Rashtrakuta Krishna-III was at Melpati in this part of the country, after defeating and killing, with the aid of his ally and brother-in-law Butuga, the Chola prince Rajaditya, a son of Parantaka in the battle of Takkolam in A.D. 949. The immediate patrons of Somadeva were the Lemulavada Chalukyas, feudatories of the Rashtrakutas. The work is on a Jain religious story, and is available in print, though with many mistakes, in the two volumes in the Kavyamala (No 70); besides the commentary of Srutadeva included in the Kavyamala edition, there is, on the poem, the earlier and unpublished gloss of Srideva, partly available in a manuscript in the Bhandarkar Institute.

After covering in the opening chapter Somadeva, his age, patrons, the related historical events, his contemporary authors, his works and contribution to Kavya literature, Prof. Handiqui gives, in Ch.II an outline of the story which is lost in the labyrinth of descriptions, learned digressions and discourses in the eight chapters of the poem. The sources of the story are studied in Ch. III. In more than thirty pages, the next chapter offers, with extracts an appreciation of the Yasastilaka as a prose romance, gadya-kavya.

The next chapter on the poem as a socio-political record deals with court-life, problems of statecraft and social data. Yasastilaka as a religious romance receives attention. In Ch. VI about forty-five pages are then devoted to a further poetic appreciation of the work. The eighth and ninth chapters, on the philosophical doctrines review the information on the different systems of philosophy. Nyaya-Vaiseshika, Buddhism, Samkhya, Vedanta, Mimamsa, Charvaka, Tantra and Saivism in its different schools.

Apart from its references and allusions the Champu becomes a regular didactic work in the latter chapters and to an examination of this material on Jainism, its dogmas, and moral and spiritual disciplines are devoted. Chapters ten and eleven, the latter giving a survey of Jain religious poetry of type called Dvadasa Anupreksha. The succeeding three chapters present Jain dialectics with reference to orthodox Hindu schools of thought and some of their tenets. Jain criticism of Vedic sacrifice receives detailed notice here, and the section on Saivism and its sects here presents a substantial compilation on the subject. In Ch. XV on non-Jain cults, customs and beliefs is set forth the worship of Chandika and Sarasvati. The next two chapters are taken up by an account of Jain religious and moral stories and myths and legends of Jainism. Then follows an interesting chapter in which the identities are discussed of the many works and authors quoted in the Champu, pertaining to poetry, philosophy, polity, Dharmasastra, elephantlore and medicine. Of the appendices, three and four return to the subject of Saivism; here is given a long and useful account of Saiva temples and their geographical distribution in Gujarat, Mewar, Malva, Central India, Orissa, Deccan and South India.

An Index to the Geographical names in the Champu and a General Index to the large mass of topics and ideas dealt with in this study are given in the end.

A mere narration of the contents will bear out the importance of the work of Prof. Handiqui. Exacting industry has been involved in collecting, collating and expounding this vast material from literature, philosophy and history, from books, manuscripts and inscriptions. Vidvan eva vijanati vidvajjana-parisramam. On 'aspects of Jainism and Indian thought and culture in the tenth century,' this work of Pro. Handiqui will remain a book of constant reference. We hope that the heavy duties of Vice-Chancellorship yet spare Prof. Handiqui time and energy to make further contributions to the study of classical Sanskrit literature. Dr. A. N. Upadhye and H. L. Jain deserve the thanks of the scholarly public for bringing out this valuable publication, and reference has to be made to the munificence of the wealthy Jain lay public towards the cause of Jain researches and publications.

**V. Raghavan.**

Yasastilaka And Indian Culture ৰ প্ৰথম সংস্কৰণৰ গ্ৰন্থকাৰৰ পাতনি :

## AUTHOR'S PREFACE

Somadeva's *Yaśastilaka* was composed in 959 A.D. somewhere in the area corresponding to modern Dharwar and the westernmost districts of Hyderabad State. It is a Jaina religious romance written in Sanskrit prose and verse, but more important as an encyclopedic record of literary, socio-political, religious and philosophical data, valuable for the study of the cultural history of India, and particularly of the Deccan, in the tenth century and thereabouts, when the Rāṣṭrakūṭa empire still held sway in that part of the country. The object of the present volume is a critical study of the work; and if we have often gone far outside the limits of the text, it was only to give a more comprehensive picture of the life and thought of the times with reference to antecedent and subsequent factors in Indian cultural development.

The Sanskrit text was published long ago by the Nirnaya Sagar press in two volumes of a little over a thousand pages with the commentary of Śrutasāgara. The second volume of the work appeared in 1903, and the second edition of the first volume in 1916. A voluminous Jaina text composed in a difficult style could hardly be expected to be popular even with advanced students of Indian literature. To add to our difficulties, the commentary, which is our only guide to the work, breaks off at p 244 of the second volume; and the printed text was found to be far too defective to admit of a critical study of the work.

To obviate these difficulties, I have utilized the following manuscripts of the text kindly lent by the Bhandarkar Oriental Research Institute, Poona : 1) MS. A : No. 230 of 1902-07, folios 434; 2) MS. B : No. 752 of 1886-92, folios 391; 3) MS. C : No. 274 of A. 1883-84, folios 341; and 4) another incomplete manuscript of the work. Of these MS. A is the most important. It is not only correct but contains valuable marginal notes which have been of great use in studying the text, specially the portion dealing with Jaina doctrines, on which the commentary is not available. Notes from MS. A have been incorporated in the present work; and, here and there, a line or a verse omitted in the printed text has been added from the manuscripts in the footnotes. In fact, nearly all the quotations from Somadeva's Yaśastilaka in the present volume have been collated with the manuscripts, especially A.

I am grateful to Dr. A. N. Upadhye, Kolhapur, for his generous and voluntary offer to publish this work on behalf of the Jaina Saṁskṛti Saṁrakṣaka Saṁgha of Sholapur. The munificence of the Saṁgha has made the

publicaiton possible in a comparatively short time, but the work would not have appeared in a presentable form without Dr. Upadhye's tireless efforts.

Dr. V Raghavan of Madras University was kind enough to send me an offprint of his interesting paper *Gleanings from Somadevasūri's Yaśastilaka Campū* published in *Ganganatha Jha Research Institute Journal* (February-August, 1944 ). Dr. Raghavan refers in his paper to the unpublished commentary of Srideva on the text. It is a fragment of 34 leaves preserved in the Bhandarkar Oriental Research Institute, and its existence was not known to me at the time of borrowing the manuscripts mentioned above.

I am indebted to my friend Prof. P. K. Gode, Curator, Bhandarkar Oriental Research Institute, for help in connection with manuscripts, and especially for carefully made copies of articles and papers otherwise inaccessible to me. The photographs of the sculptures relating to the ancient Jaina Stupa of Mathura were a gift from Dr. Vasudev Agrawala when he was Curator of the Provincial Museum, Lucknow. The Śaiva sculpture preserved in the Rajputana Museum, Ajmer, is reproduced in this book with the kind permission of the Archeological Survey of India. My sincere thanks are due to Sj. Brajendra Kumar Acharya, Lecturer in Bengali, Cotton College, for compiling the General Index.

GAUHATI,
April, 1949. K. K. HANDIQUI

'Ysastilaka 'And Indian Culture' ৰ প্ৰকাশক আৰু সম্পাদকদ্বয় ডঃ উপাধ্যে আৰু ডঃ জৈনৰ প্ৰথম সংস্কৰণ আৰু দ্বিতীয় সংস্কৰণৰ পাতনিৰ কিছু অংশ তলত সংযোগ কৰা হ'ল ঃ

.............It is indeed very happy that such a masterpiece of literature as the Yaśastilaka is thoroughly studied in its various aspects by an eminent and versatile Sanskritist of the status and standing of Professor Handiqui. His mastery over the niceties of the Sanskrit language and Kāvya poetry are well-known to all by his 'English Translation Srīharṣa's *Naiṣadhacarita* with extracts from unpublished commentaries, appendices on philosophical allusions etc.', Lahore 1934. Thus Somadeva for his literary rehabilitation has found a worthy scholar in Professor Handiqui who possesses rare qualities of sympathetic and judicious understanding, wide and rich information and deep and critical learning. He undertook and completed the study of *Yaśastilaka* while he was the Principal and Senior Professor of

History and Sanskrit at J. B. College, Jorhat (Assam). Very few Sanskrit works have been studied as thoroughly as the *Yaśastilaka* in this work; and Professor Handiqui deserves every praise for his steady labours and painstaking researches. The Sanskrit studies have become richer by his present contribution.

The Authorities of the Jīvarāja Jaina Granthamālā offer their sincere thanks to Professor K.K. Handiqui for his generosity in placing his learned dissertation at their disposal for publication in this Series.

It is a matter of pleasure for the General Editors to record their thanks to Br. Jīvarājajī as well as to the members of the Trust Committee and Prabandhasamiti for their active interest in the Series, and also to Professor Handiqui for his willing cooperation. They trust that the present volume is a worthy contribution to Indian studies, and it would open in future many a new line of study in the fields of Jaina religion, philosophy and literature.

KOLHAPUR. **A.N. UPADHYE and H. L. JAIN**
May 1949 *General Editors.*

**GENERAL EDITORS' PREFACE** *(Second Edition)* :

It is with great satisfaction that we are presenting here the Second Edition (a photographic reprint of the First Edition with a few additions) of the *Yaśastilaka and Indian Culture*, by Professor KRISHNA KANTA HANDIQUI, M.A.(Cal. et Oxon.), which was first published in 1949 as No. 2 of the Jīvarāja Jaina Granthamālā. This publication was received with appreciation both at home and abroad, particularly from leading Sanskritists like the late lamented Professor L. Renou of Paris. This exhaustive study of the *Yaśastilaka* has been, in a way, epoch-making and has inspired a number of other scholars to follow this model while studying other Indian classical texts.

Professor Handiqui's name has been well-known to Sanskritists through his standard English Translation (with learned Notes) of the *Naiṣadhacarita* of *Śrīharṣa* (Lahore 1934, Poona 1956 and again Poona 1964). This work brought to the notice of Indologists Professor Handiqui's consummate mastery over the intricacies of the Sanskrit language and his wide vista of Sanskritic learning. His dissertation on the *Yaśastilaka* has been a pioneer and scholarly exploration in a more or less neglected religious romance based on domestic tragedy, of a medieval author of encyclopaedic learning. Somadeva was fortunate that his Campū came to be

studied by a worthy scholar of great literary acumen and historical perspective. In fact, Sanskrit studies have become richer by Professor Handiqui contributions on the *Naiṣadhacarita* and *Yaśastilaka*.

Professor Handiqui has inherited in his veins the blue blood of an aristocratic family of administrators connected with the Ahom dynasty of Eastern India. Obviously his zest (even at the age of seventy) for Indian learning is a part of his personality; and his devoted self-training in Western Universities has equipped him with the knowledge of many European languages, catholic taste and critical outlook. His personal library could be a proud possession of any of our new Universities. He leads the life of a true *vānaprastha* scholar whose entire time is spent in fruitful study and quiet research. Professor handiqui shuns publicity and is shy of positions : *Vidyā Vinayena śobhate*. He is an academic Ṛṣi; and his dedication of learning should be an inspiring example for the younger generation. His detached pursuit of knowledge is characterised by generous instincts, rare indeed, these days. He is well-known for his munificent donations to literary and educational foundations in the State of Assam. The authorities of the Granthamālā are highly grateful to him for his gift of this edition to the Sangha.

Professor Handiqui's Translation of the *Setubandha* of Pravarasena is nearly complete, and would soon see the light of day. When published it will be another major contribution from his pen in the field of Indian classical studies.

JABALPUR, KOLHAPUR
1-2-1968

H. L. Jain
A. N. Upadhye

# কৰ্ম জীৱন

সন্দিকৈদেৱৰ কৰ্মময় জীৱন কেৱল গৱেষণা আৰু সাহিত্য ৰচনাতে আবদ্ধ নাছিল। পাণ্ডিত্যৰ লগে লগে সমপৰ্য্যায়ৰ শিক্ষাদানৰ প্ৰতি পণ্ডিতজনাৰ ঐকান্তিক আগ্ৰহ থকাটো এটা অতুলনীয় নিদৰ্শন। পাণ্ডিত্যৰ অহঙ্কাৰ তেখেতৰ কোনো দিনেই নাছিল; গুণী জ্ঞানী বিদ্বজ্জনক সদায়েই সমীহ কৰি চলিছিল, সেইদৰে কোনো কালে মোহ নাছিল ধন-বিতৰ প্ৰতি। বিমল আনন্দ লভিছিল মুঠিৰ ধন যোগ্যজনক দান কৰি। বিষম খাটনিৰে ৰচনা কৰা বৃহৎ গ্ৰন্থকেইখনৰ বিক্ৰীৰ সমুদায় ধন প্ৰকাশক প্ৰতিষ্ঠান কেইটাত তেখেতৰ দান হিচাপে জমা কৰিবলৈ দিহা লগাই গৈছে।

## চালুকীয়া কলেজ এখনৰ পূৰ্ণাঙ্গ ৰূপ

১৯৪৮ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হোৱাৰ আগলৈকে সোতৰ বছৰ কাল বিনা বেতনেৰে জগন্নাথ বৰুৱা কলেজৰ অধ্যক্ষতা কৰি সন্দিকৈদেৱে কলেজখনক পূৰ্ণাঙ্গভাৱে গঢ় দি অসমৰ এখন অন্যতম বৃহৎ শিক্ষানুষ্ঠান ৰূপে প্ৰতিষ্ঠা কৰিছিল। ১৯৪৪ চনত কলিকতা বিশ্ববিদ্যালয়ৰ অনুমতি সাপেক্ষে কলেজখনত আৰম্ভ কৰা হৈছিল কমাৰ্চৰ স্নাতক শ্ৰেণী। তেতিয়ালৈকে সমগ্ৰ অসমৰ ছাত্ৰই কলিকতা বা ঢাকালৈ গৈহে কমাৰ্চৰ কলেজীয়া শিক্ষা লৈছিল। উজনি অসমত ছোৱালী কলেজ নাছিল বাবে ১৯৪৬ চনত ছাত্ৰীৰ বাবে পৃথকে পুৱা বেলা ছাত্ৰী শাখা খোলা হৈছিল। ১৯৪৭ চনত বেচৰকাৰী কলেজখনত বিজ্ঞান শাখা খুলিবলৈ পূৰ্ণোদ্যমে প্ৰস্তুতি চলাই তেতিয়াৰ উপাধ্যক্ষ তুলসী নাৰায়ণ শৰ্মাৰ (পিছত অধ্যক্ষ) নেতৃত্বত ছাত্ৰসকলে ৰাইজৰ মাজত পুঁজি সংগ্ৰহ অভিযান চলাই বিশ হাজাৰৰো অধিক টকা সংগ্ৰহ কৰিছিল। সন্দিকৈদেৱে নিজাববীয়াকৈ দান কৰিছিল এঘাৰ হেজাৰ টকা কলেজৰ বিজ্ঞান ভৱন নিৰ্মাণ কৰিবলৈ। অথচ কলেজ আৰম্ভ হোৱাৰ কেইবাবছৰৰো মূৰতহে অসম চৰকাৰে মাহে এশ পঞ্চাশ টকা দিবলৈ মান্তি হৈছিল বিত্তীয় অনুদান ৰূপে আৰু ১৯৪৮ চনলৈকে সেই অনুদানৰ পৰিমাণ হৈছিলগৈ মাহে সাতশ পঞ্চাশ টকা। ১৯৫০ চনত লেবৰেটৰীসহ পূৰ্ণাঙ্গ বিজ্ঞান শাখা খুলি কটন কলেজৰ পিছতে এই বেচৰকাৰী কলেজখনে দ্বিতীয় স্থান অধিকাৰ কৰিব পাৰিছিল। সন্দিকৈদেৱৰ অধ্যক্ষতাত কলেজখনলৈ কাশ্মীৰ, তামিলনাড়ু, সৌৰাষ্ট্ৰ, বঙ্গ আদি সমগ্ৰ ভাৰতৰ বিভিন্ন ঠাইৰ প্ৰাৰ্থী আহি অধ্যাপকৰ পদ লৈছিলহি। কলেজৰ গ্ৰন্থাগাৰটোও অনেক সদাশয় ব্যক্তিৰ পৰা গ্ৰন্থ দান হিচাপে সংগ্ৰহ কৰি এটা উচ্চমান বিশিষ্ট গ্ৰন্থাগাৰ ৰূপে গঢ়ি তোলা হৈছিল। সন্দিকৈদেৱে দান কৰা পাঠ্যপুথি, তথ্যপাতি

---

33. জগন্নাথ বৰুৱা মহাবিদ্যালয় সোণালী জয়ন্তী সংখ্যা, ১৯৮২ চন, পৃষ্ঠা ঃ ১২০

গ্ৰন্থ আৰু নিজে ৰচনা কৰা মহাগ্ৰন্থকেইখন কলেজ লাইব্ৰেৰীত এতিয়াও সংৰক্ষিত হৈ আছে।[33] কলিকতা বিশ্ববিদ্যালয়ৰ পৰা অহা কলেজ পৰিদৰ্শক ডঃ হুৰেন্দ্ৰ নাথ মুৰ্খাজীয়েও (পিছত পশ্চিমবঙ্গৰ ৰাজ্যপাল) গ্ৰন্থাগাৰলৈ কিছু সংখ্যক মূল্যবান কিতাপ দান কৰিছিল। এইজন ৰাজনীতিজ্ঞ শিক্ষাবিদে সন্দিকৈ কলিকতা বিশ্ববিদ্যালয়ৰ ছাত্ৰ হৈ থাকোঁতে বিশ্ববিদ্যালয়ৰ ইংৰাজী সাহিত্যৰ অধ্যাপনা কৰি আছিল। সন্দিকৈদেৱৰ অগাধ পাণ্ডিত্যৰ বিষয়ে অৱগত ডঃ মুৰ্খাৰ্জীয়ে কলেজখনৰ হীন অৱস্থাত অনেক উপকাৰ সাধিছিল। ১৯৩২ চনত তেখেতে কলেজ পৰিদৰ্শন কৰিবলৈ আহি সম্বৰ্দ্ধনা সভাৰ ভাষণত কৈছিল, "অদূৰ ভৱিষ্যতত অসমত বিশ্ববিদ্যালয় স্থাপিত হ'লে পণ্ডিত কৃষ্ণকান্ত সন্দিকৈয়েই তাৰ প্ৰথম উপাচাৰ্য্য হ'ব।" মহৎ লোকৰ ভৱিষ্যত বাণী ফলিয়ায় বুলি চলি অহা কথাষাৰ প্ৰমাণিত হ'ল।

সুপ্ৰসিদ্ধ প্ৰাচ্যতত্ত্ববিদ পণ্ডিত ডঃ সুনীতি কুমাৰ চাৰ্টাৰ্জী ১৯৪৭ চনত জগন্নাথ বৰুৱা কলেজলৈ "প্ৰতিভাদেৱী সোঁৰৰণী বক্তৃতা" দিবলৈ আমন্ত্ৰিত হৈ আহিছিল। প্ৰাচ্যতত্ত্বৰ ভাষণ প্ৰসঙ্গত ডঃ চাৰ্টাজীয়ে অধ্যক্ষ সন্দিকৈক ভাৰতবৰ্ষই গৌৰৱ কৰিব পৰা এগৰাকী পণ্ডিত (A scholar of whom India may be proud) বুলি মন্তব্য দি কৈছিল, "সন্দিকৈৰ দৰে এগৰাকী মহান ভাৰত তত্ত্বজ্ঞ আপোনালোকৰ কলেজৰ অধ্যক্ষ হৈ থাকোঁতে মোক ইয়ালৈ বক্তৃতা দিবলৈ আমন্ত্ৰণ কৰাত মই বৰ অপ্ৰতিভ হৈ পৰিছোঁ।"

সাহিত্যাচাৰ্য্য যজ্ঞেশ্বৰ শৰ্মাদেৱে (জগন্নাথ বৰুৱা কলেজৰ সহকৰ্মী) স্মৃতিচাৰণ প্ৰবন্ধত লিখিছে,

"..........Sri Handiqui was not in the habit of going round when classes were on. He, therefore, remained almost unseen in the college and also on his way to college and back home. Handiqui unseen was more powerful than Handiqui seen."[34]

১৯৪৭ চনৰ ডিচেম্বৰ মাহত অসমৰ প্ৰথম প্ৰধানমন্ত্ৰী লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱৰ পৰা নৱ-প্ৰস্তাবিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হ'বৰ বাবে অনুৰোধ জনোৱা এখন চিঠি সন্দিকৈদেৱে হঠাতে পায়। তেখেতে সিদ্ধান্ত লোৱাৰ আগতে মন্তব্য কৰিছিল, "মোৰ জীৱনত বৰদলৈ ডাঙৰীয়াই প্ৰথম ব্যক্তি, যি অসম চৰকাৰৰ তৰফৰ পৰা এনে দায়িত্বশীল কাৰ্য্যভাৰ ল'বলৈ অনুৰোধ জনাইছে।"

...............১৯৪৮ চনৰ ফেব্ৰুৱাৰী মাহৰ ১৮ তাৰিখে এখনি চাহমেল পাতি জগন্নাথ বৰুৱা কলেজৰ প্ৰতিষ্ঠাপক অধ্যক্ষজনাক বিদায় সম্ভাষণ জনোৱা হয় আৰু ২০ ফেব্ৰুৱাৰীৰ দিনা নতুন কাৰ্য্যভাৰ ল'বলৈ জ্ঞানযোগী পণ্ডিত জনাই অকলশৰে ৰেলেৰে গুৱাহাটী অভিমুখে যাত্ৰা কৰে হাতত মাত্ৰ দুটা চুটকেচ আৰু শোৱাপাটীৰ এটা টোপোলাৰে।

---

34. K.K. Handiqui Felicitation Volume, 1983, p.16.

## বিশ্ববিদ্যালয়ৰ ভেটি স্থাপন

দীৰ্ঘকাল জুৰি অসমীয়া ৰাইজৰ আন্দোলন আৰু দান-বৰঙণি, লোকপ্ৰিয় বৰদলৈৰ নেতৃত্ব আৰু মাধৱ চন্দ্ৰ বেজবৰুৱাৰ নিচিনা অসম প্ৰেমীসকলৰ অক্লান্ত পৰিশ্ৰমৰ বাবেই অসমবাসীৰ আশা-আকাঙ্ক্ষাৰ প্ৰতীক গুৱাহাটী বিশ্ববিদ্যালয়খন ১৯৪৮ চনত স্থাপিত হৈছিল। ১৯৩৭ চনত গুৱাহাটীত অনুষ্ঠিত অসম সাহিত্য সভাৰ সপ্তদশ অধিৱেশনৰ সভাপতিৰ ভাষণত সন্দিকৈদেৱে কৈছিল,

"আমাৰ পুৰণি ভাষা-সাহিত্য আৰু কৃষ্টি বিষয়ক গৱেষণাৰ সুচলাৰ্থে সকলোৱে এটি সুকীয়া বিশ্ববিদ্যালয়ৰ আৱশ্যকতা অনুভৱ কৰিছে। এই গুৱাহাটী নগৰতে যদি অসমীয়াৰ পৰিচালনাত এটি বিশ্ববিদ্যালয় স্থাপিত হয় তেন্তে এই উদ্দেশ্য যে সিদ্ধি হ'ব তাত সংশয় নাই। কিন্তু শ্বিলং পাহাৰৰ (অবিভক্ত অসমৰ ৰাজধানী) ওপৰত এটা বিশ্ববিদ্যালয় হ'লে অসমীয়া ভাষা আৰু কৃষ্টিৰ প্ৰাধান্য কিমান দূৰ থাকিব সেই বিষয়ে সন্দেহ আছে।"[৩৫]

কিন্তু এঘাৰ বছৰৰ পিছতেই অসম সাহিত্য সভাৰ এই উনচল্লিছ বছৰীয়া কনিষ্ঠতম সভাপতি গৰাকীয়েই অসমৰ প্ৰথমখন বিশ্ববিদ্যালয়ৰ পৰিচালনাৰ দায়িত্ব ল'ব লাগিব সেইকথা তেতিয়া কোনেও কল্পনা কৰিব পৰা নাছিল। স্মৰণীয় যে, ১৯৫১ চনত অনুষ্ঠিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম সমাৱৰ্তনত বিশ্ব বিশ্ৰুত দাৰ্শনিক পণ্ডিত ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণণে দীক্ষান্ত ভাষণৰ আৰম্ভণিতে কৈছিল, "Your Vice-Chancellor is not only a Vice-Chancellor but also a great scholar". ("আপোনালোকৰ উপাচাৰ্য্য গৰাকী কেৱল উপাচাৰ্য্যই নহয়, এজন মহান পণ্ডিতো")।

সন্দিকৈদেৱে এখন চালুকীয়া কলেজ আৰু এখন চালুকীয়া বিশ্ববিদ্যালয় প্ৰতিষ্ঠা কৰিও 'যশস্তিলক এণ্ড ইণ্ডিয়ান কালচাৰ'ৰ নিচিনা মহাগ্ৰন্থ এখন প্ৰণয়ন কৰাৰ সন্দৰ্ভত অষ্ট্ৰেলিয়াৰ নেচনেল বিশ্ববিদ্যালয়ৰ প্ৰফেচৰ A L Bashm-এ *'কৃষ্ণকান্ত সন্দিকৈ অভিনন্দন গ্ৰন্থ'*ৰ সম্পাদক ডঃ মুকুন্দ মাধৱ শৰ্মালৈ লেখিছিল,

"His studies of Sanskrit texts can hardly be bettered and it is hardly believable that he could have produced such masterly works as *Yasastilaka and Indian Culture*, while directing first a young college and then an even younger University. The flourishing state of Gauhati University at present is in large measure due to this fine scholar who was its founder Vice-Chancellor". (The Australian National University. 24.9.79)[36]

---

35. *কৃষ্ণকান্ত সন্দিকৈ ৰচনা-সম্ভাৰ*, পৃষ্ঠা ২২১

36. K. K. Handiqui Felicitation Volume, p.4

...............যোৰহাটৰ ঘৰখন, আদৰৰ গ্ৰন্থাগাৰটো আৰু নিজ পৰিয়াল এৰি ন বছৰ কাল গুৱাহাটীত অকলশৰে বাস কৰিছিল গুৱাহাটী বিশ্ববিদ্যালয়লৈ তিনিবাৰকৈ নিৰ্বাচিত হোৱা উপাচাৰ্য্য সন্দিকৈদেৱে। তেখেতক থাকিবলৈ দিয়া কটন কলেজৰ অধ্যক্ষৰ বাস ভৱনটোতে সামান্য বয়বস্তু আৰু ন্যূনতম আছবাবেৰে সৈতে কটাইছিল বানপ্ৰস্থী জীৱন। সেই ডাঙৰ ঘৰটোৰ একাষৰ এটা নিৰ্জন কোঠাত খোৱা-লোৱা, থকা-মেলা সকলো কামৰ বাবে ব্যৱহাৰ কৰি বাকী কোঠাবোৰ বিশ্ববিদ্যালয়ৰ কামৰ বাবে এৰি দিছিল। উল্লেখযোগ্য যে অসম চৰকাৰে উপাচাৰ্য্যৰ মাহিলি পাৰিতোষিক হিচাপে কিমান ধন দিব লাগিব সন্দিকৈদেৱক ধাৰ্য্য কৰি দিবলৈ অনুৰোধ কৰাত তেখেতে ভাবি-গুণি মাত্ৰ ১৪০০ (চৈধ্য শ) টকা হ'লেই গুৱাহাটীত চলিব পাৰিব বুলি জনাইছিল আৰু নবছৰে এই পৰিমাণৰ মাহিলি পাৰিতোষিক গ্ৰহণ কৰিছিল। নিজৰ গৱেষণাৰ সাধনাৰ পৰা আঁতৰি থাকিবলগীয়া হোৱাত এই দীঘলীয়া কালছোৱাক মাজে মাজে তেখেতে শূন্য বুলি অভিহিত কৰিছিল।

## সহকৰ্মীৰ সদ্ভাৱ আৰু স্নেহ-ভক্তি

এনে এটা পৰিস্থিতিত জ্ঞানযোগী উপাচাৰ্য্য গৰাকীক তেখেতৰ সহযোগী সকলে যি স্নেহ, ভক্তিৰে কামত আগবঢ়াই লৈ গৈছিল, এটা নৱ প্ৰতিষ্ঠিত শিক্ষা প্ৰতিষ্ঠানৰ বাবে সি অতি বিৰল। সহকৰ্মীসকলৰ আন্তৰিকতা আৰু শুভ ইচ্ছাৰ বলতেই সন্দিকৈদেৱে অতি উৎসাহেৰে আৰু আনন্দেৰে বিশ্ববিদ্যালয়খন গঢ় দিয়াত জপিয়াই পৰিছিল আৰু গোটেই প্ৰতিষ্ঠানটোৱেই একগোট হৈ উপাচাৰ্য্যজনাৰ পিছত থিয় দিছিল। উপাচাৰ্য্য ৰূপে থকা দীঘলীয়া কালছোৱাত কোনো ধৰণৰ আন্দোলন বা অস্থিৰ অৱস্থাৰ সৃষ্টি নোহোৱাটো. তেখেতৰ এটা বিশেষ কৃতিত্ব। জ্ঞানযোগী পণ্ডিতজনাক এটা দিশত অতি ভাগ্যৱান বুলি ক'ব পাৰি; কিয়নো জগন্নাথ বৰুৱা কলেজখন প্ৰতিষ্ঠা কৰোঁতেও তেখেতক সকলো সহকৰ্মীয়ে একেই নিষ্ঠা আৰু স্নেহ ভক্তিৰে অনুপ্ৰেৰণা যোগাইছিল। এনে এটা ঐকান্তিক পবিত্ৰ সম্বন্ধেৰে তেখেতৰ অতি ঘনিষ্ঠ সান্নিধ্যত আহিছিল জগন্নাথ বৰুৱা কলেজৰ পূৰ্বৰ সহকৰ্মী স্বৰ্গীয় ফণিধৰ দত্ত ৰেজিষ্ট্ৰাৰ ৰূপে, স্বনামধন্য শ্ৰীচিদানন্দ দাস (পূৰ্বৰ বৰপেটা কলেজৰ অধ্যক্ষ) ডেপুটি ৰেজিষ্ট্ৰাৰ ৰূপে, মাননীয় শ্ৰীশৰৎ কুমাৰ দত্ত (পিছত উচ্চ ন্যায়ালয়ৰ মুখ্য ন্যায়াধীশ আৰু কুৰুক্ষেত্ৰ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য) বিশ্ববিদ্যালয়ৰ কাৰ্য্যবাহী পৰিষদৰ সদস্য ৰূপে, আৰু অসম গৌৰৱ স্বৰ্গীয় বাণীকান্ত কাকতী (১৮৯৪-১৯৫২) বিশ্ববিদ্যালয়ৰ অসমীয়া ভাষা সাহিত্যৰ অধ্যাপক ৰূপে। দীৰ্ঘদিন নিজ পৰিয়ালৰ পৰা আঁতৰি সন্দিকৈদেৱে তেখেতৰ ঘনিষ্ঠ সহযোগীসকলৰ পৰা কেৱল আন্তৰিকতা আৰু নিষ্ঠাই পোৱা নাছিল; তেখেত সকলৰ মাজত যি ভ্ৰাতৃবৎ স্নেহ গঢ়ি উঠিছিল, সেই স্নেহ গোটেই জীৱনে অন্তৰত জাগৰিত হৈ আছিল। বৃদ্ধ বয়সতো সন্দিকৈদেৱে জীৱনী লেখক আব্দুছ ছাত্তাৰদেৱক কৈছিল,

"বিশ্ববিদ্যালয়ৰ পোন প্ৰথম অৱস্থাত মই যাইকে এওঁলোকৰ পৰা যি সহায় আৰু সহযোগ পাইছিলোঁ আচলতে তাৰ ওপৰত নিৰ্ভৰ কৰিহে মোৰ পক্ষে আচলতে গুৱাহাটীত থকা সুচল হৈছিল।"[37]

কাকতীদেৱ কটন কলেজৰ অধ্যক্ষ পদৰ পৰা অৱসৰ লোৱাৰ পিছত উপাচাৰ্য্য সন্দিকৈৰ তৎপৰতাতে তেখেতে বিশ্ববিদ্যালয়ত যোগ দিছিল। কাকতীদেৱৰ প্ৰতি শ্ৰদ্ধা ব্যক্ত কৰি সন্দিকৈদেৱে অতীতৰ দিনবোৰ সুঁৱৰিছিল— "কাকতীৰ পৰা পোৱা জীৱনজোৰা স্বীকৃতি আৰু মৰম মোৰ বাবে অতি সৌভাগ্যৰ কথা। তেওঁৰ নিজৰ কোনো বাহিৰা আকাঙ্ক্ষা নাছিল। সাংসাৰিক বুদ্ধিও তেনেকৈ নাছিল। সংসাৰত কেনেকৈ চলিব লাগে নাজানিছিল। কাক বেয়া বুলিব লাগে সেই কথাও নাজানিছিল। মই অৱশ্যে তেওঁতকৈ বেছি সাংসাৰিক বুলি ভাবোঁ।"[৩৮]

১৯৫২ চনত ডঃ কাকতীদেৱৰ দেহাৱসানৰ বাতৰিয়ে উপাচাৰ্য্য সন্দিকৈৰ মনত বৰ আঘাত দিছিল; মৃতকৰ বাসভৱনলৈ গৈ শেষ শ্ৰদ্ধা জ্ঞাপন কৰিছিল।

তদানীন্তন আইন কলেজৰ অধ্যক্ষ শ্ৰীশৰৎ কুমাৰ দত্তই ইউনিভাৰ্চিটি ক্লাছৰ অংশকালীন সচিব হিচাপে তিনি বছৰ কাল থাকি সন্দিকৈদেৱৰ প্ৰথমবাৰ উপাচাৰ্য্যৰ কাৰ্য্যকাল শেষ হোৱাৰ পিছত অসম চৰকাৰৰ Legal Remembrancer হৈ ওলাই আহে। ইউনিভাৰ্চিটি ক্লাছৰ স্থায়ী সচিব প্ৰয়াত বিৰিঞ্চি কুমাৰ বৰুৱাৰ লগত সন্দিকৈদেৱৰ ঘনিষ্ঠতা ১৯৫১ চনৰ পৰাহে হয়।

মাননীয় শৰৎ কুমাৰ দত্তই কৰ্ম জীৱনৰ পৰা অৱসৰ লোৱাৰ পিছতো পূৰ্বৰ স্নেহৰ কথা সুঁৱৰি লেখিছে,

"The more I think of Shri Handiqui, the more he rises in my veneration and love When I pay my tribute to him I can hardly suppress my nostalgia. My mind goes back to the days of my association with him. So sad, so fresh, the days that are no more!"[39]

সন্দিকৈদেৱৰ মহাপ্ৰয়াণত শ্ৰীচিদানন্দ দাস মহোদয়ে স্মৃতি তৰ্পণ প্ৰবন্ধত আবেগেৰে সুঁৱৰিছে—"সন্দিকৈৰ নিচিনা এজন বিশিষ্ট পণ্ডিত আৰু মহান ব্যক্তিত্বসম্পন্ন লোকৰ নিকট সান্নিধ্যত ন বছৰকাল থাকি আৰু বিশেষ আস্থাভাজন হৈ বিশ্ববিদ্যালয়ৰ কাম-কাজ কৰি কৰ্মসুখ লাভৰ উপৰিও মই তেখেতৰ মহানুভৱতাৰ প্ৰতি অহৰহ আকৃষ্ট হৈছিলোঁ। সেই কেইটা মোৰ জীৱনৰ চিৰস্মৰণীয় বছৰ। তাৰ বাবে মই সদায় ধন্য হৈ আছোঁ। জীৱনৰ অন্তিম কাললৈকে মই তেখেতক স্মৰণ কৰি থাকিম।"[40]

---

37 *কৃষ্ণকান্ত সন্দিকৈ*—আব্দুছ ছাত্তাৰ, ১৯৭৫, পৃষ্ঠা ১১৬

38 *প্ৰাচ্য বিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈ*, ১৯৮৪ পৃষ্ঠা ৩২

39 K. K. Handiqui Felicitation Volume, 1983, p.5

40. *'প্ৰকাশ'*, দশম সংখ্যা, ১৯৮২ চন, পৃষ্ঠা ১০১

সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকাদেৱৰ ভাষাৰে—“উপাচাৰ্য্য কৃষ্ণকান্তৰ পঞ্জীয়ক শ্ৰীফণীধৰ দত্ত আৰু উপ-পঞ্জীয়ক শ্ৰীচিদানন্দ দাস আছিল সোঁহাত আৰু বাঁওহাত। লোকপ্ৰিয় গোপীনাথে কৃষ্ণকান্তক নোপোৱা হ'লে আৰু কৃষ্ণকান্তই প্ৰথম অৱস্থাতে শুদ্ধচিত্তৰ ফণী-চিদাক নোপোৱা হ'লে বিশ্ববিদ্যালয়ৰ সফল ৰূপায়ন সম্ভৱ নহ'লহেঁতেন নিশ্চয়।”[41]

## প্ৰথম সমাৱৰ্তন

১৯৪৮ চনত উপাচাৰ্য্য পদ লৈয়েই সন্দিকৈদেৱে বিশ্ববিদ্যালয়খন এটা সুস্থিৰ, উচ্চ খাপৰ শিক্ষা কেন্দ্ৰ ৰূপে গঢ়ি তুলিবলৈ অসীম চেষ্টা কৰিছিল। শিক্ষানীতি আৰু কৰ্ম পন্থাৰ সকলো দিশতে সাৱধানতা অৱলম্বন কৰি, নতুন বিশ্ববিদ্যালয় বুলি যাতে শিক্ষাৰ মানদণ্ড কোনো প্ৰকাৰে নিম্নগামী হ'ব নোৱাৰে তাৰ বাবে বিশেষ চকু দিছিল। কলিকতা বিশ্ববিদ্যালয়ৰ আৰ্হিৰে ইয়াক এখন আগ শাৰীৰ সৰ্বভাৰতীয় বিশ্ববিদ্যালয় ৰূপে গঢ় দিয়াত প্ৰথমৰ পৰাই অহৰহে ব্ৰতী আছিল।

১৯৫১ চনত প্ৰথম সমাৱৰ্তনত দিয়া ভাষণত তেখেতে উল্লেখ কৰিছিল—“কেইবা দশক জুৰি কলিকতা বিশ্ববিদ্যালয়ে অসমৰ পৰীক্ষাবোৰ পৰিচালনা কৰাৰ পিছত ১৯৪৮ চনত খুব কম সময়ৰ জাননীৰ ভিতৰতে গুৱাহাটী বিশ্ববিদ্যালয়ে সকলো পৰীক্ষা পৰিচালনা কৰাৰ দায়িত্ব ল'বলগীয়া হ'লেও কৰ্মদক্ষতা, মানদণ্ড আৰু শৃঙ্খলা বজাই ৰখাত কোনো ত্ৰুটি ৰখা নাই।”

পৰীক্ষাবোৰ ত্ৰুটি বিহীনভাৱে চলাই বিশ্ববিদ্যালয়খনে সুনাম অক্ষুন্ন ৰাখি জনসাধাৰণৰ মাজত আস্থাৰ পৰিৱেশ সৃষ্টি কৰাত গুৰুত্ব দি কৈছিল—

“Experience comes slowly, but we had to acquire it quickly; and this task of holding the Examinations all over the province in a flawless manner has more than anything else taxed the energies and vigilance of the authorities ever since the inception of the University. Examinations as a system are decried from time to time but they provide a vital link between the University and the public; and the University as the guardian of its own reputation must be able to inspire confidence in its examination standards and the integrity of its methods.”[42]

---

41. *‘প্ৰাচ্যবিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈ’*, পৃষ্ঠা ১১

42. Vice-Chancellor's Address, January 3, 1951, (পৃঃ ৬৫)

## পৰীক্ষা-কেন্দ্ৰ পৰিদৰ্শন

মেট্ৰিক পৰীক্ষাৰ কেন্দ্ৰবোৰ ছাত্ৰই পৰীক্ষা দি থকাৰ সময়ত উপাচাৰ্য্য গৰাকীয়ে নিজে পৰিদৰ্শন কৰি ফুৰিছিল। পৰিদৰ্শনৰ কালত তৎকালীন ব্যৱস্থা কিম্বা ল'বলগীয়া হ'লে তেখেতে পৰীক্ষা গৃহতে উপযুক্ত দিহাৰ বাবে নিৰ্দেশ দিছিল। উপাচাৰ্য্য ৰূপে সন্দিকৈদেৱৰ কৰ্ম তৎপৰতাৰ এইটো এটা বিৰল উদাহৰণ আছিল—যাক অনুকৰণ কৰিব পৰা হ'লে ছাত্ৰ সমাজৰ একাগ্ৰতা আৰু নিষ্ঠা অব্যাহত থাকিলহেঁতেন।

১৯৪৯ চনত যোৰহাটত এবাৰ উপাচাৰ্য্য সন্দিকৈয়ে মেট্ৰিক পৰীক্ষা কেন্দ্ৰবোৰ পৰিদৰ্শন কৰি ফুৰোঁতে এগৰাকী ছাত্ৰী পৰীক্ষাগৃহতে হঠাত অসুস্থ হৈ পৰা চকুত পৰিল। ছাত্ৰী গৰাকীৰ ওচৰলৈ আহি তেখেতে সুধিলে, "আজি যি প্ৰশ্ন কাকত পাইছা, তাক দেখি তুমি উত্তীৰ্ণ হ'ব পাৰিবা বুলি ভাবানে?" ছাত্ৰী গৰাকীয়ে দৃঢ়ভাৱে উত্তীৰ্ণ হ'ব পাৰিব বুলি উত্তৰ দিয়াত উপাচাৰ্য্যই তেওঁক উত্তীৰ্ণ বুলি ধৰি সেইদিনাৰ পৰীক্ষা দিয়াৰ পৰা ৰেহাই দিছিল।

## শিক্ষাদানৰ মানদণ্ড

ছাত্ৰ জীৱনৰে পৰা তেখেতে স্বদেশ আৰু বিদেশৰ বিভিন্ন বিশ্ববিদ্যালয়ৰ বৰেণ্য পণ্ডিতমণ্ডলীৰ সংস্পৰ্শত আহি নতুন বিশ্ববিদ্যালয়খন গঢ় দিয়াৰ সকলো কামতে অতি সাহসেৰে সিদ্ধান্ত ল'ব পাৰিছিল আৰু দেশ-বিদেশৰ বিশ্ববিদ্যালয়ৰ লগত যোগাযোগ ৰাখিবলৈ সক্ষম হৈছিল। বিশ্ববিদ্যালয়ৰ স্বতন্ত্ৰতাত ৰাজনৈতিক মহলে যাতে কোনো ধৰণৰ হস্তক্ষেপ কৰিব নোৱাৰে তাৰ বাবে আছিল অতি সচেতন আৰু তাক ৰক্ষা কৰিবলৈ অতি তৎপৰ।

শিক্ষাদানৰ মানদণ্ড উন্নত কৰিবলৈ উপাচাৰ্য্যৰ ভাৰ লৈয়েই এটা বহল মনৰ দৃষ্টিভঙ্গীৰে ভাৰতৰ বিভিন্ন ঠাইৰ পৰা অৰ্হতাসম্পন্ন অধ্যাপক বাছনি কৰিছিল। সেইসময়ত শিক্ষা প্ৰতিষ্ঠানটোৱেই যেন এক প্ৰকাৰ ভাৰতবৰ্ষৰ এটা ক্ষুদ্ৰ সংস্কৰণ হৈ পৰিছিল। অধ্যাপক নিযুক্তিৰ বিষয়ে প্ৰথম সমাবৰ্ত্তনত উপাচাৰ্য্যৰ ভাষণত তেখেতে কৈছিল— "স্থানীয় প্ৰতিভাসম্পন্ন লোকক নিযুক্তি দিয়াত বৰ্ত্তমান অসমৰ শিক্ষাৰ বাতাবৰণ ইমানেই পিছপৰা হৈ আছে যে বিশ্ববিদ্যালয়ৰ বিভিন্ন বিভাগত শিক্ষা দিবলৈ যোগ্যজনৰ অভাৱ দেখা গৈছে।"

এই ক্ষেত্ৰত স্থানীয় প্ৰাৰ্থীয়েহে যে এইবোৰ পদ পাব লাগে সেইবিষয়ত সদায়েই সজাগ আছিল; সেইকালত ভেনে প্ৰাৰ্থীৰ অভাৱে তেখেতৰ মনত বৰ আঘাত দিছিল। এই উদ্দেশ্যে অসমৰ মেধাৱী ছাত্ৰসকলে যাতে প্ৰতিযোগিতামূলক পৰীক্ষাবোৰৰ প্ৰাৰ্থী হ'ব পাৰে, তাৰ বাবে প্ৰস্তুত কৰিবলৈ অসম চৰকাৰৰ আৰ্থিক সাহায্যেৰে বিশ্ববিদ্যালয়ত ভাৰতীয় প্ৰশাসনীয় সেৱা (আই-এ-এছ) পৰীক্ষা আৰু অন্যান্য সৰ্বভাৰতীয়

প্ৰতিযোগিতামূলক পৰীক্ষাৰ শিক্ষাদানৰ শ্ৰেণী খুলি সেই সুযোগ ল'বলৈ দ্বিতীয় সমাৱৰ্তনৰ ভাষণত[43] ছাত্ৰসকললৈ তেখেতে আহ্বান জনাইছিল।

## পাঠ্যক্ৰম নিৰ্দ্ধাৰণ

সৰ্বভাৰতীয় পৰ্য্যায়ত একাডেমিক মানদণ্ড বজাই ৰখাৰ হকে সমগ্ৰ ভাৰতৰ খ্যাতিসম্পন্ন শিক্ষাবিদসকলক আমন্ত্ৰণ কৰি পাঠ্যক্ৰম নিৰ্দ্ধাৰণৰ পৰামৰ্শ লোৱা হৈছিল। বিশ্ববিদ্যালয় স্থাপন কৰাৰ আগলৈকে কলিকতা বিশ্ববিদ্যালয়ে অসমৰ পৰীক্ষাবোৰ পৰিচালনা কৰিছিল বাবে প্ৰথম অৱস্থাত পাঠ্যক্ৰম সলনি কৰাত সন্দিকৈদেৱে হাত দিয়া নাছিল। এই সন্দৰ্ভত তেখেতৰ সহযোগী শ্ৰীযুত চিদানন্দ দাসে লিখিছে, "পাঠ্যক্ৰম নিৰ্দ্ধাৰণৰ বাবে কেবাজনো সৰ্বভাৰতীয় খ্যাতিসম্পন্ন শিক্ষাবিদক আমন্ত্ৰণ কৰি আনিছিল আৰু তাৰ বাবে গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰদান কৰা ডিগ্ৰীসমূহ ভাৰতৰ, তথা ভাৰতৰ বাহিৰৰো কিছুমান বিশ্ববিদ্যালযে 'ৰেচিপ্ৰকেল' পদ্ধতিৰে স্বীকৃতি দিয়াত দ্বিধাবোধ নকৰিছিল।......ডিব্ৰুগড়ৰ অসম চিকিৎসা মহাবিদ্যালযৰ আৰম্ভণিতে পৰিদৰ্শনৰ কাৰণে খ্যাতনামা চিকিৎসক আৰু কলিকতা বিশ্ববিদ্যালয়ৰ মেডিকেল ফেকাল্‌টিৰ ডীন ডক্‌টৰ এল, এম, বেনাৰ্জী আৰু প্ৰসিদ্ধ শিক্ষাবিদ আৰু উপাচাৰ্য্য ডক্টৰ লক্ষ্মণস্বামী মুদালিয়াৰ প্ৰভৃতি ব্যক্তিসকলক আমন্ত্ৰণ কৰি আনিছিল। এনেবোৰ গুণী-জ্ঞানীলোকে পৰিদৰ্শন কৰি যোৱাৰ পিছত মেডিকেল কাউন্সিলৰ 'ষ্টেটুটৰী ইন্সপেক্‌চন'ৰ সদস্যসকলে পৰিদৰ্শন কৰিবলৈ আহি বিশেষ মত প্ৰকাশ কৰাৰ আৱশ্যকতা দেখা নাছিল। সেইদৰে অসম ইঞ্জিনীয়াৰিং কলেজৰ বাবেও ডঃ ত্ৰিগুণা সেন আৰু বেঙ্গল ইঞ্জিনীয়াৰিং কলেজৰ (শিৱপুৰ) অধ্যক্ষ গৰাকীক অনা হৈছিল। অসম পশু চিকিৎসা মহাবিদ্যালয় আৰু কৃষি মহাবিদ্যালয় স্থাপনৰ সময়তো সৰ্বভাৰতীয় খ্যাতিসম্পন্ন বিশেষজ্ঞসকলক অনা হৈছিল।"[44]

বিশ্ববিদ্যালয় স্থাপন কৰাৰ এবছৰৰ আগতে অসম চৰকাৰে ডিব্ৰুগড়ত অসম মেডিকেল কলেজ স্থাপন কৰিলেও, ই পূৰ্ণাঙ্গ পৰ্য্যায়ত 'একাডেমিক' গঢ় লয় উপাচাৰ্য্য সন্দিকৈৰ সুদক্ষ পৰিচালনাত। প্ৰতিষ্ঠানটোৰ আৰম্ভণিতে পাঠ্যক্ৰম আৰু পৰীক্ষাৰ মানদণ্ড হ্ৰাস কৰাৰ প্ৰস্তাৱ কেইজনমান স্থানীয় শিক্ষাবিদে আগবঢ়োৱা পৰামৰ্শৰ ঘোৰ বিৰোধিতা তেখেতে কৰিবলগীয়া হৈছিল আৰু এই ক্ষেত্ৰত মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ তদানীন্তন উপাচাৰ্য্য ডঃ লক্ষ্মণস্বামী মুদালিয়াৰৰ নিচিনা কেইবাগৰাকীও সৰ্বভাৰতীয় খ্যাতিসম্পন্ন লোকৰ পৰামৰ্শ সাপেক্ষে পাঠ্যক্ৰম নিৰ্দ্ধাৰণ কৰি অসম মেডিকেল কলেজৰ 'একাডেমিক' প্ৰগতিত বৰঙণি যোগাইছিল।

বিশ্ববিদ্যালয়ৰ সকলো বিষয়ৰে কাৰ্য্যকৰী দিশটোলৈ লক্ষ্য ৰাখি যোগ্যজনক

---

43 Vice-Chancellor's Address, January 31, 1995, পৃঃ (৬৯)

44 *প্ৰকাশ*, দশম সংখ্যা, ১৯৮২, পৃষ্ঠা ৮৮

যোগ্য পদত অধিষ্ঠিত কৰিবলৈ সন্দিকৈদেৱৰ আছিল অতি সজাগ। শিক্ষা প্ৰতিষ্ঠানটোক তেখেতে অসমৰ বৰেণ্য সাহিত্যিকসকলৰ লগত জড়িত কৰাৰ তৎপৰতাৰ বিষয়ে সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকাই 'কৃষ্ণচৰিত' নামৰ স্মৃতি তৰ্পণ প্ৰবন্ধত লিখিছে— "কেৱল মোকেই নহয়, প্ৰতিজন অসমীয়া সাহিত্যিককে তেওঁ ভাল পাইছিল আৰু অযাচিতভাৱে পৰাখিনি সহায় কৰিছিল। বিশ্ববিদ্যালয়ৰ পৰীক্ষক আদিৰ তালিকাও চকু ফুৰাই তেওঁ সাহিত্যিকসকলক অগ্ৰস্থান দিছিল। তেওঁৰ পৰামৰ্শমতেই দৈৱ তালুকদাৰৰ 'বামুণীকোঁৱৰ', 'অপূৰ্ণ', মোৰ 'নৰকাসুৰ', 'শকুন্তলা' আদি কিতাপ বিশ্ববিদ্যালয়ৰ পাঠ্য তালিকাৰ অন্তৰ্ভুক্ত হৈছিল। ...... ....সেই সময়তে এবাৰ দিল্লীৰ একাডেমীয়ে অসমত এখন সাহিত্য একাডেমীৰ শাখা খুলিবলৈ মনতে পাঙিছিল আৰু সেই সম্পৰ্কে কৃষ্ণকান্ত সন্দিকৈৰ মতামত সুধিছিল। কৃষ্ণকান্তই নিজেই তাৰ উত্তৰ লিখি পাৰ্তনিতে সেই প্ৰয়াসত ভেটা বা 'ভেটো' দিছিল। তেওঁ লিখিছিল বোলে অসমত সাহিত্য সভাৰ দৰে এখন বৃহৎ জাতীয় অনুষ্ঠান থকাৰ নিমিত্তে অসমত দ্বিতীয় সাহিত্য একাডেমীৰ কোনো প্ৰয়োজন নাই। সন্দিকৈৰ ইচ্ছা মতে কাম হ'ল। সাহিত্য একাডেমীয়ে অসম সাহিত্য সভাৰ সমান্তৰাল হৈ অসমত গজালি মেলিব নোৱাৰিলে।"[45]

বিশ্ববিদ্যালযৰ গৱেষণা কৰ্ম আৰু গ্ৰন্থাগাৰৰ সন্দৰ্ভত শ্ৰীচিদানন্দ দাস ডাঙৰীয়াই উল্লেখ কৰিছে— "অতি কম সময়ৰ ভিতৰতে বিশ্ববিদ্যালয়খনে গৱেষণাৰ কামত অগ্ৰগতি লাভ কৰিব পাৰিছিল। পূৰ্ণাঙ্গ গ্ৰন্থাগাৰ এটা বিশ্ববিদ্যালয় এখনৰ প্ৰধান অঙ্গ। অধ্যয়নপুষ্ট সন্দিকৈয়ে দেশ-বিদেশৰ বহুতো সমৃদ্ধিশালী গ্ৰন্থাগাৰৰ লগত প্ৰত্যক্ষ আৰু পৰোক্ষভাৱে অহা সংস্পৰ্শৰ অভিজ্ঞতাৰে তেখেতৰ কাৰ্য্যকালতে গুৱাহাটী বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগাৰটোক এটি পূৰ্ণাঙ্গ ৰূপ দিয়াৰ চেষ্টা কৰে। এই সম্পৰ্কত উল্লেখ কৰিব পাৰি যে ইংলণ্ডৰ বিখ্যাত 'ব্লেক ওৱেল" কোম্পানীৰ পৰা বিশেষকৈ ইংৰাজী সাহিত্য আৰু ইতিহাসৰ বহু সংখ্যক গ্ৰন্থ আনিছিল।"[46]

## কলেজ শিক্ষক সংস্থা

চৰকাৰৰ অনুদানেৰে পুষ্ট বিশ্ববিদ্যালয়খনে স্বতন্ত্ৰতা অৱলম্বন কৰাত সন্মুখীন হোৱা অসুবিধা বিলাকৰ বিষয়ে 'অসম কলেজ শিক্ষক সংস্থা'ৰ তদানীন্তন সম্পাদক অধ্যাপক অজিত কুমাৰ শৰ্মাই 'সন্দিকৈৰ জীৱনৰ বিশেষ ৰূপ' নামৰ প্ৰবন্ধত উল্লেখ কৰিছে—

"অসম কলেজ শিক্ষক সংস্থাই উপাচাৰ্য্য সন্দিকৈদেৱৰ সহায়, সহানুভূতি আৰু পৰামৰ্শ লাভ কৰিব পাৰিছিল। দৰাচলতে তেওঁৰ সক্ৰিয় সহানুভূতি নোপোৱা হ'লে সংস্থাই সেই সময়ত কৃতকাৰ্যতা লাভ কৰাৰ পথত আগবাঢ়িব নোৱাৰিলেহেঁতেন।

45. *প্ৰাচ্যবিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈ*, পৃষ্ঠা ৮, ১৫
46 *প্ৰকাশ*, দশম সংখ্যা, পৃষ্ঠা ৮৯

সন্দিকৈ উপাচাৰ্য্য হৈ থকালৈকে বিশ্ববিদ্যালয়ৰ স্বতন্ত্ৰতা আৰু নেতৃত্ব আৰু কলেজবিলাকৰ মৰ্য্যদা অটুট আছিল। উল্লেখযোগ্য যে তেতিয়াৰ দিনত কলেজবোৰৰ বাবে পৰিচালনা-বিধি বা শিক্ষকসকলৰ বাবে নিয়মিত দৰ্মহা একোৰে ব্যৱস্থা নাছিল। এইবোৰৰ বিষয়ে উপাচাৰ্য্য সন্দিকৈয়ে সংস্থাৰ কাৰ্যনিৰ্বাহক সদস্যসকলক নিজা বাসভৱনলৈকে মাতি আনি বিতং আলোচনা কৰে। তাৰ পাছত তেখেতৰ পৰামৰ্শক্ৰমে অসম চৰকাৰেও শিক্ষক সংস্থাৰ দাবী মানি শিক্ষকৰ দৰ্মহা নিম্নতম মাহে ১৭৫ টকা বান্ধি দিয়ে আৰু কলেজবোৰলৈ চৰকাৰী অনুদানৰ নিৰিখ বৰ্ধিত কৰে। তদুপৰি সন্দিকৈৰ পৰামৰ্শমতে বিশ্ববিদ্যালয়ৰ কাৰ্যনিৰ্বাহকেও কলেজ পৰিচালনা-বিধি আৰু শিক্ষকৰ চাকৰি-বিধি প্ৰণয়ন কৰি শিক্ষকসকলৰ মৰ্য্যদা আৰু নিৰাপত্তা ৰক্ষা কৰাৰ ব্যৱস্থা কৰে।"[47]

## ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণনৰ সান্নিধ্যত

১৯৪৯ চনত ডঃ সৰ্বপল্লী ৰাধাকৃষ্ণনে বিশ্ববিদ্যালয় শিক্ষা আয়োগৰ সভাপতি ৰূপে অসমৰ নৱ প্ৰতিষ্ঠিত বিশ্ববিদ্যালয়খন পৰিদৰ্শন কৰিবলৈ আহি উপাচাৰ্য্যৰ সামান্য আছবাবৰ বাসভৱনতে আলহী আছিলহি। দুজন মহান দাৰ্শনিক পণ্ডিতৰ ভাবৰ বিনিময় হৈছিল অতি ঘনিষ্ঠভাৱে থকাৰ সুযোগ মিলাত। ইজনে সিজনৰ অগাধ পাণ্ডিত্য দেখি অতিকৈ মুগ্ধ হৈছিল। দুবছৰৰ পিছত ভাৰতৰ উপ-ৰাষ্ট্ৰপতি ৰূপে যেতিয়া ডঃ ৰাধাকৃষ্ণনে প্ৰথম সমাবৰ্তনৰ আমন্ত্ৰিত অতিথিৰূপে যোগ দিবলৈ আহিছিল, তেতিয়া চৰকাৰী আতিথ্য গ্ৰহণ নকৰি তেওঁ পুনৰ উপাচাৰ্য্যৰ আশ্ৰম হেন বাসস্থানতহে আতিথ্য লৈছিলহি। স্মৰণীয় যে উপ-ৰাষ্ট্ৰপতি থাকিবলৈ লোৱা ঘৰটো আগধৰি পুলিচ কৰ্তৃপক্ষই পৰীক্ষা কৰি চোৱাটো এটা চৰকাৰী নিয়ম। সন্দিকৈয়ে সহযোগীসকলৰে সৈতে বৰঝাৰ বিমান বন্দৰলৈ উপ-ৰাষ্ট্ৰপতিক আগবঢ়াই আনিবলৈ যাওঁতেই এজন উচ্চ পুলিচ বিষয়াই উপাচাৰ্য্যৰ বাসভৱনৰ চৌহদত পাক এটা মাৰি বিমান বন্দৰলৈ গৈ বাসভৱন খানাতালাচ কৰি অহা বুলি সন্দিকৈদেৱক কোৱাত তেখেত অতি আশ্চৰ্য্যান্বিত হৈছিল।

সন্দিকৈদেৱে বিশ্ববিশ্ৰুত দাৰ্শনিক পণ্ডিত গৰাকীক প্ৰথম দেখিয়েই মন্তব্য দিছিল, 'গুণীজনৰ কীৰ্ত্তিৰ যশস্যা প্ৰকৃততে যিমান, সাধাৰণতে তাক অতিৰঞ্জিত কৰি শুনা যায়; কিন্তু ৰাধাকৃষ্ণন এনে এজন মহান ব্যক্তি যে অতিৰঞ্জিত ভাৱে শুনা কথাবোৰতকৈ তেওঁ অধিকতৰ গুণৰ অধিকাৰী।'

সন্দিকৈদেৱে সদায়েই বিশ্ববিদ্যালয়ৰ ডিগ্ৰীতকৈ মানুহৰ চৰিত্ৰ আৰু মনৰ শুদ্ধতাৰ ওপৰত বেছি গুৰুত্ব দিছিল। প্ৰথম সমাবৰ্তনত স্নাতক ডিগ্ৰীধাৰী ছাত্ৰসকলক অভিনন্দন জনাই তেখেতে কৈছিল, 'ভাৰতৰ যোগ্য নাগৰিক ৰূপে তেওঁলোকে মনত

47. *প্ৰাচ্যবিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈ*, পৃষ্ঠা ৩৭




[ বৃটিছ চৰকাৰৰ ৰাজত্বৰ কালছোৱাত পৰাধীন অসমত বিশ্ববিদ্যালয় স্থাপিত হোৱা নাছিল। ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ পিছতহে অসমবাসীৰ আশা আকাংক্ষাৰ প্ৰতীক গুৱাহাটী বিশ্ববিদ্যালখন স্থাপিত হৈছিল। ১৯৪৭ চনৰ ডিচেম্বৰ মাহত অসমৰ প্ৰথম জনা প্ৰধানমন্ত্ৰী লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ পৰা নৱ-প্ৰস্তাৱিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য হ'বৰ বাবে অনুৰোধ জনোৱা এখন চিঠি পণ্ডিত প্ৰবৰ কৃষ্ণকান্ত সন্দিকৈয়ে হঠাতে পায়। তেখেতে সিদ্ধান্ত লোৱাৰ আগতে মন্তব্য কৰিছিল, "মোৰ জীৱনত বৰদলৈ ডাঙৰীয়াই প্ৰথম ব্যক্তি, যি অসম চৰকাৰৰ তৰফৰ পৰা এনে দায়িত্বশীল কাৰ্য্যভাৰ ল'বলৈ অনুৰোধ জনাইছে।" পৃঃ ৩৮]

১৯৪৯ চনৰ ডিচেম্বৰ মাহত গুৱাহাটীৰ বৰঝাৰ বিমান কন্দৰত স্বাধীন ভাৰতৰ গৱৰ্ণৰ জেনেৰেল (ৰাষ্ট্ৰপতি) চক্ৰৱৰ্ত্তী ৰাজাগোপালচাৰীক প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈয়ে উপাচাৰ্য্য সন্দিকৈদেৱক পৰিচয় কৰি দিয়াৰ এটা দৃশ্য ওপৰৰ ছবিত দেখা গৈছে; কাষত অসমৰ গৱৰ্ণৰ শ্ৰীপ্ৰকাশ।

ছবিত ক্ৰমে বাঁওফালৰ পৰা— সন্দিকৈদেৱ, বৰদলৈ ডাঙৰীয়া, চক্ৰৱৰ্ত্তী ৰাজাগোপালচাৰী আৰু শ্ৰীপ্ৰকাশ।





[ ১৯৫১ চনত অনুষ্ঠিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম সমাবৰ্ত্তনত ভাৰতৰ তদানীন্তন উপৰাষ্ট্ৰপতি বিশ্ব বিশ্ৰুত দাৰ্শনিক পণ্ডিত সৰ্বপল্লী ৰাধাকৃষ্ণণে দীক্ষান্ত ভাষণৰ আৰম্ভণিতে কৈছিল,
"Your Vice-Chancellor is not only a Vice-Chancellor but also a great scholar" (আপোনালোকৰ উপাচাৰ্য্য গৰাকী কেৱল উপাচাৰ্য্যই নহয়, এজন মহান পণ্ডিতো। পৃঃ ৩১]

ওপৰৰ ছবিত ১৯৫১ চনৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম সমাবৰ্ত্তনত আমন্ত্ৰিত অতিথি সৰ্বপল্লী ৰাধাকৃষ্ণণ (সোঁফালে) আৰু উপাচাৰ্য্য সন্দিকৈদেৱক (মাজত) দেখা গৈছে।



১৯৫৫ চনত অনুষ্ঠিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বিতীয় সমাৱৰ্ত্তনত বাঁওফালৰ পৰা ক্ৰমে আমন্ত্ৰিত অতিথি মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ডঃ লক্ষ্মণস্বামী মুদালিয়াৰ, অসমৰ ৰাজ্যপাল জয়ৰাম দাস দৌলতৰাম আৰু উপাচাৰ্য্য কৃষ্ণকান্ত সন্দিকৈ।



গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বিতীয় সমাৱৰ্ত্তনত জগন্নাথ বৰুৱা কলেজৰ স্নাতক ডিগ্ৰীধাৰীসকলৰ অধ্যক্ষ গুণ গোবিন্দ দত্তৰে সৈতে দেখা গৈছে। সন্মুখৰ ছাত্ৰীসকলৰ শাৰীত বাঁওফালৰ পৰা প্ৰথম গৰাকী লেখিকা, ১৯৫৫।



[“স্বনামধন্য ডঃ ভুৱনেশ্বৰ বৰুৱা অসমৰ এজন মহান চিকিৎসক আৰু স্বাধীনতা আন্দোলনৰ এগৰাকী নেতৃস্থানীয় মুক্তি যোদ্ধা; তেখেতক ‘অসমৰ বিধান চন্দ্ৰ ৰায়’ (বঙ্গদেশৰ প্ৰসিদ্ধ চিকিৎসক আৰু পিছত মুখ্যমন্ত্ৰী) বুলি মানুহে অভিহিত কৰিছিল। কিন্তু আমাৰ সৰু পৰিয়ালটোৰ বাবে তেখেত আছিল দেউতাৰজুখৰ দুখৰ ‘আজীৱন সখি’। তেখেতৰ উপস্থিতিত কি সঞ্জীৱনী শক্তি আছিল নাজানো, কিন্তু যেমাৰ আজাবৰ বিপদৰ দিনত তেখেত আহি আমাৰ ঘৰত থিত্ দিলেহে মনৰ সংশয় দূৰ কৰি দেউতা নিশ্চিন্ত হ’ব পাৰিছিল। পিছৰ জীৱনতো ডঃ বৰুৱাই দেউতাক অনেকবাৰ এনে বিপদৰ পৰা ৰক্ষা কৰিছিল।” কৃষ্ণকান্ত সন্দিকৈ (প্ৰথম খণ্ড), পৃঃ১৪]

ওপৰৰ ছবিত ১৯৫১ চনত অনুষ্ঠিত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম সমাবৰ্তনত বাঁও কাষৰ (প্ৰথম শাৰী) পৰা ক্ৰমে ডঃ ভুৱনেশ্বৰ বৰুৱা, সৰ্ব্বপল্লী ৰাধাকৃষ্ণণ আৰু কৃষ্ণকান্ত সন্দিকৈক দেখা গৈছে।

ৰাখিব লাগিব, চৰিত্ৰ আৰু অন্তৰৰ পৱিত্ৰতাইহে মানৱীয় সত্তা বজাই ৰাখিব -বিশ্ববিদ্যালয়ৰ ডিগ্ৰীয়ে নহয়।' বিশ্ববিদ্যালয়ৰ পৰা ওলোৱা ডিগ্ৰীধাৰীসকলৰ সংখ্যাতকৈ ছাত্ৰৰ একাডেমিক মৰ্য্যদাৰ গুণত অধিক গুৰুত্ব আৰোপ কৰি উপাধিৰ গৌৰৱতকৈ চৰিত্ৰ আৰু জ্ঞানৰ গৌৰৱৰ স্থান বেছি ওপৰত বুলি সকিয়াই দিছিল।

## সুদৃঢ় বিচাৰ প্ৰণালী

এটা দৃঢ় মতত অটল হৈ থাকি উপাচাৰ্য্যজনাই বিশ্ববিদ্যালয়ৰ নীতি নিয়ম বিলাক মানি লৈছিল ধাৰ্মিক সততাৰে। এই দিশত কি শৈক্ষিক, কি পাৰিবাৰিক বা কি সামাজিক, সকলো ক্ষেত্ৰতে তেখেতৰ স্পষ্ট আৰু কঠোৰ বিচাৰ প্ৰণালীয়ে অনেকৰ মনত যে আঘাত দিছিল, সেই কথা নুই কৰিব নোৱাৰি। কিন্তু এই যুক্তিসঙ্গত আৰু স্পষ্ট নীতিক সকলোৱেই মুৰ পাতি মানি লৈছিল। অধ্যাপক অজিত কুমাৰ শৰ্মাই তেখেতৰ নীতি নিয়মৰ বিষয়ে মন্তব্য দিছে—"নিৰ্দ্ধাৰিত নীতি-নিয়মৰ ইফাল সিফাল হোৱাটো সম্ভৱপৰ নাছিল। নীতিৰ কঠোৰতাই আছিল সন্দিকৈৰ নেতৃত্ব শক্তি। এই শক্তিৰ বলতেই নিজৰ কোঠাত বহি থাকিয়েই বিশ্ববিদ্যালয়ৰ ভিতৰে-বাহিৰে আৰু অসমৰ সকলো স্কুল-কলেজতে কৰ্তৃত্বৰ প্ৰভাৱ পেলাব পাৰিছিল। কিন্তু মন কৰিবলগীয়া এইটোহে যে নীতিত কঠোৰ সন্দিকৈৰ অন্তৰখন কিন্তু আছিল অতি কোমল।"[48]

উপাচাৰ্য্য পদ যচাৰ সময়ত চৰকাৰৰ পক্ষৰ পৰা কোনো হস্তক্ষেপ নকৰাৰ আশ্বাস পোৱা বাবেই সন্দিকৈদেৱে প্ৰতিষ্ঠানটো স্বাধীনভাৱে পৰিচালনা কৰিব পাৰিছিল আৰু অতি কম সময়ৰ ভিতৰতে চালুকীয়া বিশ্ববিদ্যালয়খনে অন্য প্ৰতিষ্ঠাশীল বিশ্ববিদ্যালয়সমূহৰ পৰা স্বীকৃতি লাভ কৰিবলৈ সক্ষম হৈছিল। ছাত্ৰৰ বা শিক্ষকৰ হেঁচাত পৰি নিৰ্দিষ্ট নীতি আৰু কৰ্মপন্থাৰ হেৰফেৰ নকৰাৰ দিশত উদাহৰণ দি অধ্যাপক ডঃ সত্যেন্দ্ৰ নাথ শৰ্মাই স্মৃতি তৰ্পণ প্ৰবন্ধত উল্লেখ কৰিছে—"............এবাৰ যোৰহাটৰ কৃষি কলেজৰ ছাত্ৰসকলে প্ৰশ্ন টান বুলি পৰীক্ষাগৃহৰ পৰা সদলবলে ওলাই যোৱাত সন্দিকৈয়ে পৰীক্ষাটোকে নাকচ কৰি গোটেইবোৰ ছাত্ৰক এবছৰ ৰাখি থ'লে। পৰীক্ষাৰ কেন্দ্ৰত যাতে কোনো প্ৰকাৰৰ অসৎ উপায় ছাত্ৰ বা আনে অৱলম্বন কৰিব নোৱাৰে তাৰ প্ৰতি সজাগ দৃষ্টি ৰাখিছিল আৰু নিজেও আকস্মিকভাৱে পৰীক্ষা-কেন্দ্ৰত ভুমুকি মাৰি নিজ চকুৰে পৰীক্ষা-পৰিচালনা পৰিদৰ্শন কৰিছিল। তদুপৰি পৰীক্ষা কেন্দ্ৰ বাছোঁতেও সাৱধানে বাছিছিল। ..........অসমত উচ্চ শিক্ষাৰ বিস্তাৰৰ দৃষ্টিকোণৰ পৰা চালে এই ন বছৰ অতিশয় ফলপ্ৰসু বুলি ক'ব পাৰি।"[49]

---

48. *প্ৰাচ্যবিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈ*, পৃষ্ঠা ৩৮
49. *প্ৰকাশ*, দশম সংখ্যা, পৃষ্ঠা ৬৮, ৬৯

## উপাচাৰ্য্যৰ প্ৰতি ছাত্ৰৰ মনোভাৱ

সন্দিকৈদেৱ থকা বাসভৱনটোতে অফিচ, কাৰ্য্যকৰী পৰিষদ আৰু বিভাগীয় কমিটিবোৰৰ সভা আদিৰ হ্ৰেক কাম চলি থকাত তেখেতক ছাত্ৰসকলে সততে দেখা পোৱাৰ সুযোগ নাপাইছিল। সন্ধিয়া দুই এক অন্তৰঙ্গ বন্ধুৰে সৈতে সান্ধ্য ভ্ৰমণ কৰাৰ সময়ত অনেকে ৰাস্তাত খাপ দি ৰৈ থাকে উপাচাৰ্য্যজনাক দেখা পোৱাৰ আশাৰে। বিশ্ববিদ্যালয়ৰ বিশেষ অনুষ্ঠানবিলাকত উপাচাৰ্য্য সন্দিকৈ আহি আছে বুলি কথাষাৰ জনাজনি হ'লেই ছাত্ৰসকল উৎকণ্ঠা আৰু কৌতুহলেৰে উচ্ছ্বসিত হৈ পৰিছিল। ভাৰতৰ তেতিয়াৰ ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰ প্ৰসাদ, উপ-ৰাষ্ট্ৰপতি ৰাধাকৃষ্ণন, ডঃ লক্ষ্মণস্বামী মুদালিযাৰৰ নিচিনা সুপ্ৰসিদ্ধ গুণী জ্ঞানীসকলৰ উপস্থিতিতো উপাচাৰ্য্য জনাইহে ছাত্ৰসকলৰ মনোযোগ বেছিকৈ আকৰ্ষণ কৰিছিল। এই বিশেষ অনুষ্ঠানসমূহত যোগদান দিয়া প্ৰত্যক্ষদৰ্শীসকলৰ লেখাত এনে বহুত উদাহৰণ পোৱা যায়। শ্ৰীবাদল দাস ডাঙৰীয়াই এটি সজীৱ লেখাত বৰ্ণনা কৰিছে— "১৯৫৪ চনৰ ফেব্ৰুৱাৰী মাহত গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম গৃহ নিৰ্মাণৰ আধাৰশিলা স্থাপিত হয়। অনুষ্ঠানৰ পৌৰোহিত্য কৰিবলৈ আহিছিল তদানীন্তন ৰাষ্ট্ৰপতি ডঃ ৰাজেন্দ্ৰ প্ৰসাদ। স্থান জালুকবাৰী পথাৰ। এই অনুষ্ঠানলৈ ছাত্ৰ-ছাত্ৰীৰ উপৰিও বহু বিশিষ্ট অতিথিৰ আগমন হৈছিল। আমন্ত্ৰিত অতিথিৰ সৈতে অনুষ্ঠানত 'ডেইচ'ত বহি আছে ডঃ ৰাজেন্দ্ৰ প্ৰসাদৰ লগত উপাচাৰ্য্য কৃষ্ণকান্ত সন্দিকৈ। এবাৰ ৰাজেন্দ্ৰ প্ৰসাদৰ হাতত লাগি সন্দিকৈৰ চিৰসঙ্গী লাঠিডাল পিছলি পৰি গ'ল। নিৰ্বিকাৰ সন্দিকৈৰ কাৰণে হাউলি পৰি ৰাজেন্দ্ৰ প্ৰসাদে আ্লফুলকৈ সেইডাল তলৰ পৰা তুলি আনি সন্দিকৈৰ হাতত দিলে। এইজন সন্দিকৈৰ সম্মুখত ভাৰতৰ ৰাষ্ট্ৰপতিৰ 'প্ৰটক'ল' কৰবাত উৰি গ'ল। .............গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বিতীয় সমাৱৰ্ত্তন উৎসৱ। ডিগ্ৰী ল'বলৈ বাট চাই থকা গ্ৰেজুৱেট সকল ক'লা গাউন, টুপি পিন্ধি ৰভাতলীত বহি আছে। বিশিষ্ট অতিথি ৰামস্বামী মুদালিয়াৰ। লগত ৰঙীন গাউন পিন্ধি আচাৰ্য্য শ্ৰীদৌলতৰাম আৰু উপাচাৰ্য্য কৃষ্ণকান্ত সন্দিকৈ। ক'লা চচ্‌মা পিন্ধি থকা উপাচাৰ্য্যক চাবলৈ গ্ৰেজুৱেট সকলৰ মাজত কি উৎকণ্ঠা, কিমান হেতাওপৰা। কোনো কোনোৱে ডিগ্ৰী লৈ হয়তো একেবাৰে বিশ্ববিদ্যালয় এৰিব কিন্তু উপাচাৰ্য্যক দেখা নোপোৱাৰ দুখ এটা কঢ়িয়াই লৈ যায় কেনেকৈ? ৰামস্বামী মুদালিয়াৰ এজন বিজ্ঞ, বিদ্বান ব্যক্তি। জীৱনত পাণ্ডিত্যৰ আভাৰে উদ্ভাসিত এই ব্যক্তিজনো সুধীজনৰ নমস্য। হ'লেও কথা নাই হয়তো তেওঁকেই আকৌ কেতিয়াবা দেখা পোৱাৰ সম্ভাৱনা থাকিব পাৰে। কিন্তু আমাৰ সন্দিকৈ ডাঙৰীয়াক দেখা পোৱাৰ এয়ে সুবৰ্ণ সুযোগ। এজনে সম্মুখৰ জনক ক'লে—"অকণমান মূৰটো আঁতৰ কৰিবছোন। 'ভিচি'ক এবাৰ চাই লওঁ।" আন এজনে সুধিলে—"কব পাৰিবনে আমাৰ 'ভিচি'য়ে কি ভাবিছে"? তৃতীয় এজনে তপৰাই উত্তৰ দিছিল—"তেওঁ

ভাবিছে এই উৎসৱবোৰৰ সময় চমুৱাই দিলে ল'ৰা-ছোৱালীবোৰে পঢ়া-শুনা কৰিবলৈ সময় পালেহেঁতেন''। চতুৰ্থ এজনৰ টিপ্পনী—''লগতে তেওঁ নিজেও পালেহেঁতেন।''[50]

ছাত্ৰৰ মনোভাৱৰ এটা চাক্ষুষ প্ৰমাণৰ বিষয়ে অধ্যাপক অজিত কুমাৰ শৰ্মাই বৰ্ণনা দিছে— ''. .. ..উপাচাৰ্য্য সন্দিকৈৰ নৈতিক প্ৰভাৱ কিমান সুদূৰপ্ৰসাৰী আছিল তাৰ প্ৰমাণ স্বৰূপে ঘটনা এটি এইখিনিতে উল্লেখ কৰোঁ। এবাৰ গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰতিনিধি স্বৰূপে এই লেখক গোলাঘাটৰ মেট্ৰিক পৰীক্ষা-কেন্দ্ৰ তদাৰক কৰিবলৈ যাবলগীয়া হৈছিল। তাত থকা কেইদিনত সদায় পুৱা থকা ঠাইৰ পৰা চৰকাৰী হাইস্কুলৰ কেন্দ্ৰলৈ খোজকাঢ়ি যাওঁ। এদিনাখন তেনেকৈ গৈ থাকোঁতে হঠাতে মোৰ ঠিক আগে আগে গৈ থকা দুজন পৰীক্ষাৰ্থীৰ কথোপকথন মোৰ কাণত পৰিলহি। এজনে কৈছে, সেইদিনাৰ ধুৰন্ধী পৰীক্ষাত লিখিবলৈ ঠিকমতে যোগাৰ কৰি আনিছে অৰ্থাৎ নকল কৰিবৰ বাবে হাতৰ মুঠিত লুকুৱা বহী এখনত সম্ভাব্য প্ৰশ্নৰ উত্তৰ লিখি আনিছে। পিছে লগৰীয়াজনে ভেকাঁহি মাৰি যিটো উত্তৰ দিলে সেইটো শুনিহে তবধ মানিলোঁ। উত্তৰটো আছিল এনে—''নকল কৰি মৰিব খুজিছনে? ভাইচ-চেঞ্চেলাৰ সন্দিকৈহে, গম পোৱা নাই।' তাৰ পিছত দুই বন্ধুৰ মাজত বহুত তৰ্ক-বিতৰ্ক হ'ল। মইও দুয়োৰে পিছে পিছে শুনি গ'লো। শেহত স্কুলৰ সমুখ পাই গেটৰ ওচৰতে দেখিলো নকল কৰিবলৈ অহা ছাত্ৰজনে হাতত থকা বহীখন ফালি ছিৰি দলিয়াই পেলাই পৰীক্ষা কেন্দ্ৰত সোমালগৈ। নাটকীয় ঘটনা এটা দেখা পালোঁ। শিক্ষকসকলৰ কমন-ৰুমলৈ সোমাই মইও ঘটনাৰ বৰ্ণনা দি তেখেতসকলক ক'লোঁ, তেখেতসকলৰ বাবে পৰীক্ষাৰ্থীক নিৰীক্ষণ কৰাৰ কাম উজু হৈ আছে। উপাচাৰ্য্য সন্দিকৈয়ে গুৱাহাটীৰ পৰাই তেখেতসকলৰ কাম সহজ কৰি ৰাখিছে। সন্দিকৈৰ নৈতিক কৰ্তৃত্বৰ এয়া চাক্ষুষ প্ৰমাণ। এই কৰ্তৃত্বৰ উৎস সন্দিকৈলৈ ভয়ত নহয়, সন্দিকৈৰ মহৎ চৰিত্ৰহে।''[51]

## ক্ৰীড়া সমাৰোহ

গুৱাহাটী বিশ্ববিদ্যালয়ৰ ক্ৰীড়া সমাৰোহ (Sports Festival) অতি উদ্দীপনাৰে অনুষ্ঠিত হৈছিল ১৯৫৫ চনত। মণিপুৰ, অবিভক্ত অসমৰ সকলো মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ ক্ৰীড়াপ্ৰেমী ছাত্ৰ-ছাত্ৰীয়ে অতি নিষ্ঠা আৰু উৎসাহেৰে সদলবলে ক্ৰীড়া সমাৰোহত যোগদান দি শিক্ষানুষ্ঠানৰ ক্ৰীড়াজগতত এক অভূতপূৰ্ব অভিলেখৰ সৃষ্টি কৰিছিল। এই বিশাল সমাৰোহৰ পুৱাৰ উদ্বোধনী অনুষ্ঠানত উপাচাৰ্য্য সন্দিকৈদেৱে সমগ্ৰ অসমৰ উৎসাহী খেলুৱৈসকলৰ পৰা মাৰ্চ পাষ্ট অভিবাদন গ্ৰহণ কৰা দৃশ্যটো আছিল এটা স্মৰণীয় মুহূৰ্ত। সেই বিশাল মাৰ্চ পাষ্ট অভিবাদন উৎসৱৰ দৰ্শকমণ্ডলীৰ মাজত এই লেখিকাৰো স্থান পোৱাৰ সুযোগ মিলিছিল বিশ্ববিদ্যালয়ৰ এগৰাকী ছাত্ৰী হিচাপে।

---

50. *কৃষ্ণকান্ত সন্দিকৈ, স্মৃতিগ্ৰন্থ,* ১৯৮৫, পৃষ্ঠা ৬৯

51. *প্ৰাচ্যবিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈ,* পৃষ্ঠা ৩৮

## সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলন

সন্দিকৈদেৱৰ গুৱাহাটীত থাকোতেই 'যশস্তিলক এণ্ড ইণ্ডিয়ান কালচাৰ' মহাগ্ৰন্থখন প্ৰকাশিত হৈছিল। ইয়াৰ দুবছৰৰ পিছতেই ১৯৫১ চনত তেখেতক সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলনৰ ধ্ৰুপদী সংস্কৃত শাখাৰ সভাপতি নিৰ্বাচিত কৰাত লক্ষ্মৌত অনুষ্ঠিত সন্মিলনখনত সভাপতি ৰূপে যোগদান দিছিল। সন্মিলনৰ প্ৰত্যক্ষদৰ্শী সকলে কোৱামতে ৫৩ বছৰীয়া সভাপতি গৰাকীক সন্মিলনত গোট খোৱা সকলো বয়োবৃদ্ধ পণ্ডিতে বিশেষ সন্মানৰ চকুৰে চাইছিল আৰু যি সভাঘৰত সন্মিলন হোৱাৰ কথা আছিল, তাত তেখেতৰ ভাষণ শুনিবলৈ ইমানেই বেছি সংখ্যক লোক গোট খালে যে, অন্য এটা ডাঙৰ সভাঘৰলৈহে স্থানান্তৰিত কৰিবলগীয়া হ'ল।

## আন্তঃ-ৰিশ্বৰিদ্যালয় সমিতি

মাত্ৰ তিনি বছৰৰ আগতে স্থাপিত হোৱা চালুকীয়া বিশ্ববিদ্যালয়খনৰ উপাচাৰ্য্যগৰাকীক ১৯৫২ চনত 'Inter-University Board' ৰ (ভাৰতৰ আন্তঃ বিশ্ববিদ্যালয় সমিতি) সভাপতি নিৰ্বাচিত কৰা হৈছিল। ভাৰতৰ বিভিন্ন বিশ্ববিদ্যালয়ৰ লগত যোগসূত্ৰ থকা বাবে আৰু ৰাজনৈতিক মহলৰ পৰা বিশ্ববিদ্যালয়ৰ স্বতন্ত্ৰতা বজাই ৰখাৰ ক্ষেত্ৰত দৃঢ় নীতি আৰু কৰ্মপন্থা লোৱাৰ বাবেই সন্দিকৈদেৱক বাছনি কৰা হৈছিল ভাৰতৰ আন্তঃ বিশ্ববিদ্যালয়ৰ সমিতিখনৰ নেতৃত্ব দিবলৈ। সেই সময়তে ভাৰত চৰকাৰে All India Council of University Education নামৰ এখন উচ্চ ক্ষমতা সম্পন্ন সংস্থা গঠন কৰিবলৈ প্ৰস্তাৱ লৈছিল।উক্ত প্ৰস্তাৱৰ সকলো দিশ খৰচি মাৰি আলোচনা কৰিবলৈ সেই বছৰৰে চেপ্তেম্বৰ মাহত Inter University Boardৰ তৰফৰ পৰা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য আৰু প্ৰতিনিধিসকলৰ এখন বিশেষ সভা আহ্বান কৰা হৈছিল। মাদ্ৰাজ বিশ্ববিদ্যালয়ত অনুষ্ঠিত দুদিনীয়া সন্মিলনখনত সন্দিকৈদেৱেই পৌৰোহিত্য কৰিছিল বোৰ্ডৰ সভাপতি ৰূপে আৰু সচিব ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাই গুৱাহাটী বিশ্ববিদ্যালয়ক প্ৰতিনিধিত্ব কৰিছিল। দুদিনকৈ আলোচনা কৰাৰ পিছত সেই সভাই ভাৰত চৰকাৰে গঠন কৰিব খোজা প্ৰস্তাৱিত ক্ষমতাসম্পন্ন সংস্থাটোৰ বিপক্ষে মত দিয়ে; তাৰ পৰিৱৰ্ত্তে ইংলণ্ডৰ University Grants Commissionৰ আৰ্হিৰে এটা সংস্থা ভাৰততো গঠন কৰি দিবলৈ সভাই ভাৰত চৰকাৰক পৰামৰ্শ দিয়াত চৰকাৰে বৰ্তমানৰ বিশ্ববিদ্যালয় অনুদান আয়োগ (U.G.C) স্থাপন কৰে। আৰ্থিক আৰু বিভিন্ন বিষয়ত ভাৰতৰ বিশ্ববিদ্যালয়সমূহৰ বাবে ই এটা নতুন যুগৰ সূচনা কৰে।

শিক্ষাৰ দিশত ভাৰত চৰকাৰে লোৱা যিকোনো প্ৰস্তাৱেই উপযোগী নহয় বুলি বিবেচনা কৰিলে তাক মুকলিভাৱে বিৰোধিতা কৰিবলৈ সন্দিকৈদেৱঁৰ সাহস আছিল বাবেই সৰ্বভাৰতীয় শিক্ষাবিদসকলে তেখেতৰ মতামত আৰু ব্যক্তিত্বত বিশেষ গুৰুত্ব আৰোপ কৰিছিল। সৰ্বভাৰতীয় প্ৰতিযোগিতামূলক পৰীক্ষাবোৰ কেৱল হিন্দী ভাষাৰ মাধ্যমতহে

অনুষ্ঠিত কৰাৰ এটা প্ৰস্তাৱ সেই সময়ত ভাৰত চৰকাৰে আগবঢ়াইছিল। অহিন্দী ভাষা প্ৰান্তৰ ছাত্ৰ-ছাত্ৰীৰ বাবে অন্যায় কৰা হ'ব বুলি সন্দিকৈদেৱে ইয়াৰ ঘোৰ বিৰোধিতা কৰি গুৱাহাটী বিশ্ববিদ্যালয়ৰ দ্বিতীয় সমাবৰ্তনত মুকলিভাৱে প্ৰতিবাদ জনাই কৈছিল—

"........The proposal to make Hindi the sole medium of examination for the I.A.S. and other Competitive examinations from 1965 onwards will be viewed by many of us with regret and disappointment. .........To make Hindi the medium of examination in the all-India Examinations prior to this will be obvioulsy unfair to the large number of candidates from non-Hindi speaking areas."

## ভ্ৰমণ কালত

১৯৫২ চনৰ শেষ ভাগত অন্ধ্ৰ বিশ্ববিদ্যালয়ৰ আমন্ত্ৰণ ক্ৰমে ৱাল্টায়াৰত অনুষ্ঠিত Inter-University Board ৰ বছেৰেকীয়া অধিৱেশনৰো সন্দিকৈদেৱে সভাপতিত্ব কৰিছিল। বিশ্ববিদ্যালয় সম্পৰ্কীয় ভ্ৰমণবোৰত উপাচাৰ্য্যগৰাকীয়ে অফিচৰ কৰ্মচাৰী শ্ৰীহৰকান্ত শৰ্মাক (পিছত এডভোকেট) ব্যক্তিগত সচিব হিচাপে লগতে বৰুৱাই লৈ যায়। গুৱাহাটীৰ পৰা কলিকতালৈ উৰা জাহাজেৰে যোৱাৰ পথ ছোৱাত এবাৰ এজন পেটাল মাৰোৱাৰী ভদ্ৰলোকে সন্দিকৈদেৱৰ গাতে হুক্‌হুক্‌কৈ বমি কৰি দিয়াত ব্যক্তিগত সচিব জনে 'ইস্ আস্' কৰি কিংকৰ্ত্তব্যবিমূঢ় হ'ল। নিৰ্বিকাৰ সন্দিকৈদেৱে হেনো একো মাতবোল নকৰাকৈ লাহেকৈ 'টইলেট'লৈ উঠি গৈ কাপোৰ-কানি সলাই গাত চেন্ট ছটিয়াই পুনৰ নিজৰ আসনত বহিলহি। পিছৰ আসনত বহি থকা ব্যক্তিগত সচিবক ফুচফুচালে, "এপেট খাই আহিছে।" অলপ পিছত শৰ্মাক আকৌ উপদেশ দিলে, "মানুহে এফালে যাত্ৰা কৰিলে সদায় কম খাই আহিব লাগে।"[52]

ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাৰ সৈতে মাদ্ৰাজৰ উপাচাৰ্য্য সন্মিলনলৈ যাওঁতে হেনো সন্দিকৈদেৱে সাগৰৰ পাৰৰ মহাবলীপুৰমৰ মন্দিৰবোৰ চাবলৈ গৈছিল। স্বৰ্গীয় যে মহাবলীপুৰমৰ শিৱ মন্দিৰ বিলাকৰ ভাস্কৰ্য্যৰ বিষয়ে তেখেতে *যশস্তিলক* মহাগ্ৰন্থখনত চাক্ষুষ অভিজ্ঞতাৰে বৰ্ণনা দিছে। এই যাত্ৰাৰ বিষয়ে প্ৰথিতযশা সাহিত্যিক প্ৰয়াত ডঃ লীলা গগৈয়ে বৰ্ণনা কৰিছে— "এবাৰ মাদ্ৰাজত উপাচাৰ্য্য সন্মিলনত যোগ দিবলৈ যাওঁতে মহাবলীপুৰমৰ মন্দিৰ চাবলৈ গৈছিল। মন্দিৰৰ গাত থকা চিত্ৰসমূহ দেখি তাৰ 'মতিফ'বোৰ (Distinctive Feature of a design) উলিয়াবলৈ এখন পালি কাব্যৰ শ্লোক অনৰ্গল মাতি যাবলৈ ধৰিলে। তেখেতৰ প্ৰখৰ স্মৃতি শক্তি দেখি লগত যোৱা পালি বিষয়ত এম-এ ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা বিস্ময়ত অভিভূত হ'ল। কথা প্ৰসঙ্গত বৰুৱাই এদিন আমাক কৈছিল, "মোৰ জন্মত ভুং নাই।

52. সংগ্ৰহ ঃ *কৃষ্ণকান্ত সন্দিকৈ স্মৃতিগ্ৰন্থ*, ১৯৮৫ চন, পৃষ্ঠা ১৪৮



ৱাল্টায়াৰ ভ্ৰমণ কালত বঙ্গোপসাগৰৰ বলুকাৰ বালিত উপাচাৰ্য্য সন্দিকৈদেৱে নিৰলে অৱসৰ লোৱাৰ এটি দৃশ্য, ১৯৫২ চন।

## সাগৰৰ নিঃসঙ্গ নাৱিক

"....................ইমান ডাঙৰ বিদগ্ধ পণ্ডিত এজন— সমাজৰ পৰা আঁতৰি জনমানসৰ দুৰৈৰ কেৱলমাত্ৰ অধ্যয়নতে ডুব গৈ থকা এক ব্যক্তি। তেনে এজনৰ প্ৰতি কৌতুহল হোৱাটো স্বাভাৱিক। কিয় জানো সন্দিকৈ বুলিলেই মোৰ মনলৈ কেৱল আহিছিল সাগৰৰ বলুকাত শিলগুটি-বুটলি ফুৰা এক আপোনপাহৰা ল'ৰাৰ কথা। কেতিয়াবা একান্তমনে ঢৌৰ লগত খেলি খেলি আনমনা হৈ যায়। কাষেৰে চলা নাও, জাহাজৰ পৰা হাতবাউল দিয়া মানুহবোৰৰ আহ্বানলৈ যি সহাৰি নিদিয়ে।"

—শ্ৰীবাদল দাস

কৃ. কা. স. স্মৃতিগ্ৰন্থ (পৃষ্ঠা ৬৬, ১৯৮৫)

জানোচা কিবা সুধি পেলায়। মই পালি ভাষাৰ অধ্যয়ন-অধ্যাপনা কৰিলেও ইমানবোৰ কথা জনা নাছিলোঁ। পালি, প্ৰাকৃত, সংস্কৃতত সন্দিকৈদেৱৰ জ্ঞানৰ গভীৰতা কিমান আছিল, যথাৰ্থতে আমাৰ যুগৰ মানুহৰ জুখিবলৈ মাপ-কাঠিৰেই অভাৱ।"[53]

## উপাচাৰ্য্যৰ অনুপস্থিতিত

সন্দিকৈদেৱৰ ব্যক্তিত্ব আৰু ন্যায়নিষ্ঠ চৰিত্ৰৰ ওপৰত গোটেই বিশ্ববিদ্যালয়খনৰ ইমানেই আস্থা আছিল, তেখেতৰ নামতেই সকলো কাজ-কৰ্ম নিৰহ-নিপানীকৈ চলি আছিল। এবাৰ ১৯৫৩ চনত যোৰহাটলৈ আহি হঠাৎ সন্দিকৈদেৱ পেটৰ বিষত অতিকৈ অসুস্থ হৈ পৰাত যোৰহাট মিচন হাস্পতালত এপেনডিছাইটিছৰ অপাৰেশ্যান কৰিব লগীয়া হৈছিল। ডিব্ৰুগড় মেডিকেল কলেজৰ মূৰব্বী চাৰ্জন ডাঃ নাম্বেয়াৰ আহি ততাতৈয়াকৈ অস্ত্ৰোপ্ৰচাৰ নকৰা হ'লে অৱস্থাই বেয়াৰ ফালে ঢাল খালেহেঁতেন। আগষ্ট মাহত হোৱা সেই অপাৰেশ্যানৰ পৰা আৰোগ্য লভিবলৈ তেখেতে পাঁচমাহমান যোৰহাট মিচন হাস্পতালত পৰি থাকিবলগীয়া হৈছিল আৰু বিশ্ববিদ্যালয়ৰ কৰ্ণধাৰসকলে সময়ে সময়ে গুৱাহাটীৰ পৰা যোৰহাটলৈ আহি তেখেতৰ পৰামৰ্শ অনুযায়ী বিশ্ববিদ্যালয়ৰ কাম-কাজ চলাই আছিল। বৃদ্ধ বয়সত সেই সময়খিনিৰ কথা সুঁৱৰি জীৱনীলেখক আব্দুছ ছাত্তাৰদেৱক তেখেতে কৈছিল— "... .. .মোৰ প্ৰতি সকলোৰে সদ্ভাৱৰ স্পষ্ট প্ৰমাণ ১৯৫৩ চনতে মই পাইছিলোঁ। সেই বছৰ মই আগষ্ট মাহৰ পৰা প্ৰায় পাঁচ মাহ কাল যোৰহাটৰ মিচন হস্পিটালত বেমাৰ হৈ পৰি আছিলোঁ। কিন্তু সেই সময়ৰ ভিতৰতো বিশ্ববিদ্যালয় অতি সুচাৰুৰূপে আৰু বেমেজালি নোহোৱাকৈ চলি আছিল। দৰকাৰী কাগজ-পত্ৰ চহী কৰিবৰ কাৰণে হস্পিটাললৈকে আনিছিল, দৰকাৰ হ'লে পঞ্জীয়ক (ৰেজিষ্ট্ৰাৰ) আহি মাতে সকলো কথা সুধি গৈছিল। ইয়াৰ ভিতৰত কোনো এজন অস্থায়ী ভাইচ্-চেন্সেলাৰ ল'ব লাগে বুলি কোনেও কোৱা নাছিল।"[54]

## উপাচাৰ্য্য পদৰ একক মনোনয়ন

সন্দিকৈদেৱৰ প্ৰথম তিনিবছৰীয়া কাৰ্য্যকাল শেষ হোৱাৰ পিছত ১৯৫১ চনত আৰু ১৯৫৪ চনত সৰ্বসন্মতিক্ৰমে একক মনোনয়নেৰে উপাচাৰ্য্য পদত নিযুক্ত হৈছিল। উল্লেখনীয় যে ১৯৪৮, ১৯৫১ আৰু ১৯৫৪ চনৰ যি তিনিখন উপাচাৰ্য্য নিৰ্বাচনৰ বাবে কৰ্টৰ বৈঠক অনুষ্ঠিত হৈছিল, তাৰ এখনতো তেখেত উপস্থিত নাছিল আৰু এই বিষয়ে অন্যসকলে কি চিন্তা কৰিছিল তাৰ একো ভু নলৈছিল। শ্ৰীযুত চিদানন্দ দাস ডাঙৰীয়াৰ ভাষাৰে "১৯৫৭ চনলৈকে সন্মান, সুখ্যাতি আৰু দক্ষতা সহকাৰে নবছৰ কাল মতুন বিশ্ববিদ্যালয় এখনৰ উপাচাৰ্য্যৰ গধুৰ দায়িত্ব বহন কৰি, কাৰ্য্যকাল শেষ হোৱাৰ লগে লগে নিৰবে যৰ্থলৈ উভতি গৈ স্বাভাৱিক অধ্যয়নকাৰী জীৱন তেখেতে কটাবলৈ ধৰে।"[55] □□

---

53. *প্ৰকাশ,* দশম সংখ্যা, পৃষ্ঠা ৫৯

54. *কৃতকৰ্মা সন্দিকৈ*—আব্দুছ ছাত্তাৰ, ১৯৭৫ চন, পৃষ্ঠা ১১৬

55. *প্ৰকাশ,* দশম সংখ্যা, পৃষ্ঠা ৯৮

১৯৫১ চনত লক্ষ্ণৌত অনুষ্ঠিত সৰ্বভাৰতীয় প্ৰাচ্য সন্মিলনৰ ধ্ৰুপদী সংস্কৃত শাখাৰ সভাপতিৰ অভিভাষণ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম আৰু দ্বিতীয় সমাৱৰ্তন আৰু ১৯৫৫ চনত বিশ্ববিদ্যালয়ৰ বিজ্ঞান ভৱনৰ উদ্বোধনী অনুষ্ঠানত উপাচাৰ্য্য ৰূপে সন্দিকৈদেৱে দিয়া অভিভাষণ কেইটাৰ অংশ বিশেষ তলত সংযোগ কৰা হ'ল ঃ

**ALL INDIA ORIENTAL CONFERENCE,** Sixteenth Session, Lucknow University 3rd, 4th and 5th October, 1951,

CLASSICAL SANSKRIT SECTION, PRESIDENTIAL ADDRESS
BY,
K.K. HANDIQUI, M.A. (CAL. ET OXON.),
VICE-CHANCELLOR, GAUHATI UNIVERSTIY

**BROTHER DELEGATES AND FRIENDS,**

I am grateful to the Executive Committee for asking me to preside over the Classical Sanskrit Section of this great Conference. I do not propose to make any elaborate presentation of my views on a subject in which we are all equally interested. I will confine myself to a few remarks in the cultural significance of Sanskrit and notice a few recent publications which may have already attracted your attention.

In spite of the universal character of Sanskrit literature which it shares with the great literatures of the world, it has an emotional appeal to us as the basic foundation and the age-long medium of Indian culture in the widest sense of the term. The manifold aspects of this culture nourished by diverse intellectual and religious currents find expression in the rich variety of Classical Sanskrit Literature ranging from famous works of imagination and speculative thought to all branches of secular knowledge. Sometimes it is works of the latter category that have played a notable role in the history of civilization. Prof. Hitti, the eminent authority on Islamic history, tells us, for instance, how a *Siddhānta*, a treatise on astronomy, introduced into Baghdad by an Indian traveller about 771 A.D., was translated into Arabic by al-Fazāri who subsequently became the first astronomer in Islam. We learn further that a book on mathematics brought by the same Indian scholar led to the use of the Arabic numerals, which were, however, called *Hindi* (Indian) by al-Khwārizmi, the great mathematician of the Islamic world, who wrote in the first half of the ninth century. The Latin translation of his lost work on the Indian method of calculation made by Adelard of Bath in the twelfth century has survived as *De numero indico*. Well-attested facts like these help us to understand the role of Sanskrit literature in the advancement of scientific knowledge.

In estimating the cultural contribution of Sanskrit literature we must not forget the services rendered by Jainism and Buddhism. In fact the part played by these two schools of thought in the development of Classical Sanskrit literature does not appear to have been sufficiently recognised. Apart from literary and

philosophical contributions, Buddhism spread the knowledge of Sanskrit beyond the borders of India in Central Asia and China in the early centuries of the Christian era. As an illustration of the influence of Buddhist Sanskrit literature, I may refer to a text in which students of Sanskrit hardly take any interest today, the *Sukhāvatīvyūha*, of which the longer version was translated many times into Chinese. This work was epoch-making in the sense that it introduced the cult of Amitābha Buddha which ultimately captured the imagination of the people, and by the tenth century changed the whole character of Chinese Buddhism, and has for centuries formed the basis of the faith of the majority of Buddhists in China and Japan. De Visser in his *Ancient Buddhism in Japan* describes how the larger *Sukhāvatīvyūha*, was translated into Chinese by an Shi-Kao and also by another foreign priest as early as the second century A.D. and by others in the subsequent centuries until Bodhiruci II produced the eleventh translation of the text early in the eighth century, and helped to spread the mighty cult of Amitābha, which was also promulgated in Japan by the Emperor Junnin sometime after the middle of the eighth century. Buddhism brought about the first major contact of Sanskrit with the outside world, and Buddhist scholars for the first time appear to have solved the problem of rendering Classical Sanskrit into foreign tongues. The use of Sanskrit pure and mixed by the different schools of Buddhism seems to have brought into existence a literature as extensive as the Pali, a considerable portion of which has unfortunately failed to survive the ravages of time. The part played by Sanskrit in the propagation of the Jaina faith has been more restricted than its role in the expansion of Buddhism owing to the love of the Jainas for Prākrit and the regional languages; but Jaina literary effort is more intimately bound up with development of later Sanskrit literature in a continuous process which has remained unbroken until recent times. Indeed, sufficient attention has not been paid to the contribution of Jaina writers to the evolution of Classical Sanskrit prose from the time of Umāsvāti onwards. Although their major narrative compositions are in Prākrit, they have introduced allegorical and religious romances in Sanskrit literature. Jaina philosophical writings frequently discuss and criticize the doctrines of other systems and throw considerable light on the different schools of Indian speculative thought. I mention these points only by way of suggesting that it is necessary to pay greater attention to the Buddhist and Jaina contributions if we are to understand fully the evolution of Classical Sanskrit literature.

It may be instructive to investigate into the total extent of Classical Sanskrit literature by an examination of the references to lost works and little known authors in extant literature. It has been said that 'the lost works of Greek literature very greatly exceeded in number those which have survived.' A recent authority tells us that in the first thirty sections of the great anthology compiled by Stobaeus about the end of the fifth century A.D., more than three hundred quotations are taken from works still extant, and more than one thousand from works that are lost. It is difficult to surmise what would have been the proportion of lost works to those still extant had such an anthology been compiled from Sanskrit writers. We have to reckon with

effectively be dealt with by the University, and I hope it will be taken up by our Government with the relevant authorities.

The graduates who will be admitted to their degree today have may best wishes and congratulations I need not remind them that the man counts more than the degrees, and their University Education will be judged by the influence it exerts upon their lives and actions I hope the ideals they have cherished and the dreams they have dreamt in their student days will not fade away without inspiring them to be honest and enlightened citizens of Indian.

In conclusion I thank our distinguished guest Sir Ramaswami Mudaliar for taking the trouble of addressing this convocation □

**Address of Vice-Chancellor, on the occasion of the Opening Ceremony of the University Science Building on 29-8-55 :**

Ladies and Gentleman,

The first building of Gauhati University was opened by the President of India in February, 1954. Since then the building programme of the University has made considerable progress, and it is a great honour to the University that the Prime Minister of India has consented to open the second academic building completed on the permanent site. The present occasion will be remembered as a symbol of the culmination of the efforts made in recent years to give a suitable habitation to this young University.

..............The University has so far established nine departments of Post-graduate studies (Philosophy, History, Economics, Assamese, Education, Mathematics, Statistics, Botany and Commerce) in addition to a teacher training Department. Arrangement have been completed to start three more Post-graduate Departments (English, Physics and Chemistry) and these will commence to function by the middle of next month. It has also been decided to start Post-graduate Department of Geology and Anthropology from the next academic session.

The University has put into operation a three year scheme of Folklore Research financed jointly by the University Grants Commission and the State Government, and tribal scholars are collecting their oral literature and traditions which will be recorded and preserved in the Folklore archives of the University. Assam is rich in materials for Anthropological studies, and tribal research of this type could be undertaken more efficiently in coordination with a university department of Anthropology. It is to be hoped that adequate financial assistance will be forthcoming from the State Government to enable the University to establish a well-equipped school of

Anthropological studies.

Since its inception the University has paid some attention to academic standards and tried to attract well-qualified men as teachers from all parts of India. Assam like other States is on the eve of large-scale development and reconstruction, and the task of providing the requisite personnel for the new departments of activities has devolved upon the State University. It is therefore all the more necessary that the University should be able to maintain its standards and provide facilities for better teaching, better learning and more effective training in methodical habits of works.

It is our firm belief that given the necessary scope and facilities this University will be in a position to achieve its mission of enlightenment in this remote corner of India and act as a great cohesive force in an area inhabited by diverse racial and linguistic groups.

In conclusion I on behalf of my colleagues thank our Prime Minister for having given us this opportunity of according him a cordial welcome on the occasion of his first visit to the University of Gauhati. □□




গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠাপক উপাচাৰ্য্য (১৯৪৮-১৯৫৭) কৃষ্ণকান্ত সন্দিকৈ

# মোৰ সোঁৱৰণ

জীৱনত নোপোৱাৰ বেদনাই মনৰ মাজত যি গভীৰ ৰেখাপাত কৰে, সিয়েই স্পষ্ট হৈ জিলিকে স্মৃতিৰ ছবিখনত। অতীতৰ চিলমিল সোঁৱৰণীয়ে মন আকাশৰ ডাৱৰৰ মাজে মাজে কেতিয়াবা চিক্‌মিকায় বিজুলীৰ দৰে। জীৱনৰ এই ছিগা জোৰা কথাবোৰেই প্ৰকাশিত হয় স্মৃতি ৰূপে।

হৰ্ষ-বিষাদৰ অতীত বৃত্তান্তবোৰে ইতিহাস ৰচিব নোৱাৰে—ই মাথোন এক দিবা স্বপ্ন। মোৰ জীৱনৰ বিয়লি বেলাৰ বিচাৰ ধাৰাত অতীতৰ কথাবোৰৰ কোনোটোৱে দিয়ে আমোদ বা কোনোটোৱে দিয়ে বিষাদ। শৈশৱ আৰু যৌৱনকালত বিনা দ্বিধাই মূৰ পাতি লোৱা কথাবোৰেই আজি দেখা দিছে বিস্ময় ৰূপে। মোৰ পিতৃ বিশ্ব-বিশ্ৰুত পণ্ডিত কৃষ্ণকান্ত সন্দিকৈয়ে সংসাৰী ধৰ্ম লৈও জীৱন কটাইছিল এজন নিস্পৃহ ঋষিৰ দৰে। কবিৰ ভাষাৰে পোনপটিয়াকৈ ক'বলৈ হ'লে—"নিজ গৃহতে প্ৰস্তুপীঠ সিদ্ধাশ্ৰম পাতি বনবাসী হৈছিল।"

জীৱিত কালতে কিংবদন্তিৰ সাধুকথাৰ দৰে পণ্ডিতজনাৰ বিষয়ে মানুহে অনেক কথা কোৱাকুই কৰি আমোদ পাইছিল। ঘৰ সংসাৰ কৰা এনে এজন সাধক ব্যক্তিৰ পাৰিবাৰিক জীৱনৰ বিষয়ে শুনিবলৈও শ্ৰোতাসকল অতি উৎসুক। ইমানখিনি জ্ঞানী ধ্যানমগ্ন পণ্ডিতজনা আছিল তেনেই নিৰ্বিকাৰ। পিতৃৰ এনে মনোভাবৰ বিশেষত্ব এয়ে যে বেছিকৈ প্ৰশংসা কৰিলে তেওঁ তোষামোদ কৰা যেন পায়, অন্যহাতে নিন্দাবাদক তুচ্ছ জ্ঞান কৰে। এতেকে তেওঁৰ বিষয়ে কোনেও একো নক'লেই আটাইতকৈ বেছি ভাল পায়। বিদ্বজ্জনে তেওঁৰ পাণ্ডিত্যৰ উচ্চ প্ৰশংসা কৰিলে, তাক অতিৰঞ্জিত কৰিছে বুলি ধাৰণা কৰে।

মনত পৰা কালৰে পৰা দেউতাক কেতিয়াও কঠিন শাৰীৰিক কৰ্ম কৰা আমি দেখা নাছিলোঁ। যি হাতে কেৱল কলমেই ধৰিলে, কিতাপৰ পাতেই লুটিয়ালে সেই কেইখন হাত শিশুৰ দৰে বৰ কোমল আছিল—অন্য কাম কৰিবলৈ বল নাপাইছিল। যি কোনো বস্তু হাতেৰে ধৰিলে বৰ আলফুলকৈ ধৰিছিল। সকলো সময়তে বহি বা থিয় হৈ লিখা-পঢ়া কৰাৰ বাবেই শাৰীৰিক দিশত তেখেতৰ কিছু খুঁত ৰৈছিল। তেখেতে চাপৰি বস্তু বোটলা বা চাপৰি জোতা পিন্ধা কামবোৰ কৰিবলৈ অপাৰগ আছিল; সেয়ে এজন আলধৰা লোক গাৰ কাষত থাকিবলগীয়া হয়। পিন্ধা-উৰা, খোৱা-লোৱা ব্যক্তিগত কামবোৰ অতি ধীৰে ধীৰে কৰিছিল। এইবোৰ কৰোঁতেও অনবৰতে দেউতাক চিন্তামগ্ন দেখা গৈছিল। ছাত্ৰ জীৱনৰে পৰা কোষ্ঠ কাঠিন্যত ভুগিছিল কাৰণে খোৱা-বোৱা, ঔষধ সেৱন আদি শাৰীৰিক যতনৰ সকলো বিষয়তে তেখেতে অতি সাৱধানতা লৈছে এঠাইতে বহি নিৰলে জীৱন উৎসৰ্গ কৰিব পাৰিছিল অধ্যয়ন, গৱেষণাত। কঠিন অসুখ

-বিসুখত পৰি দুখ-কষ্ট পালেও নিমাত নিশ্চলভাৱে সহ্য কৰিছিল। এক সংযত মন লৈ সংসাৰৰ ভোগ বিলাসৰ পৰা যেনেকৈ আঁতৰি থাকিল, সেইদৰে শাৰীৰিক দুখ-কষ্টৰ সহনশীলতাও আছিল অসীম। এনে নিৰ্বলী দেহাটোৰ ভিতৰতেই দুৰ্জয় শিলৰ নিচিনা এটা মানসিক শক্তি সোমাই আছিল, যিহৰ বাবে তেখেতে দৃঢ় মতত অটল হৈ থাকি কঠোৰতাৰ মাজেৰে ন্যায়নিষ্ঠ জীৱন শৃঙ্খলাবদ্ধভাবে পালন কৰিছিল। ঘড়ীৰ কাটাৰ লগত মিলাই লোৱা দিনটোৰ নিৰ্দিষ্ট সময়ৰ নিৰ্দিষ্ট কৰ্মও আছিল এটা ধৰাবন্ধা কাৰ্য্য-তালিকাৰ অন্তৰ্গত, যি কোনো কালে হেৰ্‌ফেৰ্ নহৈছিল।

জন্ম ঃ ৫-৪-১৯১৪



মৃত্যু ঃ ২০-৭-১৯৬১

আইদেউ হেমলতা সন্দিকৈ

## আমাৰ আই

দেউতাৰ ব্যক্তিগত আৰু পাৰিবাৰিক জীৱনৰ অৰ্দ্ধাঙ্গিনী ৰূপে আমাৰ আই হেমলতা আইদেৱে পৰিয়ালৰ সকলো অভাৱ অভিযোগ পূৰণ কৰি দেউতাৰো শাৰীৰিক অপাৰগতাৰ আৱশ্যকীয় যত্ন লৈছিল। পিতৃ-মাতৃৰ কৰ্ত্তব্য পালনত পিতৃয়ে যদি সকলো পৰিকল্পনা কৰিছিল, মাতৃয়ে অকলেই সেই পৰিকল্পনা বাস্তৱত পৰিণত কৰিছিল দুৰ্জয় সাহসেৰে—যাৰ বাবে পিতৃৰ সাধনাত কোনো কালে যতি পৰা নাছিল। আমাৰ সৰু পৰিয়ালটোত আয়েই আমাৰ আদৰ্শ পুৰুষ। আইৰ সৱ কামেই আমাৰ বাবে অনুকৰণীয়।

আই আৰু দেউতাক কোনো কালে একে লগে ভ্ৰমণ কৰা বা সামাজিক অনুষ্ঠানত যোগ দিয়া দেখা নাছিলোঁ। দেউতাই নিজে বিয়া-সভাহ, মেল-মিটিং আদিলৈ নগ'লেও আইক অতি আগ্ৰহেৰে এইবোৰ সামাজিক অনুষ্ঠানলৈ পঠিয়াই দিছিল। জনসাধাৰণৰ পৰা নিজে আঁতৰি আছিল যদিও পৰিয়ালটোক ইয়াৰ পৰা বিচ্ছিন্ন হ'বলৈ

নিদিছিল। আইৰ মুখত শুনিছিলোঁ ইউৰোপৰ পৰা আহি মহাকাব্যৰ গ্ৰন্থ-ৰচনা কৰাৰ আগৰ কালছোৱাত দেউতা হেনো অন্য দহজনৰ দৰেই বৰ ৰঙিয়াল আৰু সমাজপ্ৰিয় আছিল। আলহীক আদৰ-সাদৰ কৰি অতি আগ্ৰহেৰে অতিথি সৎকাৰ কৰিছিল। পিছৰ জীৱনতো দেখিছিলোঁ কোনো বিশেষ বন্ধুলোক বহুকালৰ মূৰত দেখা কৰিবলৈ আহিলে দেউতাই প্ৰথমতেই চাহ-জলপানৰ আয়োজন কৰিবলৈ নিৰ্দেশ দিছিল। কলাগুৰু বিষ্ণু প্ৰসাদ ৰাভা ডাঙৰীয়াই এবাৰ দেউতাক লগ ধৰিবলৈ অহাৰ কথা শুনিয়েই অতি উৎসাহেৰে আতিথ্যৰ আয়োজন কৰি ৰাভা ডাঙৰীয়াৰ লগত ভালেমান পৰ কথা বতৰা পাতি তেখেতৰ আত্মগোপন কালৰ দুঃসাহসিক কথাবোৰ আগ্ৰহেৰে শুনিছিল।

আয়ে আমি ল'ৰা-ছোৱালী তিনিটাক এটা কথাই শিকাইছিল—দেউতাই যি নিৰ্দেশ দিব তাক বিনা দ্বিধাই আখৰে আখৰে পালন কৰিব লাগিব। 'কিয় পালন কৰিব লাগিব' সেই কথাষাৰ প্ৰশ্ন কৰাৰ আমাৰ অধিকাৰ নাছিল। আয়ে 'দেউতাৰে কৈছে' বুলি ক'লেই আমি আটাইকেইটা ল'ৰা-ছোৱালীয়েই কোঁচ খাইছিলো। মনতে যদি কিবা পাণ্ডি থোৱা কথা আছিলো, তাক ততালিকে সম্বৰণ কৰি লৈছিলোঁ। পিতৃৰ কঠোৰতাৰ মাজেৰেই আমি সংসাৰত যিখিনি পাব লাগে, তাক সুখে-সন্তোষে বিচাৰি পাইছিলোঁ। অসন্তুষ্টিৰ ভাব আমাৰ মনত কোনো কালে নাছিল। আমাৰ ঘৰখনত সকলো সময়তে সুখ আৰু আনন্দ বিৰাজিছিল—কিয়নো আইৰ মুখত আমি অনবৰতে হাঁহি আৰু সুখৰ আভা দেখা পাইছিলোঁ।

## বাসভৱনৰ এচুকত

পৰিষ্কাৰ পৰিচ্ছন্নতা আৰু পৰিপাটিকৈ থাকিবৰ বাবে যিখিনি ন্যূনতম আচবাবৰ প্ৰয়োজন, দেউতাই তাৰেই একাষৰ অকলশৰীয়া সৰু কোঠা এটাত থকা-মেলাৰ দিহা লগাই লৈছিল। পুথি-পাঁজি, কিতাপৰ মাজত লিখা-পঢ়া কৰি বুৰ গৈ থাকিলেও কিতাপ আৰু লেখা কাকত, কলম হাততে পোৱাকৈ এনেভাৱে পৰিপাটিকৈ সজাই থৈছিল, দেখাত সেইবোৰ কোনোকালে ব্যৱহৃত নোহোৱা যেনহে লাগে। পণ্ডিতপ্ৰৱৰ ডঃ সুনীতি কুমাৰ চাটাৰ্জীয়ে আমাৰ ঘৰত আলহী হৈ থকাৰ কেইদিনত দেউতাৰ শৃঙ্খলা লগাই কিতাপ-পত্ৰ থোৱা স্বভাৱ দেখি আশ্চৰ্য্য মানি কৈছিল বোলে, তেওঁ নিজে আৰু তেওঁ জনা সৰহভাগ পণ্ডিতেই হেনো পুথি-পাঁজিৰ দ'মৰ মাজতহে পৰি থাকে। দেউতাই বগলী পাখিৰ দৰে বগা ধুতি, ফটুই, কোটচোলা পিন্ধিলেও অতি নিয়াৰিকৈ পিন্ধিছিল, পিন্ধা কাপোৰ ফাটিলে ততালিকে বাটি লোৱাইছিল। সেইদৰে ব্যৱহাৰ কৰা পুথি-পাঁজিৰ বাকলি বা চিলাই খোলা যেন দেখিলেই বন্ধাই লৈছিল। দেউতাৰ বিশাল গ্ৰন্থাগাৰটোও দেখিলে মনত ভাব হয় যেন, কিতাপবোৰ দোকানৰ পৰা আনিয়েই আলমাৰিত সজাই থোৱা হৈছে; পঢ়াৰ মেজখনত কেতিয়াও কিতাপ খোলাভাৱে পৰি থকা আমাৰ মনত

নপৰে। সৰু শোৱা কোঠাটোৰ যিখন মেজত বহি লেখা-পঢ়া কৰিছিল, সেই একেখন মেজতে খোৱা-লোৱাও কৰিছিল; অথচ খাবৰ পৰত দেখিলে কোনেও ধৰিব নোৱাৰিব যে সেইখন মেজতে বহি অলপ আগতে লেখা-পঢ়া কৰি আছিল। পঢ়া মেজৰ দাঁতিতে শোৱা বিচনাখন—বিচনাৰ ওপৰতো একাষে পৰিপাটিকৈ সজাই থোৱা কিতাপৰ দ'ম।

## ভাৰত ভ্ৰমণ

বিশেষ কিছুমান বিষয়ত পিতৃদেৱৰ ৰুচিবোধ আছিল অতি সূক্ষ্ম আৰু ছৌখিন—সুন্দৰৰ প্ৰতি সদায়েই আকৰ্ষিত। জগন্নাথ বৰুৱা কলেজৰ অধ্যক্ষ হৈ থকা কালত দ্বিতীয় মহাযুদ্ধ হোৱাৰ আগলৈকে তেখেতে প্ৰতি বছৰে পূজাৰ বন্ধত অকলে ভাৰত ভ্ৰমণ কৰিছিল। সংস্কৃত মহাকাব্যত উল্লেখিত ভাৰতীয় ভাস্কৰ্য্য আৰু চিত্ৰকলাৰ বুৰঞ্জী প্ৰসিদ্ধ স্থানসমূহ পৰিদৰ্শন কৰি তাৰ সূক্ষ্ম বৰ্ণনা দিছিল নিজে ৰচনা কৰা মহাগ্ৰন্থ কেইখনত। এইবোৰ শিক্ষামূলক ভ্ৰমণ কালত পিতৃদেৱে মুকলি মনেৰে সময় পাৰ কৰি পৰিয়ালৰ সকলোলৈকে বিধে বিধে ছৌখিন কাপোৰ-কানি, নানান খেলাৰ পুতলা আদি কিনি বৰ আনন্দ পাইছিল। বাকচ ভৰাই কিনা এইবোৰ ছৌখিনীয়া বয়বস্তু লৈ 'দেউতা কেতিয়া ঘৰলৈ ফিৰিব' বুলি আমি বৰ আগ্ৰহেৰে বাট চাই আছিলোঁ আৰু যাবৰ পৰতো দি পঠিয়াইছিলোঁ একোখন দীঘলীয়া ফৰ্দ। মোৰ সাত বছৰমান বয়সত এবাৰ এখন কাগজৰ টুকুৰাত পেন্সিলেৰে লেখি পঠিয়াইছিলোঁ—'দেউতা, মোলৈ ফুলৰ চোলা, ফুলৰ মোজা, ফুলৰ জোতা, ফুলৰ ছাতি আৰু ফুলৰ বেগ আনিবা।' ফিৰি আহি দেউতাই কাগজখনৰ কথা দোহাৰি বৰ আমোদ পাইছিল আৰু বহু কাললৈ কাগজখন সাঁচি থৈছিল। তাৰ প্ৰমাণ পাইছিলোঁ দহ বছৰমানৰ পিছত; যেতিয়া দেউতা গুৱাহাটীত উপাচাৰ্য্য হৈ আছিল, তেখেতৰ শোৱা কোঠাত আলমাৰিৰ কিতাপ ছাফা কৰোঁতে সেই মদৰুৱা পৰা কাগজৰ টুকুৰাটো মই কিতাপৰ মাজত পাইছিলোঁ।

বেনাৰসৰ ৰাস্তাৰ কাষৰ পোহাৰবোৰৰ পৰা দেউতাই আমালৈ সোণালী ৰং চৰোৱা সেউজীয়া, নীলা নানা ৰঙৰ আইনাৰ চুৰীবোৰ দুয়োহাতে পিন্ধিবলৈ বাছি বাছি জোৰা পাতি কিনিছিল। আয়ে চিচাৰ চুৰী নিপিন্ধে বাবে আমিয়েই সেইবোৰ পিন্ধি তাৰে দুই এজোৰ লগৰ ছোৱালীক বিলাই গৌৰৱ কৰিছিলোঁ। সেই সময়ত গুজৰাটৰ চুৰাট চহৰ উৎকৃষ্ট মানৰ গুণাৰ পাৰিৰ বাবে বৰ প্ৰসিদ্ধ। আইলৈ প্ৰতি বছৰে চুৰাটৰ পৰা অনা গুণাৰ ধুনীয়া বহল পাৰিবোৰ চিৰকালে চিক্‌মিকাইছিল। তিৰোতাৰ সাজৰ প্ৰতি দেউতাৰ যে ইমান সূক্ষ্ম ৰুচিপূৰ্ণ পছন্দ তাৰ নেদেখিলে বুজা টান। সেই ধুনীয়া গুণাৰ পাৰিবোৰ চাদৰত লগাই আয়ে পিন্ধিলে তেখেতে হেঁপাহ পলুৱাই চাইছিল। আগ্ৰাত কিনা বিধে বিধে মাৰ্বলৰ সজোৱা বস্তুৰে ঘৰ ভৰি পৰিছিল। ঘৰলৈ আহিয়েই দেউতাই আইক বিস্তাৰিত বৰ্ণনা দিছিল ভ্ৰমণৰ কৌতুকীয়া ঘটনাবোৰ।

এবাৰ কলিকতাৰ কিতাপৰ দোকানত এখনত সোমাই তেখেতে ৰচনা কৰা Naisadhacarita of Sriharsa গ্রন্থখন বিচাৰিলে। সেইখন হাতত লৈ কিতাপৰ পাত লুটিয়াই দোকানৰ ভদ্রলোকজনক সুধিলে, "এইবোৰ কিতাপ মানুহে কিনে জানো?" ভদ্রলোকজনে বৰ গৌৰৱেৰে ডিঙি ঘূৰাই উত্তৰ দিলে, "কিনেতো, নিকিনিব কিয়?" নিজৰ পৰিচয় নিদি বৰ কৌতুকেৰে তেখেতে নিৰৱে দোকানৰ পৰা ওলাই আহিল।

ৰেলেৰে যাত্রা কৰা এই ভ্রমণবোৰত তেখেতে কলেজ হোষ্টেলৰ বিহাৰী ঠাকুৰজনক আৰ্দালী হিচাপে লগত লৈ যায়। এইজন বিশেষ সহযাত্রী দেউতাৰ বৰ বিশ্বাসী। ভ্রমণ কালত অতি প্রত্যয়েৰে গাৰ কাষে কাষে ঘূৰি ফুৰি তেখেতক সকলো সময়তে আৱৰি থাকে। এবাৰ গুজৰাটৰ পাহাৰীয়া অঞ্চলৰ মন্দিৰ পৰিদর্শন কৰিবলৈ গৈ ওভোটাৰ পথত পাহাৰীয়া নৈ হঠাৎ ফেনে ফোটোকাৰে বঢ়াত দলঙৰ ওপৰে পানী বাগৰি পথৰ চিন-চাব নোহোৱা হৈছিল। পৰম বিশ্বাসী আলধৰা জনে গাড়ীৰ আগে আগে লাঠীৰে খুপি খুপি দলঙৰ উমান লৈ গাড়ীখনক বাট দেখুৱাই দলং পাৰ কৰাই দিছিল।

অনবৰতে হাতত লাঠী লোৱা এই পাগুৰীধাৰী বিহাৰী আলধৰাজনো আছিল পকোৱা গোঁফেৰে সৈতে এজন ব্যক্তিত্বসম্পন্ন লোক। দেউতাই যেতিয়া ধুতি-পাঞ্জাবী-চাদৰৰ শুধ বগা পোছাক পিন্ধি লগত পাগুৰীধাৰী বিহাৰী আলধৰা লৈ ৰেলেৰে ভ্রমণ কৰিছিল, যাত্রীসকলে তেখেতৰ গাম্ভীর্যপূর্ণ ৰাজকীয় চালচলন অতি সম্ভ্রমেৰে লক্ষ্য কৰিছিল। এবাৰ বঙ্গদেশৰ এখন ঠাইত ৰেলৰ সহযাত্রীজনে দেউতাক 'ভাওল সন্ন্যাসী' বুলি ভাবি মনৰ খুকুৰি পৰিষ্কাৰ কৰিবলৈ সুধিছিল, "ভাওলে যাবেন না?" অর্থাৎ সেই সময়তে খবৰ কাগজবোৰত 'ভাওল সন্ন্যাসী'ৰ কাহিনীয়ে এটা চাঞ্চল্যকৰ বাতৰি হিচাপে মানুহৰ দৃষ্টি আকৰ্ষিত কৰি ৰাখিছিল। ঘটনাটো আছিল অগাধ সা-সম্পত্তিৰ মালিক ভাওলৰ নিষ্ঠাবান আৰু ন্যায়পৰায়ণ জমিদাৰজনক কোনোবা এজন চক্রান্তকাৰী আত্মীয়ই সা-সম্পত্তিৰ আশাত বিষাক্ত দ্রব্যৰ বেজি দি মৃত বুলি ঘোষণা কৰিছিল; শ্মশানত অন্ত্যেষ্টি ক্রিয়া আৰম্ভ কৰিবলৈ লওঁতেই অতিপাত বৰষুণ অহাত মৃতদেহ শ্মশানতে এৰি সকলো মানুহ দিহাদিহি আঁতৰি গ'ল। ইফালে ধাৰাসাৰ বৰষুণ পাই মৃত বুলি ঘোষণা কৰা জমিদাৰে জ্ঞান পাই কেঁকাবলৈ ধৰিলে। সেই সময়তে কেইজনমান সন্ন্যাসী আহি অৰ্দ্ধমৃত জমিদাৰক নিজ গুহালৈ আনি সেৱা শুশ্রূষা কৰাত তেওঁ পুনৰ জী উঠিল; কিন্তু পৃথক পৰিবেশ আৰু বিষক্রিয়াৰ ফলত আগৰ জীৱনৰ কথা পাহৰি যোৱাত সন্ন্যাসীবোৰৰ লগতে জমিদাৰে সন্ন্যাসী জীৱন কটাবলৈ ধৰে। সিফালে চক্রান্তকাৰীয়ে কাৰ্য্য সিদ্ধি হ'ল বুলি ভাবি জমিদাৰৰ সা-সম্পত্তি, ধন-সোণৰ সৰ্বস্ব আত্মসাৎ কৰিলে আৰু নিজৰ কু-কৰ্ম্ম পাহৰোৱাৰ উদ্দেশ্যে মানুহৰ নানান হিত সাধি সমাজত সুপ্রতিষ্ঠিতভাৱে বসবাস কৰিবলৈ ধৰিলে।

লাহে লাহে জমিদাৰ সন্ন্যাসীয়ে ভাওলৰ জনসাধাৰণৰ সংস্পৰ্শত আহিবলৈ ধৰাত তেওঁক পুৰণা বন্ধু-বান্ধৱে চিনি পালে আৰু তেওঁবো পুৰণি কথাবোৰ এটা এটাকৈ মনত পৰিবলৈ ধৰিলে। কিন্তু ভাওলৰ এই সন্ন্যাসীজন এক বিতৰ্কিত ব্যক্তি হৈ পৰিল। এদললোকে সন্ন্যাসীজনেই ভাওলৰ পূৰ্বৰ জমিদাৰ বুলি দাবী কৰিলে আৰু এদলে তেওঁক পূৰ্বৰ জমিদাৰৰ চেহেৰাৰে সৈতে মিল থকা কোনো এক প্ৰৱঞ্চক বুলি ঠাৱৰ কৰিলে। শেহত ভাওল সন্ন্যাসীয়ে তেওঁৰ সমৰ্থকসকলৰ সহায়ত পূৰ্বৰ সা-সম্পত্তি পুনৰুদ্ধাৰৰ অৰ্থে আদালতত মোকৰ্দ্দমা তৰিলে। মোকৰ্দ্দমা বহুকাল চলাৰ পিচত সত্য আৰু ন্যায় প্ৰমাণিত হোৱাত, যিদিনা ভাওল সন্ন্যাসীৰ পক্ষে আদালতে ৰায় দিলে, সেইদিনাই তেওঁৰ মৃত্যু ঘটিল। যিসকল শুভাকাঙ্ক্ষীয়ে সত্য প্ৰমাণিত হোৱা বাবে তেওঁক সম্বৰ্দ্ধনা জনাবলৈ আহিছিল, সেইসকলেই মৃতদেহ শ্মশানলৈ নি সেইদিনাহে প্ৰকৃত শৱদাহ কৰিলেগৈ।

.................ভাওল সন্ন্যাসীৰ ন্যায়নিষ্ঠ কাহিনীয়ে আমাৰ দেউতাক কিয়বা ইমান আকৰ্ষিত কৰিছিল বুজি নাপালো। ৰেলৰ সহযাত্ৰীয়ে তেওঁক ভাওল সন্ন্যাসী বুলি ধাৰণা কৰাত বৰ আহ্লাদিত হৈ আইৰ আগত ভ্ৰমণ বৃত্তান্ত দিছিলহি। আয়েও আমাক এইবোৰ গল্প শুনাইছিল।

## জ্ঞান-যোগী

দেউতাক ১৩/১৪ বছৰ বয়সতে সংস্কৃত পুথি-পাঁজিত নিমগ্ন হৈ থকা দেখি মাতৃ গৰাকীয়ে বৰমইনাই (আমাৰ দেউতা) সন্ন্যাসী হ'বলৈ প্ৰস্তুতি চলাইছে বুলি ভাবি সংস্কৃত পুথি সোপাকে লুকুৱাই থৈছিল হেনো। দেউতাৰ কথাবোৰ ভাবি চালে আমাৰ আইতাৰ ধাৰণা তেঁনেই অমূলক বুলি ক'ব নোৱাৰি। দেউতাৰ সংসাৰৰ প্ৰতি বৈৰাগ্যৰ ভাবৰ এটা উদাহৰণ আমি আইৰ মুখত শুনিবলৈ পাইছিলোঁ। আইতাৰ দেহাৱসানৰ পিছত ককাদেউতাই বেছিদিন সংসাৰত বাচি নাথাকে বুলি বিশ্বাস কৰিছিল। তেখেতৰ মৃত্যুৰ পিছত ভৱিষ্যতে চাহ কোম্পানীৰ সম্পূৰ্ণ দায়িত্ব লৈ বাগানকেইখন নিৰ্বিঘ্নে চলোৱাৰ উদ্দেশ্যে চাহ বাগানৰ সম্পত্তি পুত্ৰ-কন্যাৰ মাজত ভগাই দিয়াৰ কথা চিন্তা কৰিছিল। ককাদেউতাৰ মনৰ ভাব আগতীয়াকৈ বুজি পাই দেউতাই সিদ্ধান্ত লৈছিল যে, যিহেতু তেওঁ চাহ বাগানৰ কামৰ পৰা অব্যাহতি লৈ গ্ৰন্থ ৰচনাৰ কামত আত্মনিয়োগ কৰিছে, তেওঁক যাতে ঘৰুৱা সা-সম্পত্তিৰ লগত জড়িত নকৰি ইয়াৰ পৰা একেবাৰে আঁতৰত ৰাখে; কিয়নো পাৰ্থিৱ সা-সম্পত্তিৰ প্ৰতি তেওঁৰ তিলমাত্ৰ মোহ নাই। দেউতা সেই সময়ত তিনিটা ল'ৰা-ছোৱালীৰ পিতৃ। আমাৰ আয়ে কথা বিষম যেন দেখি পোনছাটেই পূজ্য শহুৰেকৰ (আমাৰ ককাদেউতা) ওচৰলৈ গৈ যুক্তি দৰ্শাই দাবী কৰিলেগৈ যে, যিহেতু দেউতা পৰিয়ালৰ জ্যেষ্ঠ সন্তান, সেই গতিকে ককাদেউতাৰ মৃত্যুৰ

# কৃষ্ণকান্ত সন্দিকৈৰ ব্যক্তিগত গ্ৰন্থাগাৰ ঃ

সন্দিকৈদেৱৰ নিজা গ্ৰন্থাগাৰটো আছিল ভাৰতৰ ব্যক্তিগত লাইব্ৰেৰীসমূহৰ ভিতৰতে এটা অন্যতম লাইব্ৰেৰী। দহ হেজাৰৰো অধিক বাৰটা ভাষাৰ অতি দুষ্প্ৰাপ্য আৰু মূল্যবান গ্ৰন্থৰে ভৰা লাইব্ৰেৰীৰ কিতাপবোৰ তেখেতৰ গোটেই জীৱনৰেই সংগ্ৰহ। এই বৃহৎ গ্ৰন্থাগাৰটো সন্দিকৈদেৱৰ জীৱনৰ আটাইতকৈ মূল্যবান আৰু আদৰৰ সম্পদ আছিল।

ছাত্ৰ জীৱনতে সন্দিকৈদেৱে সংস্কৃত, পালি আৰু প্ৰাকৃত ভাষা সাহিত্য অধ্যয়ন কৰি যেনেকৈ অগাধ পাণ্ডিত্যৰ অধিকাৰী হৈছিল, সেইদৰে ইংলেণ্ড, ফ্ৰান্স আৰু জাৰ্মেনীত সাত বছৰ কাল শিক্ষা লাভ কৰি ফ্ৰেন্স, জাৰ্মান, ইংৰাজী, গ্ৰীক্, লেটিন, ৰাচিয়ান, ইটালীয়ান, স্পেনিছ আদি ভাষাৰ সাহিত্য আৰু সেই ভাষা সমূহৰ বুৰঞ্জীতো ব্যুৎপত্তি অৰ্জন কৰিছিল। উপৰোক্ত আঠোটা ইউৰোপীয় ভাষাৰ Classics, ভাষা সাহিত্য আৰু সাহিত্য বুৰঞ্জী সম্পৰ্কীয় গ্ৰন্থবোৰ সন্দিকৈদেৱে ইউৰোপত থকা কালছোৱাতে ক্ৰয় কৰিছিল। ৰুচ বিপ্লৱৰ আগতে প্ৰকাশ পোৱা ৰাচিয়ান সাহিত্যৰ গ্ৰন্থসমূহ, যিবোৰ বৰ্ত্তমান ৰাচিয়াতে পাবলৈ নাই, তেনে দুষ্প্ৰাপ্য কিতাপো তেখেতৰ লাইব্ৰেৰীৰ গ্ৰন্থৰাজিৰ অন্তৰ্ভুক্ত।

গোটেই জীৱনে ক্ৰয় কৰা মূল্যবান সংস্কৃত, পালি, প্ৰাকৃতৰ গ্ৰন্থ আৰু আপুৰুগীয়া পুথি পাঁজি বিলাক আৰু ইউৰোপীয় ভাষাসমূহৰ গ্ৰন্থৰাজি অতি সযতনে গ্ৰন্থাগাৰৰ ৰাঠিটা আলমাৰিত সংৰক্ষণ কৰিছিল। চিক্‌মিকাই থকা কিতাপৰ শ্বেলফ্ আৰু আলমাৰি বিলাকৰ কিতাপবোৰত পোক মৰা ঔষধ ছটিয়াই ধূলি-মাকতি মচি তেখেতে নিজে এই কিতাপবোৰৰ তত্ত্বাৱধান লৈছিল।

উল্লেখনীয় যে ইংৰাজী, ফ্ৰেন্স আৰু জাৰ্মান ভাষাত লিখিত যিবোৰ কিতাপৰ সহায়ত তেখেতে ছাত্ৰ জীৱনত অন্যান্য ইউৰোপীয় ভাষা শিকিছিল, সেই কিতাপবোৰো





সন্দিকৈদেৱৰ যোৰহাটৰ ব্যক্তিগত গ্ৰন্থাগাৰ আৰু বাসগৃহ



"সক শোৱা কোঠাটোৰ যিখন মেজত বহি লেখা-পঢ়া কৰিছিল.......", পৃঃ ৭৫

→ সযত্নে গ্ৰন্থাগাৰত সংৰক্ষণ কৰিছিল।

পণ্ডিতগৰাকীৰ মৃত্যুৰ পিছত অসমৰ ভৱিষ্যত ভাষা সাহিত্যৰ গৱেষকসকলে ব্যৱহাৰ কৰিব পৰাকৈ এই আদৰৰ পুথিভঁড়ালটো নিজে প্ৰতিষ্ঠা কৰি অহা গুৱাহাটী বিশ্ববিদ্যালয়ক অতি হেপাহেৰে দান কৰিছিল।





"পঢ়ামেজৰ দাতিতে শোৱা বিচনাখন.......", পৃঃ ৭৬



সন্দিকৈদেৱৰ ব্যক্তিগত গ্ৰন্থাগাৰৰ একাংশ



সেইদৰে অসমৰ সাহিত্যিকসকলে উপহাৰ দিয়া অসমীয়া কিতাপসমূহ বিভিন্ন প্ৰতিষ্ঠানক জীৱিত কালতেই বিলাই দিছিল। সন্দিকৈদেৱৰ ইচ্ছা অনুসৰি দেহাৱসানৰ এমাহৰ পিছতেই গ্ৰন্থাগাৰৰ কিতাপসমূহ আলমাৰিসহ গুৱাহাটী বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগাৰলৈ স্থানান্তৰিত কৰা হয়।





সন্দিকৈদেৱৰ ব্যক্তিগত গ্ৰন্থাগাৰৰ একাংশ



সন্দিকৈদেৱৰ ব্যক্তিগত গ্ৰন্থাগাৰৰ একাংশ



অতি পৰিতাপৰ কথা যে, সন্দিকৈদেৱৰ দেহাৱসানৰ (১৯৮২ চন) যোল্ল বছৰৰ পিছত দেখা গ'ল, অসমে গৌৰৱ কৰিব পৰা এনে হেন আপুৰুগীয়া ভাষা সাহিত্যৰ সম্পদটোৰ ধূলি পৰা কিতাপবোৰত পোকে বাঁহ লৈছে আৰু বিশ্ববিদ্যালয়ৰ গ্ৰন্থাগাৰৰ চাল উকখিব লাগিছে— কৰ্তৃপক্ষৰ তত্ত্বাৱধানৰ অভাৱত। অসমৰ ভৱিষ্যত বংশধৰ সকলৰ বাবে ই এটা অতি দুৰ্ভাগ্যজনক বিষয়।



সন্দিকৈদেৱৰ গ্ৰন্থাগাৰৰ একাংশ

পিছত দেউতায়েই চাহ বাগান চলোৱাৰ সম্পূৰ্ণ দায়িত্ব লৈ জীয়াই থকা কাললৈকে চাহ বাগানৰ বছেৰেকীয়া লাভাংশৰ আধাভাগ পাব লাগিব। বৰ মইনাৰ (আমাৰ দেউতা) সন্মতি নোলোৱাকৈয়ে বিনা দ্বিধাই ককাদেউতাই বোৱাৰীয়েকৰ দাবী মানি ল'লে আৰু সিফালে দেউতাও মনে মনে থাকিল।

এটা ঘৰত আমাৰ পিতৃয়ে সংসাৰী কৰ্ম জলাঞ্জলি দি কিতাপৰ মাজত ধ্যানমগ্ন হৈ থাকে; কাষৰ অন্য এটা ঘৰত দুজনকৈ ডেকাপুত্ৰৰ মৃত্যু শোকত জৰ্জৰিত ককাদেউতা পৰিবেষ্টিত হৈ থাকে সহানুভূতিৰ মাত দিবলৈ অহা গুণমুগ্ধ বন্ধু-বান্ধৱ, অৰ্থ-সাহায্য বিচাৰি অহা দুখীয়া ছাত্ৰ, সমাজসেৱী আৰু উচ্চাভিলাষী ৰাজনৈতিক নেতাৰে। তাৰ মাজত দুই পিতা-পুত্ৰৰ ভাবৰ আদান-প্ৰদান কৰাৰ অৱসৰ ক'ত? পিতা-পুত্ৰৰ ভুল বুজাবুজিৰ জীৱনৰ মাজত আমাৰ আয়েই আছিল পাৰিবাৰিক স্নেহৰ যোগসূত্ৰ। আমাৰ ককাদেউতাই কথা কয় কম, কিন্তু শুনে বেছি। অনবৰতে ভাবনাত মগ্ন হৈ থকা ককাদেউতা ৰাধাকান্ত সন্দিকৈৰ চাল-চলন আছিল অতি ধীৰ স্থিৰ। আনহাতে ঘৰখনৰ প্ৰাণকেন্দ্ৰ আমাৰ সাদৰী আইতা নাৰায়ণী আইদেউ কামে-কাজে যেনেকৈ পাকৈত, সেইদৰে কথা-বতৰা, চাল-চলন সকলোতে খৰতকীয়া। আইতাৰ ইচ্ছা আৰু বিচাৰ ধাৰাৰ গতিত বাধা দিওঁতা কোনো নাছিল। খোৱা-লোৱা, পিন্ধা-উৰা, থকা-মেলাৰ এটা ভোগী জীৱন কটাই আইতাই ৫৬ বছৰ বয়সত ইহলীলা সম্বৰণ কৰিছিল ১৯৩৮ চনৰ শীতৰ এটা সেমেকা সন্ধিয়াত।

## বিশ্বযুদ্ধৰ প্ৰভাৱ

...............দ্বিতীয় বিশ্বযুদ্ধৰ আন্তৰ্জাতিক প্ৰভাৱ যোৰহাটৰ নিচিনা সৰু চহৰখনতো বাৰুকৈয়ে পৰিলক্ষিত হৈছিল—যিদৰে হৈছিল ভাৰতৰ চহৰে-নগৰে, গাঁৱে-ভূঁয়ে। চহৰৰ অলিয়ে গলিয়ে বগা ইউৰোপীয়, মাৰ্কিন চাহাব আৰু ক'লা নিগ্ৰোবোৰেৰে গঠিত জাক জাক যুদ্ধৰ সাজ পৰিহিত বন্দুকধাৰী সৈন্যদল আৰু ৰাস্তা-ঘাটত যুদ্ধৰ বয়বস্তু কঢ়িওৱা ডাঙৰ ট্ৰাকবোৰৰ লেথেৰি নিছিগা চলাচলৰ দৃশ্যই সৃষ্টি কৰিছিল চৌপাশে এক অশান্ত পৰিৱেশ। কেতিয়াবা হঠাৎ ৰাস্তাত গাড়ী ৰখাই উচ্ছৃংখল বিদেশী মিলিটেৰী ঘৰৰ চৌহদৰ ভিতৰলৈ সোমাই আহিলে আতংকিত হৈ উঠিছিল পুৰুষসকল নাৰীৰ সন্মান ৰক্ষাৰ্থে। একালে চহৰৰ কাষৰ বিমান বন্দৰলৈ অহা আকাশী জাহাজবোৰৰ কাণ তাল মৰা শব্দ আৰু আনফালে বোমা বৰ্ষণৰ পৰা হাত সাৰিবলৈ বজোৱা ঘন ঘন চাইৰেণৰ আৰ্তনাদই বুকু কঁপাইছিল নগৰবাসীৰ। বোমা বৰ্ষণৰ পৰা ৰক্ষা পৰিবলৈ ঘৰে ঘৰে মানুহে খান্দি লৈছিল বিবিধ আকাৰৰ গড়খাৰে অথবা বালিৰ বস্তাৰ ওপৰত মাটিৰ টিপ তুলি সজা একোটা আশ্ৰয়স্থল (Shelter)। সন্ধিয়াৰ লগে লগে দুৱাৰ-খিড়িকী বন্ধ কৰি, লাইটবোৰ নুমাই ঘৰ সোমাই চাকিৰ স্তিমিত পোহৰত বাস কৰি পালন কৰিছিল কৃষ্ণ নিশা (Black out); ঘৰৰ

দুৱাৰ-খিড়িকীৰ ফাঁকেৰে বাহিৰলৈ পোহৰ যোৱাতো বাধা আৰোপ কৰা হৈছিল চৰকাৰৰ নিৰ্দেশত। হাটে-বজাৰে শিক্ষিত, অশিক্ষিত সকলোৰে মুখত কেৱল একেটাই আলোচনা—বিশ্বৰ কোন স্থানত আজি বোমা পৰিল, বৃটিছ-আমেৰিকা-ফৰাচী মিত্ৰজোটে আজি কিমান দূৰ আগবাঢ়িল আৰু জাৰ্মান-জাপানী মিত্ৰজোটে আজি কিমান দূৰ পিছুৱালে। চাৰিওফালে ভীতিসঞ্চাৰকাৰী জনৰৱ, ক'লা বজাৰ, নিমখ, কেৰাচিনৰ অভাৱে অতিষ্ঠ কৰি তুলিছিল অসহায় জনসাধাৰণক। যাৰ সুবিধা আছে অথবা যিসকল অতিশয় ভীতিগ্ৰস্ত তেওঁলোকে বোমা বৰ্ষণৰ পৰা ৰক্ষা পৰিবলৈ নগৰ এৰি গাঁৱত বাস কৰিবলৈ লৈছিল। যোৰহাটৰ বিশাল কাছাৰী ময়দান জুৰি স্থাপিত হৈছিল বৃহৎ মিলিটেৰী হাস্পতাল আহত সৈনিকৰ চিকিৎসাৰ অৰ্থে। ওচৰে-পাজৰে থকা শিক্ষানুষ্ঠানৰ ঘৰবোৰো অধিগ্ৰহণ কৰা হৈছিল মিলিটেৰীৰ ব্যৱহাৰৰ বাবে।

১৯৪২ চনৰ মাজ ভাগত হঠাৎ এদিন জগন্নাথ বৰুৱা কলেজৰ হোষ্টেল মিলিটেৰীয়ে দখল কৰি কৰ্তৃপক্ষক জাননী দিলে কলেজৰ ঘৰ-দুৱাৰ অনতিপলমে খালি কৰি দিবলৈ। হুকুম মানি ল'বলৈ বাধ্য হৈ কলেজ কৰ্তৃপক্ষই দুদিনৰ ভিতৰতে কলেজৰ বিশাল চৌহদ খালি কৰি দিলে। কলেজখন থানবান হৈ চহৰৰ চুকে-কোণে বিভিন্ন স্থানত শ্ৰেণীবোৰ বহুৱাই কাম চলাই থকা হ'ল ১৯৪৫ চনত বিশ্ব যুদ্ধ শেষ নোহোৱালৈকে। কাছাৰী ময়দানত সাজি লোৱা বৃহৎ অস্থায়ী হাস্পতালটোকে মিলিটেৰীয়ে সম্প্ৰসাৰণ কৰি ল'লে ৰাস্তাৰ ইটো পাৰত অৱস্থিত জগন্নাথ বৰুৱা কলেজ চৌহদলৈ। সেই কেইবছৰত দেউতাই অধ্যক্ষৰ কাম-কাজ ঘৰৰ পৰাই নিয়াৰিকৈ পৰিচালনা কৰি আছিল । বিশ্বস্ত অফিচ সহায়ক প্ৰয়াত লক্ষ্মীধৰ বৰদলৈয়ে কলেজৰ আৰম্ভণিৰে পৰাই তেখেতক সকলো পৰিস্থিতিতে অতি নিষ্ঠাৰে সহযোগ কৰিছিল। কলেজ থানবান হোৱা কেইদিনত বৰদলৈদেৱে প্ৰতিদিনে এটা বিশেষ সময়ত আমাৰ ঘৰলৈ আহি দেউতাক সকলো খা-খবৰ জনাই তেখেতৰ নিৰ্দেশ অনুযায়ী অফিচৰ কাম-কাজ চলাই আছিল।

.................যুদ্ধকালীন দিন কেইটাত আমাৰ প্ৰায়বিলাক ওচৰ-চুবুৰীয়াই নগৰ এৰি যোৱাত আমি কেইঘৰমানেহে দেখা-শুনাকৈ বাস কৰিছিলোঁ নগৰ অঞ্চলত। যুদ্ধৰ ধ্বংসলীলাৰ পৰা নিজকে বচাবলৈ চৰকাৰে দিয়া পৰামৰ্শমতেই দেউতাই ঘৰতে সকলো সাৱধানতা লৈছিল। ৰাস্তাঘাটত মিলিটেৰী ভৰা ট্ৰাকবোৰৰ অবাধ চলাচলৰ মাজেৰেই আমি স্কুললৈ অহা-যোৱা কৰিছিলো নিৰ্বিঘ্নে। চাৰিওফালে ভীতিসঞ্চাৰকাৰী জনৰৱৰ মাজতো দেউতাক যুদ্ধৰ বা-বাতৰি জনাই সকলো দিশতে দিহা পৰামৰ্শ দি আছিল ডঃ 'নিৰ্ভয় থক্কৰ' নামৰ এজন মাৰাঠী মিলিটেৰী ডাক্তৰ বন্ধুৱে। তেওঁ আছিল জগন্নাথ বৰুৱা কলেজত পাতি লোৱা মিলিটেৰী হাস্পতালটোৰ মুৰব্বী অফিচাৰ। দেউতাতকৈ বয়সে ডাঙৰ আধা পকা চুলিৰে এই মাৰ্জিত ব্যক্তিজন আছিল একেধাৰে কবি, গায়ক-আৰু সুচিকিৎসক। মাজে সময়ে তেওঁ দেউতাৰ লগত একেলগে দুপৰীয়াৰ ভাত সাজ

খাই অনেক সময় গল্প-গুজৱ কৰি কথাৰ মাজে মাজে দেউতাক কৱিতা বা গান গাই শুনায়। এই কলাকাৰ বন্ধুজনে দেউতাক এদিন এখন উৎকৃষ্ট কাহিনীৰ চিনেমা দেখুৱাবলৈ খাটনি ধৰিলে; কাহিনীটো আছিল দুখৰ ওচৰ-চুবুৰীয়া বন্ধু পৰিয়ালৰ বন্ধুত্ব আৰু হাই-কাজিয়াৰ এটা কৰুণ বৃত্তান্ত। দেউতাই ডঃ থকুৰৰ নেৰানেপেৰা অনুৰোধ ৰক্ষা নকৰি নোৱাৰিলে। আমাৰ গোটেই পৰিয়ালটোকে এদিন যোৰহাটৰ 'ষ্টাৰ' চিনেমা ঘৰত মাৰাঠী ডাক্তৰে চিনেমাখন দেখুৱাইহে এৰিলে। দেউতাক সেই এবাৰেই আমি চিনেমা চোৱা দেখিলোঁ। সাধাৰণতে নগৰলৈ ভাল চিনেমা আহিলে আয়ে অকলেই আমাৰ ল'ৰা-ছোৱালী তিনিটাক চিনেমা দেখুৱায়; কেতিয়াবা দেউতাকো আহি কাহিনী শুনায়হি।

## স্বাধীনতা আন্দোলনৰ ফিৰিঙতি

মহাযুদ্ধৰ অশান্ত পৰিবেশতেই 'ভাৰত ত্যাগ কৰা' শ্লোগানেৰে ভাৰতৰ স্বাধীনতা আন্দোলন তুঙ্গত উঠিছিল। বিপ্লৱী নেতাৰ কোনোজনে কাৰাবৰণ কৰিছিল, কোনোজনে আত্মগোপন কৰি অসহযোগ আন্দোলনৰ তীব্ৰতা জাৰি ৰাখিছিল। আন্দোলনকাৰীয়ে মিলিটেৰী ভ্ৰমণ কৰা ৰেলগাড়ী বগৰাইছিল, দলং আৰু ৰাজহুৱা ঘৰত জুই দিছিল। চহৰৰ ময়দানবোৰত আন্দোলনকাৰীৰ সভা-সমিতি, স্কুল ঘৰবোৰত পিকেটিং, ৰাস্তাত Quit India ধ্বনিৰ সমদল—বিপ্লৱৰ এই ফিৰিঙতিবোৰে জীৱন্ত কৰি তুলিছিল যোৰহাট চহৰক। এদিন সন্ধিয়া দূৰৈৰ আকাশত জুইৰ ফিৰিঙতি দেখিছিলোঁ; পিছতহে জানিলোঁ—আমাৰ শ্ৰেণীবোৰ বহা যোৰহাট ছোৱালী হাইস্কুলৰ এটা ডাঙৰ খেৰীঘৰ বিক্ষোভকাৰীৰ দ্বাৰা জুইত ভস্মীভূত কৰা হ'ল। কেতিয়াবা স্কুল চলি থকা সময়ত ছাত্ৰৰ উত্তপ্ত সমদলবোৰে 'ইনক্লাব জিন্দাবাদ' ধ্বনি দি আমাক শ্ৰেণীৰ পৰা ওলাই আহি সমদলত যোগ দিবলৈ আহ্বান দিছিল। বৰ বাইদেউৰ (প্ৰধান শিক্ষয়িত্ৰী) নিষেধাজ্ঞা উলঙ্ঘা কৰি আমাৰ সৰু দল এটা ক্লাছৰ পৰা ওলাই আহি সমদলত যোগ দিওঁগে। পিছদিনা 'বৰ বাইদেৱে' নিজৰ কোঠালৈ মাতি নি শাস্তি নিদিলেও আমাক সাৱধান বাণী, ধমকি আদি দিয়া বেচ মনত আছে। কিন্তু সমদলত যোগ দিয়া ছোৱালীকেইজনীকেই পুনৰ ছাত্ৰনেতাসকলে মাতি নিয়ে নেহৰু ময়দানত ভলণ্টিয়াৰৰ কুচ-কাৱাজ কৰিবলৈ। যোৰহাটলৈ সৰ্বভাৰতীয় নেতাসকলৰ আগমন হ'লে আমিয়েই শাৰী পাতি থিয় হৈ 'গাৰ্ড অৱ অনাৰ'ৰ অভিবাদন দিয়াত আগৰণুৱা হওঁ। এনেকোৱা অভিবাদনত যেতিয়া পণ্ডিত জৱাহৰলাল নেহৰু আমাৰ কাষেৰে যোৱাৰ, আমালৈ মিচিকিয়া হাঁহিৰে চাই যোৱা দৃশ্য আজিও মোৰ মানসপটত জাহে। আমাৰ ভলণ্টিয়াৰৰ পোছাক আছিল ত্ৰিৰঙ্গ পতাকাৰ ৰঙৰ পাৰি লগোৱা বগা মেখেলা চাদৰ। কাপোৰত মাৰ লগোৱা সাজ-পাৰ ইস্ত্ৰি কৰি পিন্ধি উবি ৰাতিপুৱাই ছাত্ৰসকলৰ লগত অতি নিষ্ঠাৰে যোগ দিওঁগৈ কুচ-কাৱাজৰ আখৰাত।

স্কুলীয়া দিনবোৰত আমি কংগ্ৰেছৰ সভা-সমিতিত যোগ দিলে দেউতাই কেতিয়াও বাধা নিদিছিল। তেখেতে নিজেও কেইবাখনো সৰ্বভাৰতীয় খবৰ কাগজ খৰচি মাৰি পঢ়িছিল আৰু স্বাধীনতা আন্দোলনৰ নেতাসকলক বৰ শ্ৰদ্ধা কৰিছিল। নেতাজী সুভাস চন্দ্ৰ বসুৰ ইণ্ডিয়ান নেচনেল আৰ্মিৰ (I.N.A) কাৰ্য্যাবলীয়ে দেশত এটা চাঞ্চল্যৰ সৃষ্টি কৰিছিল, যি উৎসাহৰ বাবে ভাৰতৰ স্বাধীনতা আন্দোলনে পূৰ্ণতা লাভ কৰি স্বাধীনতা অৰ্জন কৰিছিল। দেউতাৰ বিপ্লৱী মনটোক আই-এন-এৰ নেতৃবৰ্গই ইমানেই আকৃষ্ট কৰিছিল যে সেই সময়ত প্ৰকাশ পোৱা তেওঁলোকৰ ডাঙৰ ছবিবোৰ আমাক বেৰত বন্ধাই আঁৰি থবলৈ দিছিল।

## ভুঁইকঁপৰ হেন্দোলনি

................১৯৪৩ চনৰ অক্টোবৰ মাহত এটা বিৰাট ভূমিকম্পৰ জোকাৰণিয়ে অসমৰ ভূ-স্থল তল-ওপৰ লগাইছিল। ১৯৫০ চনৰ ভূমিকম্পত মাটিত ফাট মেলা বা নদীৰ গতি সলোৱাৰ নিচিনা দুৰ্যোগবোৰ নহ'লেও এই ভূমিকম্পত পকী অট্টালিকা বিলাক ভাঁগি চুৰমাৰ হৈছিল। মাজনিশা হোৱা ভূমিকম্পৰ সময়ত দেউতাই পঢ়া-শুনা কৰি আছিল আৰু আইও সাৰ পাই আছিল। ভয়ঙ্কৰ জোকাৰণি আৰু শব্দৰ মাজত যেতিয়া আমাৰ টোপনি ভাগিল, তেতিয়া অন্ধকাৰৰ মাজত দেখোঁ আমাৰ দুমহলীয়া পকী ঘৰটোৰ চাৰিওফালে জোকাৰণিত ভাগি পৰা ইটাৰ ডাঙৰ অংশবোৰ বাহিৰত বৰষুণ পৰাদি পৰিব ধৰিছে; ভূমিকম্পৰ প্ৰবল হেন্দোলনিত খোজ কাঢ়িব নোৱাৰা অৱস্থা। দুৰ্যোগ পাৰ হোৱাৰ পিছতহে আমি আটায়ে অন্ধকাৰত ঘৰৰ বাহিৰ ওলাই ভগ্ন ইটা, চিমেণ্ট, কাঠ, আইনাৰ টুকুৰাৰ ওপৰেদি অতি সন্তৰ্পণে খোজ দি, ক'ত কি ভাগিল চাবলৈ ওলাইছিলোঁ। আমাৰ দুমহলীয়া ঘৰটো সেই অৱস্থাতে কোনো ৰকম থিয় হৈ আছিল। পিছদিনা ওপৰ মহলাৰ গ্ৰন্থাগাৰটো চাবলৈ গৈছিলোঁ। কিতাপৰ আলমাৰিবোৰ ইটোৰ ওপৰত সিটো বাগৰি পৰি কিতাপ, ভগা আইনা, বালি, ইটা-চিমেণ্টৰ ভগা টুকুৰাবোৰ একাকাৰ হৈ যি এটা বিৰাট স্তুপ হৈ আছিল, ঘৰৰ দুৱাৰ মেলি ভিতৰত ভৰি দিয়াৰ ঠাই অকণো নাছিল। সেই দুৰ্যোগৰ সময়তো দেউতাক অতি স্থিৰ হৈ থকা দেখিছিলোঁ। ঘৰ আৰু কিতাপৰ আলমাৰি বিলাক ধীৰে সুস্থিৰে ভাগে ভাগে মেৰামতি কৰোৱাই অকলেই গ্ৰন্থাগাৰৰ হাজাৰ হাজাৰ কিতাপ ছাফ্-চিকুণ কৰি পূৰ্বৰ ৰূপ দিছিল দুই-এটা লগুৱাৰ সহায়ত। ভূমিকম্পই কাঠ, বাঁহৰ ঘৰতকৈ পকী ঘৰবোৰতহে বৰ আতঙ্কৰ সৃষ্টি কৰিছিল। পকীঘৰবোৰৰ এনে দুৰ্যোগ ঘটাৰ পিছতহে অসমৰ আধুনিক কালৰ পকী ঘৰবোৰ আৰ্থকুৱেক প্ৰুফ (earthquake proof) কৰি সজাৰ ব্যৱস্থা কৰা হ'ল।

সৰুকালত দেখা ভূমিকম্পৰ ধ্বংস লীলাই আমাক ডাঙৰলৈকে বৰ আতঙ্কিত কৰি তুলিছিল। এবাৰ সন্ধিয়া পৰত অহা এটা ডাঙৰ ভূমিকম্পৰ প্ৰতিটো প্ৰবল

হেন্দোলনিয়ে পুখুৰীৰ পানী বহুত দূৰলৈ উলিয়াই আনিছিল; দুৱাৰ-খিড়িকীৰ জোকাৰণি আৰু চাৰিওফালে নানা শব্দ হৈ ঘৰখনত সৃষ্টি কৰিছিল এটা হুলস্থূলৰ পৰিৱেশ। সেই সময়তো দেউতাক ঘৰৰ ভিতৰত পঢ়া মেজৰ আগত বহি থকা দেখা পাই আমাৰ বিশ্বাসী নেপালী চকিদাৰটোৱে দেউতাক ভেনে অৱস্থাতে কোলাত তুলি কেইবাটাও চিৰি বগাই লৈ আনিছিল আগফালৰ চোতাললৈ। সেয়েহে বোধহয় তেওঁৰ বিষয়ে মানুহে এটা আমোদজনক গল্প ৰচিছিল বোলে, 'ভূমিকম্প আহিছে' বুলি সগৰাই কওঁতে হেনো দেউতাই কৈছিল, "বহিবলৈ দেগৈ যা।" দেউতাৰ বিষয়ে ৰচা আমোদজনক গল্প গুজৱবোৰ সঁচা নহয় বুলি কোনেও ডাঠি ক'ব নোৱাৰিছিল।

## কন্যা দান

দুজনীকৈ ছোৱালীৰ পিতৃ হিচাপে দেউতাই কন্যাদানৰ বিষয়ে চিন্তা নকৰাকৈ থকা নাছিল। এটা বিষয়ত সজাগ আছিল যে নিজে সামাজিকভাৱে মানুহৰ লগত মিলা-জুলা নকৰে বাবে ছোৱালীহঁতৰ উপযুক্ত দৰা বিচৰাত আহকালৰ সমুখীন হ'ব লাগিব। আমাৰ আয়ে এই দিশতো দেউতাক সাহস যোগাই নিজেই ব্যৱস্থা কৰিব বুলি আশ্বাস দিছিল।

আমাৰ বাই-ভনী দুজনীৰ বয়সৰ পাৰ্থক্য তিনিবছৰ ছমাহৰ। বাইদেউ প্ৰমীলা আছিল মোৰ সম্পূৰ্ণ বিপৰীত। মই সৰুৰে পৰা পেহা-পেহীৰ ল'ৰাহঁত আৰু মোৰ প্ৰায় সমনীয়া দাদাৰ লগত ফুটবল, ক্ৰিকেট খেলাৰে পৰা গছ বগোৱালৈকে আমাৰ বিশাল চৌহদটোত সকলো দুঃসাহসিক কামৰে সোৱাদ পাইছিলোঁ জ্যেষ্ঠসকলৰ অগোচৰত। ঘৰখনৰ ভিতৰত বয়সে আটাইতকৈ সৰু বাবে মোৰ ওপৰত ল'ৰাহঁতেও হুকুম চলাই কেতিয়াবা ক্ৰিকেট বেট ধৰি থাকিবলৈ দিয়ে বা দূৰলৈ ওফৰি পৰা বল বিচাৰি আনিবলৈ কয় বা ফুটবলৰ অভাৱত ৰবাৰ টেঙাৰ বলতে কিক্ মাৰিবলৈ কয়। মই স্বভাৱতে সকলোৰে বাধ্য; তাতে সৰু কালত খোনা আছিলো বাবে ঘপহকৈ ক'ব খোজা কথাটো মোৰ মুখত নোলায়। ল'ৰাৰ সমান মোৰ গাত বলো নাছিল। মোৰ ইচ্ছাৰ বিৰুদ্ধে বিনা বাক্যে ল'ৰাহঁতৰ আদেশ পালন কৰিছিলোঁ, যেতিয়ালৈকে মোৰ দুচকুৰেদি নিৰৱে চকুপানী নোলাইছিল। কিয়নো চকুপানী ওলালেই মোৰ মুক্তি। কেতিয়াবা পেহীদেৱে দেখিলে ল'ৰাহঁতক ডবিয়াই মোক আঁতৰাই আনিছিল। আমাৰ ডাঙৰ ঘৰখনত কেতিয়া কি হৈ থাকে ডাঙৰসকলে গমকে নাপাইছিল। ল'ৰাহঁতৰ লগত বল খেলি থকা দেখি ককাদেউতাই এদিন আইৰ আগত ফুচফুচাইছিল, 'মই হেনো ভেনেই ওচিলোঁ।'

আয়ে কেতিয়াবা মোক বিজয়ৰ ভায়েক 'অজয়' বুলিও মাতে। মই হেনো গৰ্ভত থাকোঁতে আয়ে শক্তত আস্তত বগা ল'ৰা এটাহে আশা কৰিছিল। বিজয় সৰুতে আছিল ক'লা আৰু ক্ষীণ, স্বাস্থ্যও ভাল নাছিল। এবাৰ দাদাৰ লগত বাহৰুলাৰ বনত ফুৰি থকাতে

তাৰ লাইট লগোৱা ধুনীয়া মটৰ চাইকেল পুতলাটো চৌহদৰ ওখ দেৱালৰ সিপাৰৰ ডাঠ জঙ্গললৈ দলিয়াই তাক একেবাৰে নোহোৱা কৰি পেলাই দিলোঁ; ইয়াৰ হোৱ তুলিবলৈ দাদাই মোৰ অতি মৰমৰ দীঘল নেগুৰ লগা বাঘ পুতলাটোৰ নেগুৰ ডাল 'চিঙিম' বুলি হুঙ্কাৰ দিছিল। পিছে হুমিয়াই থাকোতেই গ'ল—বাঘৰ নেগুৰ হ'লে চিঙিব নোৱাৰিলে। এইবোৰ দেখি শুনি আই আৰু দেউতাই মই ডাঙৰ হ'লেনো কি হ'মগৈ গুণা-গঁথা কৰে।

সৰু কালত মই খোনা হোৱাৰ বাবে মোক বিয়া দিয়াটো কঠিন কাম হ'ব বুলি ভাবি আয়ে বাইদেউৰ বিয়াৰ বিষয়েহে চিন্তা কৰিছিল। সেয়ে নিচেই সৰুৰে পৰা বাইদেউক আইৰ লগে লগে ৰাখি ৰন্ধা-বঢ়া আদি ঘৰুৱা কাম-কাজবোৰ শিকাইছিল। সৰুতেই বাইদেউক মেখেলা চাদৰ পিন্ধাই সৰহভাগ ঘৰৰ ভিতৰতে ৰাখি আইৰ কাম-বনত সহায় কৰিবলৈ দিছিল। বাইদেউ হাইস্কুলৰ চতুৰ্থ শ্ৰেণীত পঢ়ি থাকোঁতে এজন শুভাকাঙ্ক্ষীয়ে আইক আহি কলিকতা বিশ্ববিদ্যালয়ত এম-এছ-চি পঢ়ি থকা মেধাৱী ছাত্ৰ শ্ৰীডম্বৰুধৰ গগৈৰ কথা কয়হি। যোৰহাটৰ ওচৰৰে তিতাবৰৰ সম্ভ্ৰান্ত পৰিয়ালৰ পুত্ৰ বুলি কৈ তেওঁ আইৰ পৰা অনুমতি বিচাৰিলে বিয়াৰ ঘটকালি কৰাৰ দায়িত্ব ল'বলৈ। দেউতাৰে সৈতে পৰামৰ্শ কৰি আয়ে সেই বিষয়ত আগবাঢ়িবলৈ কোৱাত, সেই বিয়াৰ বন্দবস্তই পূৰ্ণতা লাভ কৰি কিছুদিনৰ পিছতে শুভ দিন-বাৰ চাই দৰা ঘৰৰ মানুহ আহি বাইদেউক আঙঠি পিন্ধালেহি। সেইদিনত বিয়াৰ বন্দবস্তবোৰ বছৰৰ পিছত বছৰ বাগৰিলেও কেতিয়াও ইফাল সিফাল নহৈছিল। বাইদেৱে যেতিয়া ঘৰুৱা কামে-কাজে পাকৈত হৈ জগন্নাথ বৰুৱা কলেজৰ পৰা বি-এ পৰীক্ষা দিলে আৰু ভিনিহিদেৱেও যেতিয়া শিক্ষা সাং কৰি কটন কলেজত অধ্যাপক হোৱাৰ পিছত আমেৰিকাতো উচ্চ শিক্ষা সমাপন কৰিলেগৈ, তেতিয়াহে ১৯৫১ চনত বিয়াখন সম্পন্ন হ'ল। ইয়াৰ মাজৰ কালছোৱাত আইৰ মুখৰ কথাতে বাইদেৱে ভৱিষ্যত দাম্পত্য জীৱনৰ কল্পনা কৰিয়েই ক্ষান্ত আছিল।

## আইৰ সামাজিক জীৱন

আই যেনেকৈ ঘৰ গৃহস্থীৰ সকলো কামতে পাৰ্গত, সেইদৰে আছিল সাহসী আৰু ৰূপৱতী। ককাদেউতা এজন পাকৈত চিকাৰী; তেখেতেই আইক বন্দুক মাৰিবলৈ শিকাই এটা বন্দুক উপহাৰ দিছিল। এবাৰ আমাৰ চৌহদত যুদ্ধৰ বাবে সজা বালিৰ স্তূপৰ ছেল্‌টাৰৰ অন্ধকাৰত গুলোৱা এডাল প্ৰকাণ্ড মচোৱা গোম সাপ আয়ে একেটা গুলিতে গুলিবিদ্ধ কৰিছিল। চৌহদৰ ভিতৰতে কেতিয়াবা বন্দুক চলাই অভ্যাসটো ৰাখিছিল যদিও আয়ে অন্য সময়ত জীৱ বধ নকৰিছিল। মাত্ৰ এবাৰহে ঘৰত নেউলৰ উৎপাত সহিব নোৱাৰি চট্‌ফটীয়া নেউললৈ লক্ষ্য কৰি বন্দুক মাৰোঁতে একে গুলিতে গুলিবিদ্ধ হৈছিল ঘৰৰে পোহনীয়া পাতি হাঁহ এযোৰ। দেউতাই এদিন আইৰ পৰা বন্দুক মাৰিবলৈ শিকি,

সেই দিনাই যি এজাঁই গুলি মাৰিলে, পিছত আৰু বন্দুক স্পৰ্শ নকৰিলে।

আমাৰ আই চৌদ্দৰ চাৰিবেৰৰ মাজতে আবদ্ধ হৈ থকা গৃহিনী নাছিল। সাহিত্য, সংস্কৃতি, সামাজিক আৰু ৰাজনৈতিক বিষয়ৰ সকলো আলোচনাতে পুৰুষৰ লগত সমানে ভাগ লৈ এগৰাকী অগ্ৰণী মহিলা আছিল স্থানীয় সমাজ সেৱাৰ। দশম মান শ্ৰেণীৰ ছাত্ৰী হৈ থাকোতেই বিয়াহ পাশত সোমাই আয়ে দেউতাৰ জীৱনৰ লগৰী ৰূপে শিকিছিল সংসাৰৰ বিবিধ কথা। নগৰৰ সভা-সমিতিবোৰত বিশিষ্ট অতিথি হিচাপে আমন্ত্ৰিত হ'লে আইক আগ্ৰহেৰে ভাগ ল'বলৈ পঠিয়াইছিল দেউতাই। তেতিয়াৰ দিনত চৰকাৰে জেইলৰ কয়দীবোৰ পৰিদৰ্শন কৰিবলৈ নগৰৰ দুই এক নেতৃস্থানীয় লোকক আমন্ত্ৰণ জনাইছিল। চৰকাৰৰ আমন্ত্ৰণ কমে আয়েও মাজে সময়ে জেইলৰ কয়দীসকলৰ সুখ দুখৰ বুজ লৈছিল তাঁহাতৰ লগত কথা বতৰা পাতি।

পিতৃগৃহত ঘৰুৱা শিক্ষকে শিকোৱা ৰবীন্দ্ৰ সঙ্গীতবোৰ আয়ে নিজে হাৰ্‌মনিয়ম্ বজাই গাইছিল আৰু আমাকো শিকাই ঘৰখনত সঙ্গীত চৰ্চাৰ এটা পৰিবেশ গঢ়ি তুলিছিল। ঘৰুৱা শিক্ষক ধৰি আমাক এস্‌ৰাজ আৰু চেতাৰ বজোৱাৰ শিক্ষা দিয়াইছিল। স্কুল-কলেজৰ অনুষ্ঠানবিলাকত প্ৰায়েই মই ঐক্যতান-বাদন আৰু একক এসৰাজ বাদনত যোগ দিছিলোঁ।

## স্কুলীয়া দিনবোৰ

মোৰ দাদাৰে সৈতে একেলগে পঢ়াশলীয়া জীৱন আৰম্ভ হৈছিল যোৰহাটৰ নৰ্মাল স্কুলৰ (গুৰু শিক্ষা প্ৰতিষ্ঠান) ১নং প্ৰেক্‌টিচিং স্কুলত। আমাৰ ১নং স্কুলটোতহে ল'ৰাৰ লগত ছোৱালী ভৰ্ত্তি কৰিছিল, বাকী ২নং আৰু ৩নং স্কুল দুটাত ল'ৰা পঢ়িছিল। একেটা ডাঙৰ কোঠাতে বহিছিল ক-মানৰ পৰা তৃতীয়মান শ্ৰেণীলৈকে। আমাৰ শ্ৰদ্ধাভাজন পাটোৱাৰী চাৰে হাতত এছাৰি এডাল লৈ গোটেই কেইটা শ্ৰেণী একে সময়তে পঢ়াইছিল আৰু লগতে চম্ভালিছিলো। টিফিনৰ ছুটীত পঢ়াৰ সমান গুৰুত্বৰে চলিছিল খেল-ধেমালি নহ'লেবা নিজা টিফিন খাই ঘৰত নজনাকৈ ছোৱালীবোৰৰ ঘৰে ঘৰে পাল পাতি চাহ-জলপান খাই ফুৰিছিলোঁ লগৰ ছোৱালীৰ প্ৰৰোচনাত পৰি। এদিন কুত-কুত খেলি থাকোঁতে ল'ৰাবোৰে খেলি থকা বল আহি বাৰে বাৰে আমাৰ মাজত পৰিছিলহি। শেহত অতিষ্ঠ হৈ ল'ৰাইতৰ পৰা বল কাঢ়ি স্কুলৰ দুৱাৰ খিড়িকী বন্ধ কৰি বল বাখি থৈ দিছিলো আটাইকেইজনী ছোৱালীয়ে মিলি। ল'ৰাইতেও স্কুল সেমেনা সেমেনি কৰি হাত মোহাৰি পাটোৱাৰী চাৰ অহালৈ বৈ আছিল। পুনৰ ঘণ্টা পৰাৰ পিছত যেতিয়া চাৰ আহি স্কুল ঘৰৰ ভিতৰত সোমালহি তেতিয়াহে চাৰক গোচৰ দি বল উদ্ধাৰ কৰিব পাৰিলে।

১নং প্ৰেক্‌টিচিং স্কুলত এছাৰিৰ কোব এটা পাত নপৰাকৈ দুবছৰ পঢ়াৰ পিছত

ছোৱালী হাইস্কুলৰ তৃতীয়মানত মোক নাম লগাই দিয়া হ'ল আৰু বিজয়ক চৰকাৰী ল'ৰাৰ হাইস্কুলত। হাইস্কুলৰ দিন কেইটাত লগৰ ছোৱালীৰ পৰা পোৱা মৰম চেনেহ আৰু বাইদেউসকলৰ মৰমিয়াল মাত কথা এতিয়াও মনত পৰে। সৰুতে মই ৰঙা বগা হৃষ্ট-পুষ্ট আছিলোঁ বাবে আই আৰু বাইদেৱে চিলাই মেচিনত তৰহে তৰহে স্কাৰ্ট আৰু ব্লাউজ চিলাই কৰি মোক সজাই পৰাই বৰ ভাল পাইছিল। আমাৰ আইতাও আছিল পিন্ধা-উৰাত ছৌখিন। তেতিয়াৰ দিনতে ফাৰ্ লগা গৰম কোট আৰু হাই হিলৰ জোতা পিন্ধিছিল। এদিন পুৰণি বাকচ এটাৰ ভিতৰত আইতাৰ নানা বৰণীয়া কলিকতীয়া জোতাবোৰ পাই ময়ো কাপোৰৰ লগত ৰং মিলাই জোতাবোৰ পিন্ধি হেঁপাহ পলুৱাই ছখ মিটাই লৈছিলোঁ। সেই দিনত কইনা কাল হোৱাৰ পিছত মেখেলা চাদৰ পিন্ধাৰ নিয়ম। মোৰ সাজ পোছাকৰ ছখ মিটোৱাৰ পিছত যেতিয়া মেখেলা চাদৰ পিন্ধিবলৈ ল'লো, তেতিয়াৰ পৰাই অন্য ছাত্ৰীৰ দৰে মোৰো সাজপাৰৰ পৰিবৰ্ত্তন ঘটিল। স্কুললৈ যাবৰ পৰত শুদা ভৰি আৰু বগা কপাহী মেখেলা চাদৰ—স্কুলৰ সাজ মাত্ৰ তিনিযোৰ।

স্কুলৰ বাইদেউসকলৰ উদগনিত সমাজসেবা কামত আমি কেইজনীমান অতি আগৰণুৱা। সেইকালত প্ৰতি ক্লাছৰ পৰা হাতে লিখা আলোচনী ওলাইছিল। সেইবোৰৰো সম্পাদিকাৰ কাম নিষ্ঠাৰে পালন কৰা মনত আছে। ঘৰত অতি মনোযোগেৰে সম্পাদনাৰ কাম কৰি থকা দেখিলে দেউতাই বৰ আমোদ পাইছিল। আমাৰ শিক্ষয়ত্ৰী বাইদেউ শ্ৰীযুতা পূৰ্ণিমা দাস (পিছত ৰহাৰ বুনিয়াদী শিক্ষা প্ৰতিষ্ঠানৰ শিক্ষয়ত্ৰী) বুনিয়াদী শিক্ষাৰ প্ৰশিক্ষণ প্ৰাপ্ত শিক্ষয়ত্ৰী আছিল। স্কুলখনৰ সমাজ সেৱাৰ কাম পৰিচালনাৰ অৰ্থে তেখেতে এবাৰ আমাৰ মাজত নিৰ্বাচনৰ দ্বাৰা এখন মন্ত্ৰীসভা গঠন কৰাইছিল। টিফিনৰ সময়ত ছোৱালীৰ মাজত বুট-মগু বিলোৱাৰ দায়িত্ব দি মোক বাছনি কৰা হৈছিল স্বাস্থ্য মন্ত্ৰী ৰূপে। পিছদিনা 'Cabinet Formed' শীৰ্ষক ইংৰাজী বাতৰি কাকতৰ শিৰোনামাই যোৰহাটবাসীক আশ্চৰ্য্যান্বিত আৰু অতিকৈ আমোদিত কৰি তুলিছিল।

১৯৪৫ চনত সপ্তমমান শ্ৰেণীৰ ক্লাছ কৰি থাকোঁতে হঠাৎ এদিন গোটেই স্কুলখনতে বাইদেউসকলে ঢপলিয়াই হাঁহিমুখে ঘোষণা কৰি ফুৰিছিল—"বিশ্বযুদ্ধৰ সামৰণি পৰিল।" লগে লগে চৰকাৰৰ তৰফৰ পৰা বিলোৱা পাচিয়ে পাচিয়ে মিঠাইৰ দুই-এটাৰে আটায়ে মিলি মিষ্টিমুখ কৰা দিনটোৰ কথা আজিও চকুৰ আগত ভাহে।

## স্বাধীনতাৰ কাঁচিয়লি ৰ'দত

পূব প্ৰান্তত খোপনি পোতা পশ্চিমীয়া সাম্ৰাজ্যবাদী শাসনত অন্ধকাৰ নামিল, যিদিনা বিশ্বযুদ্ধই ঔপনিবেশিক শক্তিৰ সৈন্যবল আৰু অৰ্থবল থানবান কৰিলে। পশ্চিমীয়া শক্তিৰ হ্ৰাসৰ লগে লগে ভাৰতে স্বাধীনতা লাভ কৰিলে ১৯৪৭ চনত, সিংহল আৰু ব্ৰহ্মদেশে লাভ কৰিলে ১৯৪৮ চনত। ১৯৪৭ চনৰ ১৪ আগষ্টৰ মাজনিশা স্বাধীন

ভাৰতৰ প্ৰথমজন প্ৰধানমন্ত্ৰী পণ্ডিত জৱাহৰলাল নেহৰুৱে স্বাগত জনালে—"মাজনিশাৰ এই গভীৰ অন্ধকাৰত যি সময়ত সমগ্ৰ বিশ্ববাসী নিদ্ৰামগ্ন, সেই সময়তে ভাৰত মাতৃয়ে সাৰ পাই উঠিছে স্বাধীনতাৰ মুক্ত জীৱনৰ পূৰ্ণতাৰে।" স্বাধীনতাৰ মুক্ত জীৱনৰ ৰং, আনন্দ-উলাহ সমানে বিয়পিছিল সমগ্ৰ ভাৰতত। মনত পৰে যোৰহাটৰ সেই ১৫ আগষ্টৰ দিনটো—হিল-দল ভঙা সমদলৰ আনন্দ উৎসাহৰ কোলাহলৰ ধ্বনি! মুক্ত জীৱনৰ আশা উৎসাহৰ ঢৌ বাগৰিছিল সমাজৰ প্ৰতি স্তৰে স্তৰে। ল'ৰা-বুঢ়া, ছাত্ৰৰ মাজত কত যে সীমাহীন কল্পনা, কত যে আশা-উদ্দীপনা, কত যে শ্ৰদ্ধা-ভক্তি, সম্ভাৱৰ দিয়া-লোৱা..............সেই কথা মাথোঁ আজি এক দিব্য স্বপ্ন।

## কলেজীয়া জীৱন

আমি তিনি পুত্ৰ-কন্যাই যোৰহাটৰ জগন্নাথ বৰুৱা কলেজত শিক্ষা লাভ কৰিছিলোঁ। যি শিক্ষা প্ৰতিষ্ঠানৰ বাবে পিতৃয়ে জীৱনৰ সোতৰটা বছৰ বিনা পাৰিতোষিকেৰে আত্মনিয়োগ কৰিলে, সেই প্ৰতিষ্ঠানত পুত্ৰ-কন্যাই শিক্ষা লাভ কৰাটো



*পিতৃ-মাতৃৰে সৈতে বাওঁফালৰ পৰা থিয় হৈ অহল্যা, বিজয় আৰু প্ৰতীমা*

এক গৌৰৱৰ বিষয় বুলি তেখেতে মন্তব্য কৰিছিল। আমাৰ পাঠ্যক্ৰমৰ বিষয় বাছনিৰ ক্ষেত্ৰত সংস্কৃত ল'বলৈ পিতৃয়ে কেতিয়াও উদগোৱা নাছিল। নিজে ছাত্ৰ জীৱনত যি অধ্যৱসায় সহকাৰে সংস্কৃত অধ্যয়ন কৰিছিল, তাৰ তুলনাত স্কুল কলেজৰ শিক্ষা পদ্ধতিয়ে সংস্কৃতৰ প্ৰকৃত ছাত্ৰ গঢ়িব নোৱাৰে বুলি হয়তো বিশ্বাস কৰিছিল। সংস্কৃতে তেখেতৰ জীৱন সুঁতিক সামাজিক জীৱনৰ লগত বিচ্ছিন্ন কৰাৰ বাবেও হয়তো আমাক এই বিষয়ত আগবাঢ়িবলৈ হাক দিছিল। সংস্কৃত চৰ্চাই যে অন্য দহজন পিতৃৰ দৰে পৰিয়ালটোৰ প্ৰতি কৰিব লগীয়া কৰ্ত্তব্যৰ পৰা তেখেতক আঁতৰাই ৰাখিছিল, সেইকথা উপলব্ধি নকৰাকৈ থকা নাছিল। আইক কেতিয়াবা দুখেৰে কৈছিল, পুত্ৰ কন্যাই যেন পিতৃয়ে লোৱা জীৱন পদ্ধতি কেতিয়াও অনুসৰণ নকৰে। তেখেতৰ জীৱনৰ গতি পথ যে এক দুখৰ জীৱনযাত্ৰা, তাক আইৰ আগত স্বীকাৰ কৰিছিল। জীৱনজোৰা গভীৰ সাধনাৰ মাজতো কেতিয়াবা পিতৃদেৱে দেখিছিল নিৰাশাৰ ছাঁ। তেখেতে বিচাৰিছিল পুত্ৰ-কন্যাই যেন সংসাৰৰ আন দহজন সংসাৰী মানুহৰ দৰেই জীৱনৰ পথ বাছি লয়। আয়ে কেতিয়াবা দেউতাৰ গ্ৰন্থাগাৰৰ কিতাপ-পত্ৰ লৈ সাহিত্য চৰ্চা কৰা দেখিলে, দেউতাই বাধা দিছিল। কিয়নো পিতৃৰ লগতে মাতৃগৰাকীয়েও যদি ল'ৰা-ছোৱালীলৈ আওকাণ কৰি সাহিত্য চৰ্চাত মনোনিৱেশ কৰে, তেনেহ'লে পাৰিবাৰিক জীৱন সুখৰ নহ'ব।

জীৱনৰ কোনো কোনো পদক্ষেপত আমি গোটেই পৰিয়ালটোৱেই কেতিয়াবা অসহায় বোধ নকৰাকৈ থকা নাছিলোঁ। কিন্তু দেউতাৰ জীৱন পদ্ধতি আৰু প্ৰতিটো সংসাৰী কৰ্মকে একো অস্বাভাৱিক পোৱা নাছিলোঁ আই আৰু আমি তিনি পুত্ৰ কন্যাই। বৰং আমাৰ পাৰিবাৰিক সংসাৰ আছিল সুখৰ। সাংসাৰিক জীৱনৰ প্ৰতিটো পদক্ষেপতে আইৰ সমৰ্থন আৰু পুত্ৰ কন্যাৰ অগাধ ভক্তিৰ বাবেই দেউতাই অধ্যয়ন গৱেষণাৰ কঠিন মহাযাত্ৰাত কোনো বাধা পোৱা নাছিল।

তেখেতৰ বিত্তশালী উদাৰ মনৰ পিতৃয়েও অযাচিতে অৰ্থ-সাহায্য কৰি সুগম কৰি দিছিল পুত্ৰৰ সাধনাৰ দুৰ্গম পথ। ককাদেউতাই প্ৰতি বছৰে চাহ কোম্পানীৰ লাভৰ পৰা যি ধন দেউতাক দিছিল, তাৰেই অতি মিতব্যয়িতাৰে ঘৰ সংসাৰ চলোৱাৰ লগতে গ্ৰন্থাগাৰৰ লাগতিয়াল কিতাপবোৰ ক্ৰয় কৰিছিল। নিজৰ শ্ৰম আৰু সাধনাৰে ৰচনা কৰা মহাগ্ৰন্থ কেইখনৰ বিক্ৰয় মূল্য দেউতাই গ্ৰন্থৰ প্ৰকাশন প্ৰতিষ্ঠান কেইটাক দান কৰিছিল ভৱিষ্যত গৱেষণাৰ হকে। আমাৰ মিতব্যয়িতাৰে চলা সংসাৰখনত আমি ল'ৰা-ছোৱালীকেইজনে স্কুল আৰু কলেজীয়া জীৱনত ব্যৱহাৰ কৰা লাগতিয়াল কিতাপ-পত্ৰ আৰু পোছাক পৰিচ্ছদৰ বাহিৰে পিতৃ-মাতৃৰ ওচৰত বিলাসিতাৰ কোনো সামগ্ৰীৰ বাবে খাটনি ধৰা নাছিলোঁ। বৰঞ্চ ককাদেউতা আৰু দেউতাই যোগ্য কাৰ্য্যৰ হকে যোগ্যজনক মুক্তহস্তে কৰা দান বৰঙণিবোৰ আমাৰ কাৰণে চিৰদিনে এটা গৌৰৱৰ বিষয় হৈ ৰ'ব। একোটা নিস্বাৰ্থ মন আৰু সহানুভূতিশীল হৃদয়েৰে প্ৰদান কৰা সেইদিনৰ এই

ৰৰঙণিবোৰ আমি পৱিত্ৰ আৰু পুন্যৰ কৰ্ম বুলিয়েই গণ্য কৰিছিলোঁ। প্ৰকৃত দানীজনেহে নিস্বাৰ্থ অন্তঃকৰণে দান কৰি মনত আত্মতৃপ্তি লভিব পাৰে।

## উপাচাৰ্য্য ৰূপে পিতৃদেৱ

১৯৪৮ চনৰ ফেব্ৰুৱাৰী মাহত দেউতাই উপাচাৰ্য্যৰ পদ গ্ৰহণ কৰিবলৈ প্ৰথমবাৰৰ বাবে নিজ পৰিয়ালৰ পৰা আঁতৰি যাত্ৰা কৰিছিল গুৱাহাটী অভিমুখে। প্ৰথম তিনিবছৰীয়া কাৰ্য্যকাল এটাৰ বাবে সাজু হৈ তেখেতে হাতত মাত্ৰ শোৱাপাটীৰ এটা হল্ডোল আৰু দুটা চুটকেচ লৈ যাত্ৰা কৰিছিল ৰেলেৰে এজন আলধৰাৰে সৈতে। আমি পৰিয়ালৰ সকলোটিয়ে সেইদিনা দেউতাক বিদায় দিছিলোহি যোৰহাটৰ মৰিয়নী ৰেল ষ্টেচনৰ পৰা। দেউতায়ো ৰেলৰ বাহিৰলৈ মূৰ উলিয়াই খিড়িকীত ভেজা দি চকুৰে মনিব পৰালৈকে চলি যোৱা ৰেলখনৰ পৰা আমাক চাই আছিল।

চৰকাৰৰ অনুৰোধ সাপেক্ষে মাহে চৈধ্যশ টকাৰ পাৰিতোষিক ল'বলৈ পিতৃদেৱে সিদ্ধান্ত লৈছিল উপাচাৰ্য্য পদৰ বিনিময়ত। নিজা পৰিশ্ৰমৰ উপাৰ্জনৰ ধন জীৱনত প্ৰথমবাৰৰ বাবে গ্ৰহণ কৰাৰ শুভ সংবাদটো আমাৰ আয়ে অতি উৎসাহেৰে দিছিলগৈ তিৰোবাল বাগানৰ বাসভৱনত থকা আমাৰ ককাদেউতা ৰাধাকান্ত সন্দিকৈদেৱক। সেই সাক্ষাতত এই লেখিকায়ো নিৰৱ দৰ্শক হৈ লক্ষ্য কৰিছিল—একাশীবছৰ বছৰৰ বৃদ্ধ বয়সত তেখেতে সেই শুভ সংবাদ নিৰৱে শুনিছিল বিনা মন্তব্যৰে।

গুৱাহাটীলৈ যোৱাৰ পিছৰ বছৰতে উজনি অসমৰ মেট্ৰিক পৰীক্ষা কেন্দ্ৰবোৰ পৰিদৰ্শন কৰিবলৈ দেউতাই যোৰহাটত আহি আছিলহি। সেইবছৰতেময়ো বহিছিলোঁ মেট্ৰিক পৰীক্ষাত। পৰীক্ষাৰ মাজতে বৰষুণৰ দিন এটাত মোৰ খুব জ্বৰ উঠিল। সেইদিনাই আমাৰ পৰীক্ষা কেন্দ্ৰটো দেউতাই পৰিদৰ্শন কৰিবলৈ যোৱাৰ কথা। দেউতাৰ গাড়ীখনতে আয়ে মোক পৰীক্ষা গৃহলৈ পঠিয়াবৰ বাবে খাটনি ধৰাত তেখেতে সেই অনুৰোধ দৃঢ়ভাবে প্ৰত্যাখ্যান কৰি কৈছিল—'যিখন গাড়ীত বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্যই পৰীক্ষা কেন্দ্ৰ পৰিদৰ্শন কৰিবলৈ যাব, সেই গাড়ীতে উঠি এগৰাকী প্ৰশিক্ষাৰ্থীয়ে পৰীক্ষা দিবলৈ যোৱাটো অশোভনীয়।' আয়ে বেজাৰ পাই মোক জ্বৰীয়া গাৰে টেক্সী এখনত লৈ পৰীক্ষাগৃহত থৈ আহিছিল।

১৯৫১ চনটো আমাৰ যৌথ পৰিয়ালটোৰ এটা ঘটনাবহুল বছৰ। সেই বছৰতে আমাৰ পেহাদেউ ক্ষেত্ৰধৰ বৰগোঁহাইৰ দেহাৱসান হৈছিল আৰু পেহীদেউৰ পৰিয়ালটোৱে পেহাদেৱে নিজৰ ভেটিত নিৰ্মাণ কৰি যোৱা বাসভৱনত থাকিবলৈ লৈছিল। ককাদেউতায়ো আইতাৰ মৃত্যুৰ পিছৰে পৰা তিৰুৱাল বাগানৰ বাসভৱনৰ নিৰ্জনতাত বাস কৰিছিল। গছ-গছনিৰে পৰিবেষ্টিত ককাদেউতাৰ বিশাল চৌহদৰ ডাঙৰ ঘৰকেইটাত আই আৰু আমি তিনি পুত্ৰ-কন্যাই অকলেই বাস কৰিছিলোঁ দেউতা

গুৱাহাটীত থকা বছৰকেইটাত। আই-এ পৰীক্ষা দিয়াৰ পিছত দাদাই কলিকতাত পঢ়িছিলগৈ আৰু বাইদেউৰ বিয়াও সম্পন্ন হৈছিল ১৯৫১ চনত। ইয়াৰ মাজতে আইৰ কেইবাবাৰো টান নৰিয়া হৈ যোৱা-থোৱা হৈছিল। আইৰ সুচিকিৎসাৰ অৰ্থে দেউতাই গুৱাহাটীৰ পৰা পঠিয়াই দিছিল তেখেতৰ অন্তৰঙ্গ সখি সুপ্ৰসিদ্ধ চিকিৎসক লোকবন্ধু ডঃ ভুবনেশ্বৰ বৰুৱাক। বিপদৰ দিনকেইটাত মাজে-সময়ে আমাৰ লগত থাকেহি আমাৰ মামা কেইজন আৰু নগাঁৱৰ আইতা (আইৰ মাতৃ)। দেউতায়ো প্ৰতি সপ্তাহে আইলৈ চিঠি-পত্ৰ দি আছিল সকলো দিহা-পৰামৰ্শৰে। এই কালছোৱাতে আমি শিকিছিলোঁ আইৰ কঠোৰ সংসাৰৰ বোজা কান্ধ পাতি ল'বলৈ।

১৯৫২ চনত ৯৫ বছৰ বয়সত ককাদেউতা ৰাধাকান্ত সন্দিকৈয়ে ইহলীলা সম্বৰণ কৰিছিল তিৰোৱালৰ বাসভৱনত। ইয়াৰ পিছৰে পৰাই তিৰোৱাল বৰটিমন চাহ কোম্পানীৰ মেনেজিং ডাইৰেক্টৰৰ দায়িত্ব লৈ দেউতাই চাহ বাগানৰ কাম চলাব লগীয়া হৈছিল গুৱাহাটীৰ পৰা। ইফালে ককাদেউতাৰ মৃত্যুৰ কিছু বছৰৰ আগৰে পৰা চাহ-কোম্পানী নামতহে চলি আছিল; ধন-বিতৰ অৱস্থাও হৈছিলগৈ শোচনীয়। নিজৰ শ্ৰম আৰু অধ্যৱসায়েৰে পাতি লোৱা ককাদেউতাৰ চাহ-কোম্পানীৰ কামত পৰিয়ালৰ কোনেও হস্তক্ষেপ কৰিবলৈ সাহস কৰা নাছিল। আনহাতে ককাদেউতাক বেৰি আছিল কোম্পানীৰ আওপুৰণি কপট কৰ্মচাৰীবৃন্দই যিসকলে আজীৱন তেখেতক সেৱা আগবঢ়াইছিল আৰু বৃদ্ধ বয়সৰ সুযোগ লৈ ঘৰিয়ালৰ চকুপানী টুকি অতি চতুৰালিৰে পৰিয়ালৰ পৰা আঁতৰাই ৰাখি দুয়ো হাতে কোম্পানীৰ ধন আত্মসাৎ কৰিছিল। দেউতাই অতি সন্তৰ্পণে এইবোৰ সমস্যাৰ এটা এটাকৈ সমাধান কৰিছিল উপাচাৰ্য্যৰ গধুৰ দায়িত্বৰ মাজতেই। এই বিষয়ত তেখেতক দিহা-পৰামৰ্শ দি আছিল তেখেতৰ বাল্যকালৰ বন্ধু প্ৰথিতযশা সাহিত্যিক আৰু চাহ খেতিয়ক প্ৰয়াত নকুল চন্দ্ৰ ভূঞা ডাঙৰীয়াই। ককাদেউতাই বাগানৰ কামত নিয়োজিত কৰি যোৱা ভতিজাক শ্ৰীজানকী নাথ সন্দিকৈক বৰটিমন চাহ বাগানত ৰাখি দেউতাই গুৱাহাটীৰ পৰাই সকলো লেঠা মাৰি চাহ-কোম্পানীৰ অৱস্থা পুনৰ নদন-বদন কৰি তুলিছিল।

## দান-বৰঙণি

দানবীৰ পিতৃ ৰাধাকান্ত সন্দিকৈৰ বদান্যতাৰ গুণ পুত্ৰৰো সিঁৰে সিৰে প্ৰৱাহিত হৈছিল। গুৱাহাটীৰ অস্থায়ী ঘৰখনৰ আছকলীয়া দিনবোৰতো দেউতাই স্বাভাৱিক গতেৰে প্ৰদান কৰি আছিল দান-বৰঙণিবোৰ। সেই কেইদিনতে পিতৃ ৰাধাকান্ত সন্দিকৈৰ বৃহৎ পুঁজিৰ অৰ্থ-দানেৰে ১৯৪০ চনত প্ৰতিষ্ঠা কৰা গুৱাহাটীৰ 'সন্দিকৈ ছোৱালী কলেজ'ৰ বিজ্ঞান শাখাৰ ভৱন নিৰ্মাণৰ অৰ্থে দেউতাই দান কৰিছিল দহ হেজাৰ টকা। পিতৃ ৰাধাকান্তই দুই ডেকাপুত্ৰ চন্দ্ৰকান্ত আৰু ইন্দ্ৰকান্তৰ অকাল মৃত্যুৰ শোকত সান্ত্বনা

লভিবলৈ ১৯২৬ চনত আৰু ১৯৩৩ চনতে যথাক্ৰমে অসম সাহিত্য সভাৰ প্ৰথম কাৰ্য্যালয় যোৰহাটৰ চন্দ্ৰকান্ত সন্দিকৈ ভৱন নিৰ্মাণ আৰু চন্দ্ৰকান্ত ইংৰাজী-অসমীয়া অভিধান প্ৰণয়ন কৰাৰ সমুদায় বৃহৎ পুঁজিৰ ধন অসম সাহিত্য সভাক প্ৰদান কৰাৰ লগতে তাক বাস্তৱ ৰূপ দিবলৈ দেহে-কেহে খাটিছিল। পিতৃৰ দানেৰে প্ৰতিষ্ঠিত যোৰহাটৰ চন্দ্ৰকান্ত ভৱনৰ ৰক্ষণাবেক্ষণৰ অৰ্থে দেউতাই জীয়াই থকা কাললৈকে নিৰন্তে অৰ্থ-সাহায্য দি আছিল অসম সাহিত্য সভাক। চন্দ্ৰকান্ত ইংৰাজী-অসমীয়া অভিধানখো দ্বিতীয় সংস্কৰণৰ প্ৰকাশনৰ দায়িত্ব অসম সাহিত্য সভাৰ সম্মতি সাপেক্ষে দেউতাই গুৱাহাটী বিশ্ববিদ্যালয়ক প্ৰদান কৰি সেই দিনতে বিশ্ববিদ্যালয়ক ধনৰ পুঁজি আগবঢ়াইছিল সাতত্ৰিশ হাজাৰ টকা আৰু পিছৰ তৃতীয় সংস্কৰণৰ বাবেও দান কৰিছিল বুজন পৰিমাণৰ ধন। তেখেতৰ দানৰ এটা মুখ্য চৰ্ত আছিল, অভিধান বেচি পোৱা ধন বিশ্ববিদ্যালয়ে অভিধান প্ৰকাশন পুঁজিত জমা ৰাখিব আৰু ভৱিষ্যতে তাৰে নতুন সংস্কৰণ উলিয়াব লাগিব। অভিধানখনৰ সকলো কাম ভবিষ্যতে বিশ্ববিদ্যালয়ৰ যোগেদি হৈ থকাৰ উদ্দেশ্যে তেখেতে পিছৰ কালতো ধনৰ পুঁজি দান দিছিল। আজিৰ টকাটোৰ মূল্যৰ তুলনাত সেইকালত এই টকাৰ মূল্য আছিল অনেক গুণে বেছি। দেউতাৰ অবৰ্তমানত গুৱাহাটী বিশ্ববিদ্যালয়ে অভিধান প্ৰকাশনৰ ক্ষেত্ৰত শোচনীয় ভাৱে অকৃতকাৰ্য্য হোৱাটো অতি পৰিতাপৰ কথা। উল্লেখনীয় যে পিতৃ ৰাধাকান্ত সন্দিকৈয়ে প্ৰতিষ্ঠা কৰি যোৱা ৰাজহুৱা অনুষ্ঠানসমূহৰ উন্নয়নৰ অৰ্থে দেউতাই দিয়া দান-বৰঙণিবোৰ এজন নিৰৱ নাগৰিকে দান কৰা বুলি ধৰিবলৈ উক্ত প্ৰতিষ্ঠানসমূহক তেখেতে নিৰ্দেশ দি থৈছিল। পিতা-পুত্ৰৰ জীৱনকাল জুৰি ভুল বুজাবুজিৰ বাবেই হয়তো পুত্ৰই পিছৰ কালত কৰ্ত্তব্য পালন কৰাৰ অভিমানতে এনে নিৰ্দেশ দিছিল।

এইবোৰ ৰাজহুৱা দান-বৰঙণিৰ উপৰিও বিভিন্ন ঠাইৰ অনেক দুখীয়া ছাত্ৰক উপাচাৰ্য্য দেউতাই পৰীক্ষাৰ মাচুল আদিৰ বাবে অৰ্থ সাহায্য কৰিছিল মুক্তহস্তে। অফিচৰ বিশ্বস্ত সহায়কৰ চিকিৎসাৰ পৰা আৰম্ভ কৰি গুণমুগ্ধ সাহিত্যিকৰ লেখা প্ৰকাশনলৈকে বিভিন্নজনে বিভিন্ন সময়ত পাইছিল তেখেতৰ আন্তৰিক সহানুভূতি আৰু অযাচিত অৰ্থ-সাহায্য।

১৯৫৩ চনৰ মাজভাগত পিতৃদেৱ এবাৰ যোৰহাটৰ ঘৰখনলৈ আহি হঠাৎ পেটৰ বিষত অতি অসুস্থ হৈ পৰাত তেখেতক ততালিকে এপেনডিচাইটিছৰ অপাৰেশ্যন কৰিবলগীয়া হৈছিল। যোৰহাট মিচন হাস্পতালৰ আমেৰিকান চাৰ্জন ডঃ হেৰেলেণ্ডেয়ে দেউতাৰ গাত অস্ত্ৰ চলাবলৈ সাহস কৰিব নোৱাৰাত ডিব্ৰুগড় মেডিকেল কলেজৰ মূৰব্বী চাৰ্জন ডঃ নাৰেয়াৰক আনাব লগীয়া হ'ল। এনে বিধ এপেনডিচাইটিছ যেনো অসুখ পৰাৰ ২৪ ঘণ্টাৰ ভিতৰতে ব্যৱস্থা লল'লে শৰীৰৰ এপেনডিক্সটো ফুলি উঠি নিজে নিজে ফাটি গ'লে ৰোগী বচোৱা কঠিন। ডিব্ৰুগড়ৰ পৰা আহি ডঃ নাৰেয়াৰে দেউতাৰ তেনে এটা অৱস্থা দেখি কোনো ব্যৱস্থা নলৈ যৈ গ'ল দেখি আমেৰিকান

ডাক্তৰৰ ওপৰত দম্‌দমাই নিমিষতে অপাৰেশ্যন কৰি দেউতাক মৃত্যুৰ মুখৰ পৰা বচাইছিল। দেউতা সুস্থ হৈ উঠিবলৈ হাস্পতালত পূৰা পাঁচ মাহ পৰি থাকিব লগীয়া হৈছিল। আমাৰ আয়ে দিনে-ৰাতিয়ে হাস্পতালত থাকি সেৱা-শুশ্ৰূষা আৰু প্ৰবোধ বচনেৰে আবৰি আছিল অসহায় দেউতাক। গুৱাহাটীৰ পৰাও বিশ্ববিদ্যালয়ৰ ৰেজিষ্ট্ৰাৰ, সচিব আদি সকলোৱে আহি দেউতাৰ পৰামৰ্শ মতে নিয়াৰিকৈ পৰিচালনা কৰিছিল বিশ্ববিদ্যালয়ৰ কাজ-কৰ্ম্ম। দেউতাৰ প্ৰতি তেখেতসকলৰ শ্ৰদ্ধা-ভক্তি দেখি আমি তবধ মানিছিলোঁ।

## স্নাতকোত্তৰ শ্ৰেণীত

ইয়াৰ পিছৰ বছৰতে ১৯৫৪ চনত বি, এছ, চি পৰীক্ষাত ডিষ্টিংছন্ পাই বিশ্ববিদ্যালয়ত মই প্ৰথম স্থান অধিকাৰ কৰাত দেউতাই মোক গুৱাহাটীত এম, এছ, চি পঢ়োৱাৰ সিদ্ধান্ত লৈছিল।

...............আমাৰ দিনত গৃহিনীয়ে চৰুক সুধি চাউল নবহোৱাৰ দৰে পিতৃ-মাতৃয়ে বিয়াৰ বিষয়ত সন্তানৰ মতামতৰ ওপৰত গুৰুত্ব নিদিছিল। মই বি, এছ, চি পৰীক্ষা দিয়াৰ পিছতেই হঠাৎ এদিন আই আৰু পিতৃদেৱে উপলব্ধি কৰিলে যে মোৰ বিয়া হোৱাটো উচিত। ভবামতেই কাম হ'ল। পিছ দিনাই মোৰ বিযাৰ বন্দৱস্ত আৰু লগতে আঙঠি পিন্ধোৱাৰ দিন ধাৰ্য্য কৰা হৈ গ'ল শিৱসাগৰৰ স্বনামধন্য শিক্ষাবিদ প্ৰয়াত জোনেশ্বৰ গগৈৰ মাজু পুত্ৰ বুদ্ধীন্দ্ৰ নাথ গগৈৰ লগত—মোৰ ব্যক্তিগত মতামত নোলোৱাকৈয়ে! আয়ে কেৱল মোক শুভ সংবাদটি শুনাই এবাৰেই উপদেশ দিলে, "সংসাৰৰ সকলো পৰিস্থিতিতে মন ডাঠ কৰি চলিবলৈ শিকিব লাগিব।" মনত পৰা দিন ধৰি দেউতাৰ নিৰ্দেশ নিৰ্বিচাৰে পালন কৰিছিলোঁ বাবেই এই বিষয়ত মই নিমাত হৈ ৰ'লোঁ। যথাসময়ত দৰাঘৰীয়াসকলে ধুমধামেৰে মোক আঙঠি পিন্ধালেহি। ইয়াৰ পিছতেই মই ছাত্ৰীবাৰী খৃষ্টান মিচনেৰী ছোৱালী হোষ্টেলত থাকি গুৱাহাটী বিশ্ববিদ্যালয়ৰ গণিত বিষয়ৰ স্নাতকোত্তৰ শ্ৰেণীত ভৰ্ত্তি হলোহি ১৯৫৪ চনত।

আমাৰ গণিতৰ স্নাতকোত্তৰ শ্ৰেণীবোৰ অনুষ্ঠিত হৈছিল মহাযুদ্ধৰ সময়ত মিলিটেৰীয়ে ব্যৱহাৰ কৰা কটন কলেজৰ কাষৰ খেৰী ঘৰ এটাত। অসমীয়া আৰু পৰিসংখ্যা বিষয়ৰ শ্ৰেণীবোৰো বহিছিল সেই ঘৰতে। বিশ্ববিদ্যালয়ৰ বাকী শ্ৰেণীবোৰ অনুষ্ঠিত হৈছিল দীঘলীপুখুৰী পাৰৰ আইন কলেজৰ চৌহদত। আমাৰ শ্ৰেণীবোৰ বহা খেৰী ঘৰটোৰ দাঁতিতেই উপাচাৰ্য্যৰ চৰকাৰী ঘৰত বাস কৰিছিল আমাৰ দেউতা। ডাঙৰ বাসগৃহটোৰ একাষৰ আহল-বহল কোঠা এটাত থাকি বাকীবোৰ কোঠা তেখেতে বিশ্ববিদ্যালয়ৰ কামৰ বাবে এৰি দিয়াত সেই বাসভৱনত ঘৰুৱা পৰিৱেশ একেবাৰেই নাছিল। দেউতাই নিজেও বাস কৰিছিল ন্যূনতম বয়বস্তুৰে এজন আলহী ৰূপে। ছাত্ৰীবাৰীৰ হোষ্টেলৰ পৰা বিশ্ববিদ্যালয়ৰ ক্লাছবোৰ কৰিবলৈ অহা-যোৱা কৰোঁতে মাজে

সময়ে মই দেউতাক দেখা কৰোঁ। দেউতায়ো মোৰ খা-খবৰ লৈ প্ৰায়ে গণিতৰ ক্লাছৰ অধ্যাপকসকলে কেনেভাৱে শিক্ষাদান কৰে প্ৰশ্ন কৰে। দেউতাৰ গাম্ভীৰ্যপূৰ্ণ মুখখন দেখি কিবা ভুলকৈ উত্তৰ দিয়াৰ আশঙ্কাত অতি সংক্ষেপে উত্তৰ দি সেইবোৰ কথাৰ পৰা গা এৰা দিওঁ। সেই দিনবোৰত পিতৃ আৰু কন্যাৰ সম্পৰ্কতকৈ এজন উপাচাৰ্য্য আৰু এগৰাকী ছাত্ৰীৰ সম্বন্ধহে আছিল দেউতা আৰু মোৰ মাজত। কেতিয়াবা আই গুৱাহাটীলৈ চাৰি পাঁচদিন মানৰ কাৰণে আহিলে আমাৰ হোষ্টেল কৰ্তৃপক্ষৰ অনুমতি লৈ আইৰে সৈতে থাকোহি দেউতাৰ চৰকাৰী ঘৰৰ আলহী কোঠাত।

১৯৫৫ চনত অনুষ্ঠিত বিশ্ববিদ্যালয়ৰ দ্বিতীয় সমাবৰ্ত্তনত এই লেখিকাই স্নাতক ডিগ্ৰীৰ চাৰ্টিফিকেট লৈছিলো। লগৰীয়া স্নাতকসকলৰ লগত শাৰী পাতি উপাচাৰ্য্য দেউতাৰ হাতৰ পৰা নিজ হাতে ডিগ্ৰী চাৰ্টিফিকেটখন গ্ৰহণ কৰাটো মোৰ বাবে আছিল এক অনন্য অভিজ্ঞতা, যদিওবা, স্থিতপ্ৰজ্ঞ পিতৃৰ মুখত দেখা নাছিলোঁ তেনে কোনো ভাবৰ লক্ষণ। তেখেতৰ বিচাৰত আন দহজন স্নাতকৰ দৰেই ময়ো আছিলোঁ বিশ্ববিদ্যালয়ৰ এগৰাকী ছাত্ৰী মাথোন। এই বিশেষ মুহূৰ্ত্তটি উপভোগ কৰাৰ উদ্দেশ্যে আমাৰ আয়ে যোৰহাটৰ পৰা গুৱাহাটীলৈ আহি জালুকবাৰীত অনুষ্ঠিত সমাবৰ্তন মণ্ডপত উপস্থিত হৈছিলহি এগৰাকী নিৰৱ দৰ্শক ৰূপে.

## পিতৃদেৱৰ জীৱনৰ সাতাৱন্ন বছৰ কাললৈকে

এজন জ্ঞানযোগী সাধক আৰু স্থিতপ্ৰজ্ঞ পিতৃৰ সন্তান হৈও আমি তেওঁক মানি লৈছিলোঁ সংসাৰৰ এজন স্বাভাৱিক পিতৃ হিচাপে। সংসাৰী ধৰ্ম গ্ৰহণ কৰা এই কৰ্মযোগী ‘একাডেমিক ঋষি’ জনাৰ সত্যনিষ্ঠ জীৱন বৃত্তান্ত তেখেতৰ জীৱনৰ সাতাৱন্ন বছৰ বয়সলৈকে লিপিবদ্ধ কৰি জীৱনীৰ দ্বিতীয় খণ্ড ইমানতে সামৰণি মাৰিছোঁ। জীৱনৰ বিয়লি বেলাত পিতৃৰূপে তেখেতৰ মহান চৰিত্ৰৰ এক বিশ্লেষণাত্মক আলোচনাৰে জীৱনীগ্ৰন্থখন সম্পূৰ্ণ কৰাৰ প্ৰস্তুতি চলাইছোঁ—জীৱনীৰ তৃতীয় খণ্ড আৰু ‘সেতুবন্ধত এভূমুকি’ৰ প্ৰকাশনৰ আশাৰে.... ....... ।❑❑

# আনন্দৰামৰ চানেকিৰে

### *আনন্দৰাম*

ত্বং হি
*আনন্দ* প্রাণো ধীৰৈনো।
বাণী পুত্রেশে বিদ্যেনঃ।।
ক্ষৌণীৰত্নং কৃত্বা যত্নং।
মাত ৰক্ষীৎ পুণ্য ক্রোড়ে।।
দৈৱং ৰত্নং সৰ্বে দেৱা।
নিন্যু ৰামং স্বৰ্গং পুণ্যম্।।
ত্বং যাতঃ স্বৰ্গং সৌখ্যায়।
দীনা ভক্তাঃ সংক্রন্দন্তি।।
যাৱজ্জ্যায়াং দৈৱী বাণী।
তাবৎ কীৰ্ত্তেঃ পূৰ্ণেন্দুস্তে।। ★ —(কন্যাছন্দঃ)

কটন কলেজৰ যোল্ল বছৰীয়া ছাত্র কৃষ্ণকান্তই এয়া কবিতাৰে বন্দনা কৰিছে পণ্ডিত প্রবৰ আনন্দ ৰাম বৰুৱাক (১৮৫০ চন-১৮৮৯ চন)।
কুৰি শতিকাৰ কিশোৰ কৃষ্ণকান্তই উনৈশ শতিকাৰ মহান সংস্কৃত পণ্ডিত গৰাকীৰ সৌৰৱণত প্রতিবছৰে স্মৃতিদিৱস পালনেৰে বন্দনা গীতি ৰচনা কৰি গাইছিল—

"ভাৰতীগীত সম্পূতং ভাৰতীগানৰঞ্জিতম্।
বাৰিধিধীৰ গম্ভীৰং ভাৰতৰত্নভূষণম্।।
মোহন কাব্য সম্মোৰং বিমলদীপ্তচেতনম্।
বিবুধজ্ঞানিসম্রাজং ভাৰতৰত্নভূষণম্।।
বাদাৰ্থতত্ত্ববিজ্ঞানং বাগাৰ্থতত্ত্ববেদিনম্
অপাৰশাস্ত্রনিষ্ণাতং ভাৰতৰত্নভূষণম্।।
প্রশান্তমূৰ্তিমানন্দং বিমলজ্ঞানগৌৰৱম্।
তিমিৰ জিতসম্মোহং ভাৰতৰত্নভূষণম্।।"[১]

---

★ *বাঁহী*, ষষ্ঠ বছৰ, ৮ম সংখ্যা, আহাৰ, ১৮৩৭ শক (১৯১৫ চন)

সংস্কৃত ভাষা সাহিত্যৰ বিশাল আৰু গভীৰ বাৰিধিত বুৰ মৰাৰ আগতে এইজন কিশোৰে অনুপ্ৰেৰণা লভিছিল *'আনন্দৰাম'* স্মৃতি-তৰ্পণৰ গীত লেখি—

"আজি মনমোহা মহামিলনে
*আনন্দৰ* বন্দন *আনন্দৰ* যশেৰে
উজলিছে আজি ধৰণী।
জ্ঞানেৰে নিৰ্মল মনো-মন্দিৰ
ভাৰতী জ্ঞানেৰে পৰাণ উজ্জ্বল
মাধুৰী ধাৰাৰে ফুল দানি।
প্ৰেম প্ৰীতি মালাধাৰি
লোৱাহি আঞ্জলি আজি
জ্ঞানেৰে দিয়া দেখা
উজ্জ্বল জ্ঞান-ৰেণু আজি প্ৰদানি।" ** [২]

## আনন্দৰামৰ প্ৰেৰণাৰে

অসম সন্তান বিশ্ব বিশ্ৰুত সংস্কৃত পণ্ডিত আনন্দৰামৰ আদৰ্শ আৰু প্ৰেৰণা বুকুত বান্ধি গোটেই জীৱনে বৈজ্ঞানিক দৃষ্টিভঙ্গীৰ সাধনাৰে জগতবাসীক সংস্কৃত সাহিত্যৰ গভীৰতাৰ সন্তেদ দিছিল কৃষ্ণকান্তই। বিশ্বৰ জ্ঞান ভাণ্ডাৰলৈ আগবঢ়াইছিল তেওঁ ভাৰতীয় সংস্কৃতিৰ উচ্চতৰ নৈতিকতাৰ আদৰ্শ। প্ৰাচীনতাৰ অন্ধকাৰত পৰি থকা ভাৰতীয় মহাকাব্যবোৰৰ বৈজ্ঞানিক ভিত্তিত পাঠ সমীক্ষা কৰি তাৰ ইংৰাজী অনুবাদ আৰু সমালোচনামূলক সমীক্ষাৰে প্ৰণয়ন কৰিছিল একোখন বৃহৎ গ্ৰন্থ। ইংৰাজী অনুবাদৰ মাধ্যমেৰে বিশ্ববাসীক অৱগত কৰাইছিল পণ্ডিত জনাই ভাৰতীয় জীৱন দৰ্শন।

এদিন উনৈশ শতিকাৰ আনন্দৰামেও সংস্কৃত সাহিত্যৰ স্পন্দন সিৰে সিৰে অনুভৱ কৰি জীৱন প্ৰৱাহৰ লগত সংস্কৃতক মিলাই লৈছিল তেওঁৰ অল্পায়ু জীৱন কালত। বঙ্গীয় চিভিল চাৰ্ভিচৰ উচ্চ পদবীৰ কৰ্মব্যস্ত চৰকাৰী বিষয়া হৈও তেওঁ জীৱন পাত কৰি গ'ল অধ্যয়ন, গৱেষণাৰ সাগৰত বুৰ গৈ। স্বদেশ আৰু বিশ্বৰ সাহিত্য দৰবাৰত সংস্কৃত সাহিত্যৰ সৌন্দৰ্য্য আৰু ঐতিহ্যৰ পৰম্পৰা দাঙি ধৰি আনন্দৰামে আক্ষেপ কৰি গ'ল— "পাশ্চাত্যৰ পণ্ডিত বৰ্গই যেনেকৈ গুৰুত্ব সহকাৰে সংস্কৃত সাহিত্য অধ্যয়ন কৰিছে, সেইদৰে ভাৰতবাসীয়ে কৰিব পৰা নাই। ...............মই আশা কৰোঁ সেইদিন সোনকালে আহিব, যিদিন আমাৰ দেশৰ মানুহে চেক্সপীয়েৰ, বেকন, এডিচন, জনছনতকৈ আমাৰ নিজ দেশী সাহিত্যৰ ফালে বেচি মন-কান দিব। .......জাতীয় সাহিত্যৰ গোটেই কৰ্মক্ষেত্ৰ সম্পূৰ্ণ আমাৰ হাতত আছে, আমাৰ দেশৰ মানুহে নুবুজে

---

** ১ আৰু ২ নং গীত দুটা ১৯১৭ চনত যোৰহাটত আয়োজিত পণ্ডিত আনন্দৰাম বৰুৱাৰ স্মৃতি সভাত গোৱা হৈছিল, কৃ. কা. স. ৰচনা সম্ভাৰ, পৃঃ ২৮২.

তেওঁলোকে কিমান পৰিমাণে ইয়াৰ উন্নতি সাধিব পাৰে। অভাৱ আৰু অভাৱ পূৰণৰ আহিলাৰ ভিতৰত থকা সম্বন্ধ অৰ্থনীতি শাস্ত্ৰত যিদৰে ফুটি ওলাইছে, সাহিত্যাতো সি সেইদৰে খাটে। শিক্ষক সকলে তেওঁলোকৰ ছাত্ৰসকলক এই কথাষাৰ বুজাব পাৰিলে বৰ ভাল হয় আৰু তেওঁলোকে নিজৰ বুৰঞ্জী আৰু সাহিত্যক সমাদৰ কৰিবলৈ আৰু ভাল পাবলৈকো লগে লগে শিক্ষা দিব লাগে। অকল সাহিত্যৰ উন্নতিৰ কাৰণে আমি ইয়াক মানি চলিব নেলাগে, ইয়াৰ দ্বাৰা আমাৰ শিক্ষিত সমাজৰ কিছুমান অৰ্থকৰী কাম হাতত ওলাব, যি শিক্ষিত সম্প্ৰদায়ৰ এতিয়া সৰহ ভাগে জীৱন ধাৰণৰ উপায়ৰ কাৰণে যুঁজি মৰিছে। গৱৰ্ণমেন্টৰ কাৰ্য্যাৱলী সমালোচনা কৰা উজু, কিন্তু সন্মিলিত ভাৱে আমাৰ মানুহে কিমান কাম কৰিব পাৰে তাক নুবুজে।"*** —পৰাধীন ভাৰতবৰ্ষত ঊনৈশ শতিকা কালৰ পণ্ডিত গৰাকীৰ বাণী, কুৰি শতিকাৰ কালত স্বাধীন ভাৰততো কেনেকৈ খাটিছে, ই এটা ফট্‌ফটীয়া উদাহৰণ। সংস্কৃতৰ প্ৰচাৰৰ হকে সংস্কৃত ভাষাৰ বৃহৎ ব্যাকৰণ আৰু ইংৰাজী-সংস্কৃত অভিধান সঙ্কলন কৰিছিল অল্পায়ু পণ্ডিত গৰাকীয়ে।

## অসমীয়া সমাজ

অসমী আইৰ দুৰ্ভাগ্য যে এনে দুজন উদাৰ আৰু অগাধ পাণ্ডিত্যৰ অসমীয়া সুসন্তানক অসমীয়াই বুজি পাবলৈ এতিয়াও অনেক দিন বাকী আছে। কিয়নো ১৮৮৯ চনত মাত্ৰ উনচল্লিছ বছৰ বয়সত আনন্দৰামে যেতিয়া পক্ষাঘাত ৰোগত আক্ৰান্ত হৈ বঙ্গদেশৰ কৰ্ম্মস্থলীত মৃত্যু বৰণ কৰিলে, তেতিয়া পণ্ডিতজনাৰ স্মৃতিত শোকসভা পাতিবলৈ অসমীয়াই কোঁচ খাইছিল। তেওঁলোকৰ আক্ষেপ আছিল—"আনন্দৰামে অসমৰ নিমিত্তে একো কৰা নাই, তেওঁ বঙ্গলা দেশত আছে, বঙ্গালীকহে ভাল পায়।"

দহোটা দশক কাল পাৰ হৈ যোৱাৰ পিছতো কিন্তু অসমীয়াৰ এই ঠেক মনোবৃত্তিৰ সলনি নহ'ল। ভাৰতৰ এগৰাকী অন্যতম শ্ৰেষ্ঠ পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ— যিজনক অসমে যিমান জানে ভাৰতৰ আৰু বিশ্বৰ পণ্ডিতবৰ্গই তাতোকৈ বেছি জানে, তেনে এজন চৌৰাশী বছৰীয়া ব্যক্তিৰ ১৯৮২ চনত পৰলোক প্ৰাপ্তি হওঁতে যেতিয়া অসমৰ সুধী সমাজত বিননিৰ ৰোল উঠিছিল, তেনে এটা সময়ত কিছু সংখ্যক উচ্চ শিক্ষিত নব্য অসমপ্ৰেমীয়ে মন্তব্য দিছিল, "সন্দিকৈয়ে অসম আৰু অসম আন্দোলনৰ বাবে একো কৰি থৈ যোৱা নাই; গতিকে এনে বিননিৰ ৰোল অমূলক।" অতীত পৰম্পৰাৰ লগত যোগসূত্ৰ নথকা এই নব্য অসম প্ৰেমী কেইজনক উদ্দেশ্য কৰি *'প্ৰকাশ'* আলোচনীৰ সম্পাদক প্ৰখ্যাত সাংবাদিক শ্ৰীচন্দ্ৰ প্ৰসাদ শইকীয়া দেৱে উত্তৰ দিছিল, "এক মুষ্টিমেয় সংখ্যক উচ্চ শিক্ষিত অসমীয়াই কবলৈ দ্বিধাবোধ নকৰে, কৃষ্ণকান্ত সন্দিকৈয়ে অসমৰ বাবে কি কৰিলে যাৰ বাবে আমি তেওঁৰ প্ৰতি ইমান কৃতজ্ঞ হৈ থাকিব লাগে?

---

*** 'আনন্দৰাম বৰুৱা' জীৱন চৰিত, — সূৰ্য্য কুমাৰ ভূঞা, (১৯২০ চন) পৃঃ ৭৭

('প্ৰকাশ'ৰ সম্পাদকলৈ অহা দুই-চাৰিখন চিঠি তাৰ যথেষ্ট প্ৰমাণ)। ভাৰতীয় সংস্কৃতি-গৌৰৱৰেই চিৰদিন উদ্ভাসিত অসম ৰাজ্যৰ এজন সন্তানে সেই সংস্কৃতিৰ জগৎজোৰা খ্যাতিৰ বাহক হোৱাটোৱেই অসমৰ বাবে তেওঁ যথেষ্ট কৰাটোৰ প্ৰমাণ দিয়ে। সকলো অসমীয়াৰ শক্তিৰে তেওঁ সেই মহতী ব্ৰতত নিৰবচ্ছিন্নভাৱে ব্ৰতী হ'ব পাৰিছিল। কিন্তু বাস্তৱ পাৰ্থিৱ অৰ্থত অসমৰ বাবে সঁচাকৈয়ে সন্দিকৈয়ে একোকেই কৰা নাছিলনে? গুৱাহাটী বিশ্ববিদ্যালয়ক এক মহৎ ৰূপ দিয়া, পৃথিৱীখ্যাত পণ্ডিত হৈয়ো মাত্ৰ কেইজনমান ছাত্ৰক লৈ অসমৰ দ্বিতীয় মহাবিদ্যালয়ৰ অধ্যক্ষ হোৱা, কেইবাটাও জাতীয় অনুষ্ঠানলৈ তেওঁ দিয়া প্ৰচুৰ দান, চন্দ্ৰ কান্ত অভিধান প্ৰণয়ন— এইবোৰে কি অসমৰ বাবে তেওঁ একোকে নকৰাটো বুজায়? আমাৰ পৰম বিশ্বাস, সন্দিকৈয়ে যদি তেওঁৰ যোগ্য কোনো শাস্ত্ৰ, কোনো মহাকাব্য অসম ৰাজ্যত বিচাৰি পালেহেঁতেন, তেনেহ'লে সেই শাস্ত্ৰ-মহাকাব্যৰ আলোচনা-অনুবাদত তেওঁ নিজক অক্লান্তভাৱে ব্ৰতী কৰিলেহেঁতেন। সন্দিকৈয়ে আৰু এক মহতী শিক্ষা আমাক দি গৈছে। আত্মপ্ৰচাৰ, জনপ্ৰিয়তা, অনৰ্থক তৰ্কযুদ্ধ— এইবোৰক অতিক্ৰম কৰিব নোৱাৰিলে আজিৰ এই এন্দুৰ-চঞ্চল সময়তো প্ৰকৃত পাণ্ডিত্য আৰু গৱেষণা সম্ভৱ নহয়।"

প্ৰকৃত গুণীজনৰ গুণৰ সত্যতাৰ ওপৰত ভিত্তি কৰিহে জাতি এটা আগুৱাব পাৰে। অসত্যৰ বন্দনা নিষ্ফল।

স্মৰণীয় যে ভাৰতৰ সাহিত্য একাডেমিৰ প্ৰাক্তন সভাপতি প্ৰয়াত ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যদেৱে *'কৃষ্ণকান্ত সন্দিকৈ ৰচনা সম্ভাৰ'* গ্ৰন্থ-উন্মোচনী সভাত অসম সাহিত্য সভাৰ সভাপতি ৰূপে কৈছিল—"স্বাধীনতা পালো যদিওঁ সাহিত্যত জাতীয়তাৰ সমস্যা শেষ হোৱা নাই। অসমীয়াৰ দৰে ক্ষুদ্ৰ জাতিবোৰে ভাষিক ৰাজ্যৰ ভেটি সুদৃঢ় কৰিবলৈ যথেষ্ট বাধা পাইছে। বৰ্ত্তমান অসম আন্দোলনটোৰ মূল তাৎপৰ্য্য এয়ে। অসম সাহিত্য সভাই যুগ ধৰ্মৰ পৰা নিজক বিছিন্ন কৰা নাই আৰু নকৰেও। *কৃষ্ণ সন্দিকৈৰ ভাৱধাৰাৰ আমি উত্তৰাধিকাৰী।* কাজেই আমিও সাহিত্যৰ লগত জাতীয় বা সমাজবাদী সাধনাৰ সম্পৰ্ক নুই কৰিব নোৱাৰো। আজি সাহিত্য সভাক চৰকাৰে আৰু এশ্ৰেণী লোকে বৰ্তমান অসম আন্দোলন সমৰ্থন কৰা বাবে সমালোচনা কৰিছে। এই সমালোচনা সু-যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত বুলি কব নোৱাৰি। *সন্দিকৈয়ে এই আত্মৰক্ষাৰ আন্দোলনলৈ নৈতিক সমৰ্থন জনোৱাটো উল্লেখযোগ্য।* ক্ষুদ্ৰ জাতিৰ সত্তা ৰক্ষা, আজিৰ ভাৰতৰ তথা বিশ্বৰ এটা ঘাই সমস্যা।" *(২৯-৯-৮৪).* +

## অসমীয়া লেখাসমূহ

*'বিস্মৃত ব্যতিক্ৰম'* গ্ৰন্থৰ ৰচয়িতা স্বৰ্গীয় মুনীন বৰকটকী ডাঙৰীয়াই সন্দিকৈদেৱৰ অসমীয়া লেখা সমূহ ৰখানি লেখিছে *"কি ভাষাৰ সৌষ্ঠৱ, কি বিষয়-বস্তুৰ বৈভৱ, সকলো*

---

◆ প্ৰকাশ, দ্বাদশ সংখ্যা, চেপ্তেম্বৰ ১৯৮২ চন, পৃঃ ৩

\+ কৃ. কা. স. স্মৃতি গ্ৰন্থ. ১৯৮৫. পৃ. ১৩৯

*পিনৰ পৰা সন্দিকৈৰ অসমীয়া প্ৰবন্ধৰাজিয়ে সাহিত্যৰ এক আছুতীয়া সম্মানৰ আসন দাবী* কৰিব পাৰে। ............সন্দিকৈৰ ভাষাৰ পৰিচ্ছন্নতা, সৰলতা আৰু যথোপযুক্ততা যেনেকৈ উল্লেখনীয় তেনেকৈ অনুকৰণীয়।"

সন্দিকৈদেৱৰ সীমিত প্ৰবন্ধৰাজিৰ সন্দৰ্ভত অধ্যাপক ডঃ সতেন্দ্ৰ নাথ শৰ্মাই মন্তব্য কৰিছে "বহু ভাষাজ্ঞানৰ তুলনামূলক অধ্যয়ন আৰু প্ৰগাঢ় পাণ্ডিত্যৰ প্ৰভাবেৰে সন্দিকৈয়ে ইচ্ছা কৰাহেঁতেন অসমীয়া সাহিত্যক বহু দূৰ আগুৱাই নিব পাৰিলেহেঁতেন।...... তেখেতৰ যে অসমীয়া সাহিত্যৰ প্ৰতি কিবা অনীহা আছিল সেইটো মুঠেই নহয়। কিন্তু প্ৰাচীন ভাৰতীয় সংস্কৃতি আৰু সাহিত্যই তেখেতৰ সকলো বৌদ্ধিক শক্তি এনেকৈ আকৰ্ষণ কৰি নিলে, তেখেতৰ সকলো সময় এনেকৈ তাত নিয়োগ কৰিব লগা হ'ল যে, অসমীয়া সাহিত্যৰ কাৰণে অৱসৰ উলিওৱা কঠিন হৈ পৰিল।" **

ছাত্ৰ জীৱনত সন্দিকৈয়েই পোন প্ৰথমে ইউৰোপীয় সাহিত্যৰ লগত অসমীয়া পাঠকক পৰিচয় কৰি দিছিল। বৃদ্ধ বয়সত তেনে বহুতো অসমীয়া প্ৰবন্ধ লিখিবলৈ পণ্ডিতগৰাকীৰ পৰিকল্পনা আছিল। কিন্তু অপ্ৰত্যাশিত ভাৱে তেখেতৰ পৰলোকপ্ৰাপ্তি হোৱাত সেই আশা পূৰণ নহ'ল; সেইদৰেই আধৰুৱা হৈ ৰ'ল জীৱনীলেখক ছাত্ৰৰদেৱক ব্যক্ত কৰিব বুলি ভাবি থোৱা জীৱনৰ অনেক কথা।

কিশোৰ কালত দেশপ্ৰেমী কৃষ্ণকান্তই অসমী আইক স্বাগত জনাই গীত ৰচিছিল—

## উল্লাহ-গীত

আজি নবীন ছন্দে, জগতে বন্দে
অসমা অসম-ভূমি—
আজি সৌৰভ ঢালি, পদুম কলি
ফুলে আবেগত পমি।
আজি অমিয় ভানে, বাসন্তী গানে
ঢালিছে পৰাণে সুধা
আজি হৃদয়-মাজে বাঁহীটি বাজে
—'একেটি সুৰতে বন্ধা।'

---

** 'প্ৰকাশ', দশম সংখ্যা, পৃঃ ৬৯

আজি মাধুৰী ছবি, গৌৰৱ ৰবি
জিলিকে পূৱত আহি
আজি পাহৰা সুৰে জগত জুৰে
পবিত্ৰ ভাৱত ভাহি।
আজি সৱল চিতে জাতীয় হিতে
অৰ্পিছে জীৱন সবে
আজি অসমবাসী উলাহে নাচে
বিভোল জাতীয় ভাৱে। †

অসমৰ ভৱিষ্যত পুৰুষলৈ এনে এটি জাতীয় হিতৰ ঐতিহ্যৰ আদৰ্শ আগত ৰাখি হাড়ে হিমজুৰে অসমীয়া কৃষ্ণকান্তই ইহলীলা সম্বৰণ কৰিছিল জ্ঞানৰ সঁফুৰা বিলোৱাৰ অপূৰ্ণ বাসনাৰে। □□

† *বাঁহী*, অষ্টম বছৰ, ৪ৰ্থ সংখ্যা, ফাগুন, ১৮৩৯ শক (১৯১৭ চন)

# যশস্তিলকৰ ৰেঙণি

## দু-আষাৰ

সন্দিকৈদেৱৰ **যশস্তিলক এণ্ড ইণ্ডিয়ান কালচাৰ** নামৰ বৃহৎ গ্ৰন্থখন এখন সাধাৰণ গ্ৰন্থ নহয়। এই গ্ৰন্থৰ ওপৰত চকু ফুৰালে তাৰ আদি আৰু অন্তৰ উৱাদিহ পোৱা কঠিন। এখন অভিধান বা বিশ্বকোষত এটা তথ্য বিচাৰোঁতে যেনেকৈ অন্য এটা তথ্যই দৃষ্টি আকৰ্ষণ কৰে, সেইদৰে তেখেতৰ বিশ্বকোষ হেন মহাগ্ৰন্থখনো ভাৰতীয় চিন্তাৰ এখনি সোণৰ খনি। সোমদেৱৰ **যশস্তিলক** নামৰ গদ্যকাব্যখনৰ আধাৰত সন্দিকৈদেৱে ভাৰতীয় সাহিত্য আৰু সংস্কৃতিৰ বিশ্বজনীন স্বৰূপ পৰ্য্যালোচনা কৰিছে। এটা অধ্যায়ত **যশস্তিলকৰ** মূল আখ্যানটোৰ সংক্ষিপ্ত পৰিচয় দি বাকী সোতৰটা অধ্যায়ত কাব্যত বৰ্ণিত শ্লোক আৰু সংলাপবোৰ অনুবাদ কৰি সিবোৰৰ তুলনামূলক সমীক্ষা আৰু নান্দনিক সমালোচনা আগবঢ়াইছে।

উপৰোক্ত এটা অধ্যায়ত আগবঢ়োৱা সংক্ষিপ্ত আখ্যানটোৰ লগত গ্ৰন্থ সমীক্ষাত উল্লিখিত ঘটনা আৰু সংলাপবোৰ সংযোজন কৰি **যশস্তিলকৰ ৰেঙণি** সজাই পৰাই পাঠকৰ আগত দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে।

**যশস্তিলকৰ** দৰ্পণত দশম শতিকাৰ ভাৰতীয় ৰাজনৈতিক আৰু সামাজিক জীৱনধাৰা প্ৰতিফলিত হৈ আছে। অহিংসাৰ নীতি সুপ্ৰতিষ্ঠিত কৰাই কাব্য কাহিনীটোৰ মূল উদ্দেশ্য। দৰ্শন তত্ত্বৰ দ্বাৰা অহিংসা ভাব প্ৰতিপন্ন কৰাৰ অৰ্থে শাস্ত্ৰকাব্যখন জৈন ধৰ্ম কথাৰে গঢ় দিয়া হৈছে। অহিংসাৰ ভাবত উদ্বুদ্ধ হৈ হত্যাৰ বাবে উন্মত্ত হোৱা ৰজাই খোলা তৰোৱাল সামৰি থোৱাৰ দুটা উদাহৰণ এই আখ্যানত পোৱা যায়। ৰজা মাৰদত্তই শান্ত সৌম্য শিশু সন্ন্যাসীৰ নিৰ্ভীক উপস্থিতিত আৰু ৰজা যশোধৰে পৰকামাসক্ত ৰাণীৰ অভিসাৰ ধৰা পেলাই হত্যাৰ বাবে উদ্যত হৈও খোলা তৰোৱাল সামৰি থোৱা দুটা পৃথক পৰিস্থিতিৰ অৱতাৰণা কৰা হৈছে।

ঐতিহাসিক পটভূমিত ৰচিত **যশস্তিলকে** মধ্যযুগৰ ভাৰতীয় সমাজৰ নাৰী-মৰ্যাদাৰ স্থিতিৰ বিষয়ে আলোকপাত কৰিছে। এই দিশত ৰাজমাতাৰ মৰ্য্যাদা ৰজাতকৈ ওখ আসনত ৰাখি ৰাণীৰ স্থান ৰজাৰ সমপৰ্য্যায়ত দেখুৱা হৈছে। নাৰী-পুৰুষৰ অবাধ জল ক্ৰীড়া আৰু জোনাক নিশাৰ আমোদ-প্ৰমোদ, উৎসৱ পৰ্ব্বত পণ পাশ্তিৰ জুৱা খেলাত নাৰী উত্ৰাৱল হোৱা, নাৰীৰ সুৰাপান আদি প্ৰাচীন ভাৰতীয় নাৰীৰ বিচিত্ৰ জীৱন ধাৰা কাহিনীত বৰ্ণোৱা হৈছে।

যন্ত্ৰধাৰা গৃহৰ শীতল স্নানাগাৰ, জলক্ৰীড়াৰ কৃত্ৰিম বিলাসী সৰোবৰ, প্ৰমোদ পাহাৰৰ ৰাজপ্ৰাসাদ আদিৰ বিৱৰণে প্ৰমাণ কৰিছে যে মধ্যযুগীয় স্থপতিবিদসকলৰ কাৰিকৰী জ্ঞান আধুনিক যুগৰ কাৰিকৰী জ্ঞানতকৈ কোনোগুণে পিছ পৰা নাছিল।

বিশেষ তাৎপৰ্য্য এয়ে যে অন্য কাব্য কাহিনীৰ দৰে ইয়াত নাৰী সৌন্দৰ্য্যৰ সুদীৰ্ঘ বৰ্ণনাৰ পাতনি মেলা নাই। ধৰ্ম্মশীল এগৰাকী তৰুণ ৰজা কাহিনীটোৰ নায়ক; ৰাণী আৰু এটা কদাকাৰ ৰূপৰ হাতী মাউতৰ প্ৰেমৰ পৰিণতিক কেন্দ্ৰ কৰি নীতি-বাক্যমালাৰ অৱতাৰণা কৰা হৈছে। আনহাতে অসৎ দুৰ্নীতিপৰায়ণ ৰাজপুৰুষ সকলক ব্যঙ্গাত্মক আৰু ইতিকিংসূচক বাক্য-বাণ হানি কেতবোৰ সদুক্তিৰে এখন সুশাসনৰ কল্যাণকামী ৰাষ্ট্ৰৰ কল্পনা কৰা হৈছে। সৰ্বশেষত ঐহিক জীৱনৰ ভোগ-বিলাস আৰু বিষয় বাসনাৰ প্ৰতি বৈৰাগ্য ভাব উদয় হোৱাৰ ফলস্বৰূপে জৈন দৰ্শনতত্ত্বৰ জন্মান্তৰবাদৰ ব্যাখ্যানেৰে কাহিনীটো সামৰা হৈছে।

*—অহল্যা গগৈ*

# মাৰদত্ত আৰু যৌধেয় দেশ

দাক্ষিণাত্যৰ প্ৰাচীন যৌধেয় দেশৰ ৰাজপুৰ[1] ধনে জনে নদন-বদন এখন বিত্তোপন্ন চহৰ। চালে চকু ৰোৱা বিশাল দেৱ মন্দিৰ আৰু জাক-জমকীয়া ওখ ওখ অট্টালিকাৰে ভৰপূৰ এই ঐশ্বৰ্য্যপূৰ্ণ ৰাজপুৰী। যৌধেয়ৰ ৰজা চণ্ডমহাসেনৰ পুত্ৰ মাৰদত্তই কিশোৰ কালতে পিতৃৰ ৰাজসিংহাসন অধিকাৰ কৰিবলৈ সক্ষম হয়। নৃগ, নহুষ, ভৰত, ভগীৰথ, ভগদত্ত হেন ৰজাৰ অসীম বাহুবলকো চেৰ পেলাব পৰা খ্যাতি আছিল ৰূপবান তৰুণ নৃপতিৰ। শৈশৱৰ পৰাই পাশৱিক বাহুবলেৰে বন জঙ্গলৰ মদমত্ত হাতী, ঘোঁৰা বশীকৰণ, বিনা অস্ত্ৰেৰে বনৰীয়া বাঘ নিধন আদি দুঃসাহসিক ক্ৰিয়া-কলাপ আছিল উদণ্ড ৰজাৰ অৱসৰৰ ধেমালি।

যৌৱন উন্মত্ত মাৰদত্তৰ অবাৰিত ভোগৰ শেষ নাই। ৰূপবান ডেকা ৰজাই ভোগ বিলাসৰ দিনবোৰ পাৰ কৰিছিল সুন্দৰী নাৰীৰ সংসৰ্গত। অন্ধ্ৰ, কেৰেলা, সিংহল, সৌৰাষ্ট্ৰ আদি চুবুৰীয়া ৰাজ্যৰ ৰূপৱতী নাৰীগণক আকৃষ্ট কৰি ৰাখিছিল মাৰদত্তই তেওঁৰ ৰূপ আৰু তীক্ষ্ণ ছল-চাতুৰীৰ কীৰ্ত্তিৰে। কামদেৱ সদৃশ মাৰদত্তৰ নাৰীৰ সঙ্গ সুখেই আছিল কাম্য বিলাসিতা।

চুবুৰীয়া দেশৰ সুন্দৰীহঁতৰ লগত ৰজাই উপভোগ কৰে প্ৰমোদ বিহাৰ আৰু জল-ক্ৰীড়া। নীলাভ ৰঙেৰে বোলোৱা কৃত্ৰিম সৰোবৰৰ ৰত্নমণি খতোৱা দ্বীপপুঞ্জৰ মাজত সঙ্গিনীহঁতৰ সৈতে জল-ক্ৰীড়া কৰি ৰজা আনন্দত মতলীয়া হয়। বৈদুৰ্য্য পাথৰেৰে বন্ধোৱা কৃত্ৰিম সৰোবৰৰ সোণালী খট্‌খটীয়েদি নামে সুন্দৰীৰ দল। প্ৰমোদ উদ্যানত অৱসৰ লয় ৰজাই গাভৰুৰ সান্নিধ্যত। কিন্তু সুৰা, চিকাৰ, নাৰী লৈ এক অসংযত জীৱন যাপনত মতলীয়া হৈ থাকিলেও অস্থিৰ চিত্তৰ মাৰদত্তক কোনো শক্তিয়ে পৰাজিত কৰিব নোৱাৰিছিল। সমস্ত বিপদ আপদৰ পৰা মুক্ত হৈ নিজকে দেৱাঙ্গ পুৰুষ বুলি জ্ঞান কৰিছিল বীৰ্য্যবান মাৰদত্তই।

এদিন এজন তান্ত্ৰিক কাপালিকে ৰজাক ক'লে যে যদিহে তেওঁ ৰাজপুৰৰ দেৱী চণ্ডমাৰী মন্দিৰত সকলো বিধ প্ৰাণীৰ লগতে এহাল সৰ্বসুলক্ষণীয়া নৰ-নাৰী নিজ হাতে বলি দিব পাৰে, তেতিয়া হ'লে তেওঁ এখন ইন্দ্ৰজালযুক্ত তৰোৱাল প্ৰাপ্ত হ'ব আৰু সেই অলৌকিক শক্তিৰ অস্ত্ৰৰ মহিমাৰে দেৱলোকৰ বিদ্যাধৰৰ ৰাজ্য জয় কৰিব পাৰিব। তান্ত্ৰিক গুৰুৰ ভৱিষ্যত বাণী মাৰদত্তই অন্তৰেৰে বিশ্বাস কৰিলে। বিদ্যাধৰসকলৰ অপেশ্বৰীদৰে গন্ধৰ্ব কন্যা লাভ কৰি উপভোগ কৰাৰ আশাত ৰজাই সেই ভয়ানক বলি পূজাৰ আয়োজন কৰিবলৈ ধৰিলে। সেইকালত ৰাজপুৰৰ ৰক্তপ্ৰবাহিত চণ্ডমাৰী মন্দিৰ আছিল উগ্ৰ তান্ত্ৰিক

---



1. Rājapur, capital of the Yaudheya country, described in Book I. "The Yaudheyas have been identified with the modern Johiyas of Bhāwalpur, but in ancient times their territory was more extended"......................

সাধকসকলে কৰা পূজা অৰ্চনাৰ এক ভয়াৱহ স্থল য'ত শৰীৰৰ কটা মঙহ আৰু তেজেৰে পূজা দিয়াৰ প্ৰথা চলিছিল গোঁসানীৰ তৃপ্তিৰ হকে। মনোবাঞ্ছা সিদ্ধিৰ অৰ্থে মাৰদত্তই নিজে সেই ভয়ানক থানত উপস্থিত হৈ মন্দিৰৰ পৰীয়াকেইটাক আদেশ দিলে শুভ-লক্ষণযুক্ত এহাল নৰ-নাৰী বিচাৰি আনিবলৈ। চণ্ডিকা পূজাৰ বতৰ নোহোৱাকৈয়ে অসময়ত মহানৱমী উৎসৱ পালন কৰাৰ ছলেৰে ৰাজ্যৰ সমস্ত প্ৰজাকে মন্দিৰত গোট খাবলৈ ৰজাই ঘোষণা কৰিলে।

সেই সময়তে সুদত্ত নামে এজন জৈন মহাপুৰুষ এদল শিষ্যৰে সৈতে যাত্ৰা কৰি আহি আছিল ৰাজপুৰ অভিমুখে। সুদত্ত মুনি এগৰাকী কঠোৰ নীতি নৈষ্ঠিকতা পালন কৰা সিদ্ধ পুৰুষ। প্ৰচণ্ড জাৰ, জহ, বৰ্ষণ আদি প্ৰকৃতিৰ সকলো ভয়াৱহতা অতিক্ৰম কৰি তেওঁ আয়ত্ত কৰিব পাৰিছিল এক অলৌকিক শক্তি। ৰাজপুৰত এক ভয়ানক হত্যাকাণ্ডৰ প্ৰস্তুতি চলিছে বুলি গম ধৰিব পাৰি মুনিয়ে শিষ্যবৰ্গৰে সৈতে সন্ধ্যাবেলা চহৰত প্ৰৱেশ নকৰি যাত্ৰা কৰিবলৈ ল'লে পুব দিশে। এনেতে পূৰ্ণিমা জোনৰ কোমল পোহৰত এখন প্ৰমোদ উদ্যান মুনিৰ চকুত পৰিল। উদ্যানত কিছুমান যুৱকে পুষ্পমালা পৰিহিতা কেইজনীমান সুন্দৰী যুৱতীৰে সৈতে আমোদ-প্ৰমোদত মছ্গুল হৈ থকা দেখি তেওঁ নিজকে ক'বলৈ ধৰিলে,

"সন্ধিয়াৰ এই কোমল আৱেশত পুষ্প পৰিহিতা সুন্দৰীহঁতৰ লাহ-বিলাহে বসন্ত ঋতুৰ দৰেই ঐহিক প্ৰেমৰ জোৱাৰ তোলে। এনে গুপ্ত প্ৰণয়ৰ দৃশ্যই তপ ধ্যানেৰে পবিত্ৰ কৰি ৰখা শিষ্যসকলৰ মন ক্ষন্তেকৰ বাবে হ'লেও চঞ্চল হৈ উঠিব পাৰে। গতিকে তপস্বীসকলে এই স্থান ত্যাগ কৰা উচিত। ঘৰৰ ভেটি এবাৰ জোকাৰ খালে যেনেকৈ পুনৰ গঢ় দিয়া টান, সেইদৰে মানুহৰ অলৰ অচৰ মন এবাৰ সঞ্চালিত হ'লে শান্ত কৰা কঠিন। যুদ্ধৰ ঢাল বৰ্মই কম্পিত হৃদয়ৰ কাপুৰুষক ৰক্ষা কৰিব নোৱাৰাৰ দৰে আত্মসংযমে তৰল মনক স্থিৰ কৰিব নোৱাৰে। শাস্ত্ৰজ্ঞানে অস্থিৰ চিত্তক ক্ষান্ত কৰি ৰাখিব নোৱাৰে।"[2]

---

**YASASTILAKA AND INDIAN CULTURE**

2. "It is as difficult to steady the mind, once it has gone astray, as it is to restore a building shaken to its foundations. The hearts of men, like extremely high mountain-peaks, can easily be flung to a lower level, but cannot be elevated even with difficulty. And there is a saying of the wise that the good is accompanied by many impediments, The study of the Scriptures cannot check the erring self, just as lotus fibres cannot hold back an elephant. Self-control, physically distressing as it is, cannot protect the unsteady minds of those who are fickle, just as an armour cannot fortify the wavering hearts of cowards. A man surrounded by distractions cannot concentrate even momentarily on meditative efforts, just as mercury placed over the fire does not last even for a moment." p. 69, 70.

সুদত্ত মুনিয়ে কিছু দূৰ আগবাঢ়ি এখন জনশূন্য শ্মশানঘাট পালেহি। শ্মশানত মৃতদেহ আৰু শাৰী শাৰী শৱদাহৰ প্ৰজ্বলিত অগ্নি দেখি তেওঁৰ মন আলোড়িত হ'বলৈ ধৰিলে ইহকাল পৰকালৰ বিভিন্ন ভাবেৰে। সেইস্থানো পৰিত্যাগ কৰি নগৰৰ কিছু আঁতৰত এটা টিলাৰ ওপৰত বাহৰ পাতি তেওঁ লগৰ শিষ্যবৰ্গক দিহাদিহি ভিক্ষা কৰিবলৈ পঠিয়ালে। শিষ্যসকলৰ লগত দুটি শিশু সন্ন্যাসীও আহিছিল। অভয়ৰুচি আৰু অভয়মতি নামৰ সেই ল'ৰা ছোৱালী দুটি অৱন্তিদেশৰ ৰজা যশোমতিৰ যঁজা সন্তান। ঘটনাচক্ৰে শিশু দুটিৰ মাতৃ ৰাণী কুসুমাৱলী ৰজা মাৰদত্তৰে ভগিনী। মাত্ৰ আঠ বছৰ বয়সতে যঁজা ল'ৰা ছোৱালী দুটিয়ে সন্ন্যাস গ্ৰহণ কৰি সুদত্ত মুনিৰ লগত পৰিভ্ৰমণ কৰি ফুৰিছিল। মুনিয়ে অভয়ৰুচি আৰু অভয়মতিক ৰাজপুৰ চহৰত ভিক্ষা কৰাৰ ভাৰ দিলে।

ইফালে ৰজাৰ আদেশ অনুযায়ী মন্দিৰৰ ৰখীয়া কেইটাই ৰাজপুৰৰ আশে পাশে শুভ-লক্ষণযুক্ত নৰ-নাৰী বিচাৰি ফুৰি শেষত অভয়ৰুচি আৰু অভয়মতিৰে সৈতে ভেটাভেটি হ'লহি। শিশু সন্ন্যাসী দুটি দেখি ৰখীয়া কেইটাই উদ্দেশ্য সাধন হ'ল বুলি ভাবি বন্ধুত্বৰ ছলেৰে তেওঁলোকৰ লগত মন ভুলোৱা কথা পাতিবলৈ ল'লে। কথাৰ পাকচক্ৰতে তাইঁতে ক'লে যে, সন্ন্যাসী দুটি ৰাজপুৰলৈ অহাৰ বাতৰি পাই এজন পৰমজ্ঞানী গুৰুৱে তেওঁলোকক লগ ধৰিবলৈ চণ্ডমাৰী মন্দিৰত অপেক্ষা কৰি আছে। পৰীয়াকেইটাৰ ভয়াৰ্ত্ত মুখকেইখন দেখি শিশু দুটিৰ সন্দেহ উপজিলেও ভাগ্যক ধিয়াই তেওঁলোক মন্দিৰ অভিমুখে অগ্ৰসৰ হ'ল।

...........ৰাজপুৰৰ চণ্ডমাৰী মন্দিৰ বলিপূজাৰ উদ্দেশ্যে অনা হৰেক জীৱ জন্তুৰে ভৰি পৰিছে। ম'হ, ছাগলী, উট, ঘোঁৰা, হৰিণ, মাছ, কাছ আদি নানান জীৱক ঘাতকহঁতে ধৰি বান্ধি ৰাখিছে। কম্পমান নিৰ্বাক জীৱ-জন্তুৰ টলমল চকুবোৰ নিবদ্ধ হৈছে বলি কটা চক্ৰাকাৰ অস্ত্ৰৰ ওপৰত। ৰজাই উচৰ্গা কৰা প্ৰথম নৰবলিৰ পিছতেই এই আটাইবোৰ প্ৰাণী বলিৰ অৰ্ঘ্য হ'ব। পৰীয়াকেইটাৰ সৈতে অভয়ৰুচি আৰু অভয়মতিয়ে মন্দিৰলৈ আহি সেই বীভৎস দৃশ্যৰ মাজত ৰজাৰ ভয়ঙ্কৰ চেহেৰা দেখিলেহি—যেন প্ৰবল নদীৰ মাজৰ পৰ্বতৰ নামনিত বৈ থকা এটা ফণা মেলা বিশাল ফেটী সাপ! খোলা তৰোৱাল লৈ থিয় হৈ আছে মাৰদত্ত চণ্ডিকা মূৰ্ত্তিৰ সমুখত। শৰীৰৰ সমস্ত শক্তি জাগ্ৰত কৰি জ্বলাই তুলিছে ক্ৰোধৰ বহ্নি— যেন সেই অগ্নিময় চাৱনিৰ কোপত সমস্ত পুৰি ছাই কৰি দিব !

কিন্তু মোক্ষ লাভেই যাৰ জীৱনৰ অলৰ অচৰ তপস্যা, তেনে স্থিতপ্ৰজ্ঞ তপস্বীক এনে ভীষণ পৰিস্থিতিয়ে ভীতিগ্ৰস্ত কৰিব নোৱাৰে। শিশুদুটিক পৰীয়াহঁতে ৰজাৰ সন্মুখত থিয় কৰোৱা সত্ত্বেও তেওঁলোকৰ শান্ত সৌম্য চেহেৰাৰ কোনো পৰিবৰ্ত্তন নহ'ল। মৃত্যুক তুচ্ছ জ্ঞান কৰি পৰমপ্ৰাপ্তিয়েই জীৱনৰ সৰ্বোচ্চ পুৰুষাৰ্থ বুলি স্থিৰ চিত্তৰ শিশুদুটিয়ে

হুটিয়ে সিটিক সাহস দিলে। তেওঁলোকৰ ভাবগতি দেখি মাৰদত্তৰ ক্ৰোধৰ বহ্নি ক্ৰমে নিৰ্বাপিত হ'বলৈ ধৰিলে। নিজৰেই ভগিনীৰ সন্তান বুলি চিনিব নোৱাৰিলেও শিশু দুটিৰ নিৰ্ভীক উপস্থিতিত ৰজাৰ হৃদয়ত অনুকম্পাৰ স্পন্দন উঠিল; স্বগতঃ ক'লে,

"আচৰিত! শিশু কেইটিক দেখিয়েই মোৰ নিষ্ঠুৰ কলুষিত হৃদয় হঠাৎ কিয়বা জুৰ পৰিল? কি বজ্ৰ শক্তিয়ে মোৰ দৃষ্টি তাইঁতৰ ওপৰত নিবদ্ধ কৰি ৰাখিছে? মোৰ অন্তৰত যেন অমৃত বৰষিছে! হঠাৎ মোৰ অন্তৰাত্মাত আনন্দৰ ঢৌ উথলি উঠিছে কিয়? বহুকালৰ মূৰত অতি আপোনজনক দেখি আত্মহাৰা হোৱাৰ দৰে মোৰ হৃদয় আনন্দত অধীৰ হৈ উঠিছে। ভগিনী কুসুমাৱলীৰ দুটি যঁজা সন্তানে সন্ন্যাস লোৱাৰ আচৰিত কাহিনী শুনিছিলোঁ। এওঁলোকেই নেকি ভগ্নীৰ সেই সন্তান? তাইঁতক কোনো কালে দেখা নাই যদিও কিয় বাৰু সূৰ্যোদয়ৰ কিৰণৰ দৰে মোৰ প্ৰথম দৃষ্টিৰ প্ৰেম সৰ্বশৰীৰত বিয়পি পৰিছে?"

ৰজাৰ ভাবমূৰ্ত্তি সলনি হোৱা দেখি মন্দিৰৰ স্তুতিকাৰে কাকুতি কৰি পদ গালে,

"তোমাৰ কাষত কোনো শতৰু দেখা নাই,
তোমাৰ আদেশ কোনেও লঙ্ঘন কৰা নাই,
তোমাৰ প্ৰতি ঐশ্বৰ্য্যদেৱী সদা সুপ্ৰসন্ন,
তাৰ বাবে কোনোজনে খেদ কৰা নাই;
সামৰা তোমাৰ বজ্ৰ মুঠিৰ চিক্‌চিকিয়া খোলা তৰোৱাল!
হে ৰণৰঙ্গী ৰাজন! যুঁজৰহে সঙ্গী শক্তিশালী অস্ত্ৰ তোমাৰ।"[3]

স্তুতিকাৰৰ পদ শুনি ৰজাই দেৱী গোসাঁনীৰ পদ তলত খোলা তৰোৱাল সমৰ্পণ কৰিলে। মন্দিৰ প্ৰাঙ্গনৰ উপস্থিত দৰ্শকবৃন্দৰ কোৰ্হাল হাত দাঙি বন্ধ কৰিবলৈ ইঙ্গিত দি তেওঁ শিশুদুটিক বহিবলৈ আসন যাচিলে। ৰজাৰ ব্যৱহাৰ দেখি তেওঁলোকে সন্মান দেখুৱাই এটাৰ পিছত এটাকৈ প্ৰশস্তি গীত গাবলৈ লাগিল। প্ৰশংসাৰ বন্দনাগীতেৰে ৰজাক শান্ত কৰি অভয়ৰুচিয়ে ৰজাক জৈন ধৰ্মত দীক্ষিত কৰিবলৈ মনতে পাঙিলে। কিন্তু এই কামত অতি সন্তৰ্পণে আগবাঢ়িব লাগিব বুলি বিবেচনা কৰি তেওঁ চিন্তা কৰিলে,

'অজ্ঞ আৰু আৱেগত ব্যাকুল হোৱা লোকক পোনেই ধৰ্মৰ কথা ক'লে, তাৰ মূৰৰ বিষে ধৰে আৰু বক্তাজনো নিৰাশ হ'ব লগীয়া হয়। গতিকে যি কথা শুনিলে

---

YASASTILAKA AND INDIAN CULTURE 25

3. "No enemies are near at hand; none transgresses thy command. Sire, the goddess of prosperity is devoted to thee, and no one is jealous of her. Do thou therefore discard thy sword, the companion of thy arm in the sport of war : its blade doth emit its lustre under the pressure of thy powerful grip!"

সততে ৰজা প্ৰসন্ন হয়, তেনে কথাৰেহে প্ৰথমতে তেওঁৰ মন ভাল লগোৱা উচিত হ'ব। বনৰীয়া হাতীক পকা ফল খুৱাই বশ কৰাৰ দৰে নির্বোধক জ্ঞানীলোকে মিঠা কথাৰে সত্যৰ জ্ঞান দিহে কার্য্য সিদ্ধি কৰে।'[4]

এই কথা ভাবি তেওঁ অভয়মতিৰে সৈতে পুনৰ প্ৰশস্তি গীত গাই মাৰদত্তক তুষ্ট কৰিলে। শিশুদুটিৰ আচৰণত সন্তুষ্ট হৈ ৰজাই তেওঁলোকৰ পিতৃ-মাতৃৰ পৰিচয় আৰু জন্মস্থানৰ বিষয়ে জানিব বিচাৰিলে। অভয়ৰুচিয়েও সকলো কথা জনাই ৰজাৰ কৌতূহল পূৰণ কৰিব বুলি প্ৰতিজ্ঞা কৰি পুনৰ এটি ধৰ্মগীতি গাই শুনালে। □□

---

YASASTILAKA AND INDIAN CULTURE 25

4. "Preaching of religion at the very outset to persons, dominated by passion and ignorance, only gives them a severe headache, and brings the speaker into contempt. So I will cheer him with words enlivened by such sentiments as are familiar to him. A sagacious person ultimately obtains the desired result with regard to one who is ignorant of the truth, even by humouring him, just as one subdues a wild elephant by alluring him with delicious fruits."

The ascetic boy, followed by his companion, again praised the king in a series of lyrical verses; and the latter now questioned them about their native place and origion. The boy promised to satisfy the king's curiosity and addressed to him a benedictory verse."

# অৱন্তি দেশৰ ৰজা যশোধৰ

*অভয়ৰুচিয়ে ৰজা মাৰদত্তক পৰিচয় দিয়াৰ আগতে তেওঁৰ আৰু অভয়মতিৰ পূৰ্বজন্মৰ কথাবোৰ ক'বলৈ ল'লে। পূৰ্বজন্মত অভয়ৰুচি আছিল ৰজা যশোধৰ আৰু অভয়মতি আছিল যশোধৰৰ মাতৃ চন্দ্ৰমতি। প্ৰথমতে অৱন্তি দেশৰ ৰজা যশোধৰৰ কাহিনী অভয়ৰুচিয়ে ক'বলৈ আৰম্ভ কৰিলে ঃ*

............সুষমা সুফলা চিৰ বসন্তৰ অৱন্তি দেশ। ফল-ফুল, সেউজী গছ লতাৰে অতি মনোৰম। ৰাজপথৰ দুয়ো দাঁতিৰ গছৰ শীতল ছাঁত জিৰাই ভাগৰুৱা পথিকে ফুলৰ সুৱাস আৰু ফলৰ সুস্বাদেৰে গা-মন জুৰ পেলায়; পদ্ম সৰোবৰত সাঁতুৰি নাদুৰি অৱসৰৰ কাল কটায় পুৰবাসী আৰু ভ্ৰমণকাৰীৰ দলে। এই দেশৰ মহা পৰাক্ৰমী ৰজা যশোৰ্ঘ আৰু মহালক্ষ্মী হেন ৰাণী চন্দ্ৰমতিয়ে বাস কৰে জক্‌মকীয়া ৰাজপুৰী উজ্জয়নী চহৰত। দেৱ-দেৱীৰ বৰ দানেৰে সমৃদ্ধ ৰজা যশোৰ্ঘ ধন-সম্পদ, ৰূপ, বিদ্যা-বুদ্ধি-পৰাক্ৰম আৰু যশস্যাত আছিল অদ্বিতীয়। ধৰ্মপৰায়ণ ৰজা-ৰাণীৰ একমাত্ৰ পুত্ৰৰ নাম ৰাজকোঁৱৰ যশোধৰ। পুত্ৰ পৰিবাৰেৰে সৈতে মহাসুখে কাল কটাই ধাৰ্মিক ৰজাই ক্ৰমে উপলব্ধি কৰিলে যে তেওঁ বাৰ্দ্ধক্যত ভৰি দিছেহি। দাপোনৰ প্ৰতিবিম্বত শিৰৰ পকা চুলি দেখি হঠাৎ এদিন ৰজাৰ মনত ভাব হ'ল, ক্ষন্তেকীয়া জীৱনত বিষয় বাসনা আৰু আত্মীয় স্বজনৰ প্ৰতি মোহ অৰ্থহীন। অনিত্য সংসাৰৰ অনুচিন্তন ভাববোৰৰ গূঢ়াৰ্থ বিচাৰি নাপাই ৰজাই শেষত জৈন ধৰ্মীয় অনুপ্ৰেক্ষা জপ ধ্যান কৰিবলৈ ল'লে। অনুপ্ৰেক্ষা ধ্যানে যশোৰ্ঘৰ মন ক্ৰমে বৈৰাগ্য ভাৱনালৈ ঢাল খুৱালে। মৃত্যু আৰু ত্ৰিতাপ শোকৰ অসহায় ভাৱৰ পৰা মুক্তি পাবলৈ ৰজাই ৰাজসিংহাসন এৰি সন্ন্যাস ল'বলৈ স্থিৰ কৰিলে। অবিবাহিত পুত্ৰ যশোধৰৰ অভিষেক আৰু বিবাহ কাৰ্য্য সম্পন্ন কৰিবলৈ সেনাপতি প্ৰতাপবৰ্দ্ধনক নিৰ্দেশ দি যশোৰ্ঘই 'সম্যম্‌ধৰ' নামে এজন জৈন মহাপুৰুষৰ পৰা দীক্ষা লৈ আশ্ৰমবাসী হ'ল।

......................ৰাজকুমাৰ যশোধৰৰ অভিষেক আৰু শুভ-বিবাহ উপলক্ষে ৰাজপুৰীত বিৰাট আয়োজন চলিল। দেশৰ নিপুণ কাৰিকৰবৃন্দই সিপ্ৰা নদীৰ পাৰত এখনি জাক্‌জমকীয়া চহৰ অঞ্চল গঢ়ি তুলিলে। বিপুল সমাবেশৰ বাবে জক্‌মকীয়া আৱৰণেৰে ঘেৰা বিশাল সভামণ্ডপ সজাই তোলা হ'ল চিত্ৰ-বিচিত্ৰ বিভিন্ন মণিকূট আৰু মঞ্চেৰে। নিমন্ত্ৰিত ৰজাসকলৰ বাবে পৃথক পৃথক শিবিৰ, আহুল বহল সু-সজ্জিত আলি পদুলি, দেখনিয়াৰ তোৰণ আদিৰ নিৰ্মাণেৰে এক উৎসৱমুখৰ পৰিৱেশ গঢ় ল'লৈ সেনাপতি প্ৰতাপবৰ্দ্ধনৰ নিৰ্দেশত। শুভ কাৰ্য্যৰ আগে আগে নতুন ৰজাৰ বাবে বাছকবনীয়া হাতী বিচাৰ কৰা হ'ল। কলিঙ্গৰ ৰজাই উপঢৌকনত দিয়া 'উদয়গিৰি'

নামৰ উত্তম হাতীটোকে বাছনি কৰি তাৰ চাল-চলন আৰু বশ কৰা কৌশলৰ বিস্তৃত বৰ্ণনা ৰাজকুমাৰক জনালে হাতীৰ চালকবৃন্দই। সেইদৰে কম্বোজা দেশৰ জাকভজিলিকা পক্ষিৰাজ হেন বগা বৰণৰ যুদ্ধৰ ঘোঁৰা বাছনি কৰা হ'ল নৱ অধিষ্ঠিত ৰজাৰ বাবে। ৰাজকীয় জ্যোতিষীমণ্ডলীয়ে বিবাহ আৰু অভিষেকৰ শুভ ক্ষণ গণনা কৰি দুয়োটা শুভ কাৰ্য্যই একেলগে সম্পন্ন কৰাৰ সিদ্ধান্ত ল'লে।

শুভ দিনৰ শুভ ক্ষণত সশস্ত্ৰ ৰথীয়া পৰীয়া আৰু অনুচৰবৰ্গৰ সমদল লৈ সিপ্ৰা নদী পাৰৰ অভিষেক নগৰীত উপস্থিত হ'লহি ৰাজকুমাৰ যশোধৰ। বাদ্যধ্বনি আৰু আয়তীৰ মঙ্গলাচৰণ গীতেৰে মুখৰিত হ'ল সভামণ্ডপ। পূজা মণ্ডপত দেৱী গোসাঁনীৰ প্ৰতিমূৰ্ত্তিৰ থাপনাত পূজাৰ ষোড়শোপচাৰৰ লগত ৰখা হৈছে উপৰি পুৰুষৰ হীৰা মণি অলঙ্কাৰ আৰু বিবিধ অস্ত্ৰ-শস্ত্ৰৰ সম্ভাৰ। সিংহাসন, শ্বেত ৰাজছত্ৰ, ৰাজদণ্ড, চোঁৱৰ আদি ৰাজচিহ্নৰ সম্পদেৰে সজ্জিত কৰা হৈছে চিক্‌মিকিয়া অভিষেক মঞ্চ। বিবাহৰ শুভ কাৰ্য্য প্ৰথমতে আৰম্ভ কৰা হ'ব ৰাজকুমাৰৰ পৱিত্ৰ স্নানেৰে। দৰাৰ স্নানৰ বাবে কুশবন, আম্ৰপত্ৰ সজ্জিত সোণ-ৰূপৰ কলহত সংগ্ৰহ কৰি ৰাখি থোৱা হৈছে সাগৰলৈ বৈ যোৱা নদীৰ পৱিত্ৰ জল। বিশ্বস্ত অনুচৰবৰ্গই উৰুলীকৃত জনতাক নিৰাপদ আঁতৰত ৰখাৰ পিছত সোণৰ কলহৰ পৰা সুগন্ধি জল ঢালি ৰাজকুমাৰক নোৱালে-ধুৱালে সুন্দৰী পৰিচাৰিকাগণে। চাৰণৰ উচ্চাৰিত মঙ্গল স্তোত্ৰেৰে পৱিত্ৰ স্নানৰ সামৰণি মাৰি যশোধৰ আৰু কুমাৰী অমৃতমতিৰ বিবাহৰ কাৰ্য্যবিধি আৰম্ভ কৰা হ'ল। যশোধৰে অগ্নি পূজা কৰিলে দধি, দুগ্ধ, ঘৃত, উপচাৰেৰে; পুৰোহিতবৃন্দই বিবাহমন্ত্ৰ গাই হোম যজ্ঞলৈ পঞ্চোপচাৰ উচৰ্গা কৰাৰ লগে লগে স্তুতিকাৰে বন্দনা গীতিৰে যশোধৰ-অমৃতমতিৰ শুভ বিবাহৰ ঘোষণা কৰিলে আয়তীৰ গীত মাতৰ কোলাহলৰ মাজত।

নৱবিবাহিত ৰাজকুমাৰৰ হাতত ৰাজচিহ্ন প্ৰদানেৰে অভিষেক পৰ্ব আৰম্ভ কৰা হ'ল সিংহাসন আৰোহণৰ প্ৰশস্তি গীতেৰে। শ্বেত ৰাজছত্ৰ গ্ৰহণ কৰি ৰাজকুমাৰ সিংহাসনত উপবিষ্ট হোৱাৰ পিছত ৰাজকীয় শিৰস্ত্ৰাণ আৰু তৰোৱাল পৰিধান কৰোৱাই যশোধৰক অৱন্তি দেশৰ ৰাজৰাজেশ্বৰ ছত্ৰধাৰী সম্ৰাট বুলি জয়ধ্বনি দিলে; বীণ-বাঁহীৰ সুৰে সুৰে নাৰী কণ্ঠৰ গীতৰ ঝঙ্কাৰ উঠিল, জ্যেষ্ঠসকলে জাউৰিয়ে জাউৰিয়ে আশীৰ্বাদ আৰু অভিবাদন জনালে। বিবাহ আৰু অভিষেক উৎসৱৰ সিমানতে সামৰণি পৰিল।

হৰ্ষোল্লাসিত জনতাৰ অভিনন্দনৰ মাজেৰে নৱবিবাহিত ৰজা-ৰাণীয়ে ৰাজকন্যনীয়া হাতী 'উদয়গিৰি'ৰ পিঠিত আসন লৈ যাত্ৰাৰ সূচনা কৰিলে উজ্জয়নীৰ ৰাজপ্ৰাসাদ অভিমুখে। উদয়গিৰিৰ কাষত থিয় হ'লহি ঢাল বৰ্ম পৰিহিত ৰজাৰ বিশ্বস্ত অনুচৰবৰ্গ আৰু অসিধাৰী ৰথীয়া পৰীয়াগণ। অস্ত্ৰী পৰিচাৰকৰ দ্বাৰা অকাল-কুষ্মাণ্ডবোৰক শুভ দৃষ্টিৰ পৰা আঁতৰাই ধীৰে ধীৰে আগ বাঢ়িল বৰ বধুৰ নৱ-যাত্ৰা সুশোভিত ৰাজপথেৰি। হেজাৰে-বিজাৰে ডেকা বুঢ়া, ল'ৰাৰ সমসোপ হেন্দোলদোপ হ'ল উজ্জয়নীৰ ৰাজপথত। শাৰী শাৰী অট্টালিকাৰ জানালাৰ কাষে কাষে উৎফুল্ল পুৰনাৰীগণে জুমে বাহিলে। ঢোল-

খোল, বীণ-বাঁহীৰ বাদ্যধ্বনি, জনতাৰ হৰ্ষধ্বনি আৰু হাতী, ঘোঁৰাৰ গৰ্জনিৰ মিলিত কোলাহলেৰে আকাশ নিনাদিত হৈ উঠিল।

ইফালে গৃহ প্ৰৱেশৰ আগমুহূৰ্ত্তত বাহিৰে ভিতৰে উখল মাখল লাগিছে উজ্জয়নীৰ ৰাজপ্ৰাসাদত। শাৰী শাৰী শুভ্ৰ পতাকা উত্তোলিত জল্‌মলীয়া প্ৰাসাদত ৰঙিয়াল বাওনাবোৰে নানান ভঙ্গিমাৰ খেল প্ৰদৰ্শনেৰে আমোদৰ ৰগৰ তুলিছে, পোহনীয়া চৰাইবোৰে সুৱদি কণ্ঠেৰে কুকলিয়াইছে, ৰূপহী গাভৰুহঁতৰ কোনোজনীয়ে সাজিছে-কাচিছে, কোনোজনীয়ে ৰাজচ'ৰা সজাইছে-পৰাইছে, কোনোজনীয়ে পুষ্প, প্ৰদীপ, পাণ বটাৰ যোগান ধৰিছে। অমঙ্গলীয়াবোৰক চকুৰ আঁতৰ কৰি বৃদ্ধা পৰিচাৰিকাবোৰে ৰচকীহঁতক অযথা খৰখেদা লগাইছে। অৱশেষত সৈন্য সামন্ত, হাতী-ঘোঁৰাৰ সমদল লৈ নৱ-বিবাহিত ৰজা পদাৰ্পণ কৰিলেহি প্ৰাসাদ প্ৰাঙ্গনত। নিনাদিত হ'ল শঙ্খ, উৰুলীৰ মঙ্গলধ্বনি। নৱ-বৰবধুক গন্ধ, পুষ্প, প্ৰদীপ আৰু চাৰণৰ প্ৰশস্তি গীতেৰে আদৰণি জনাই উৰুলীকৃত হ'ল জাজ্বল্যমান ৰাজপুৰী। * □□

---

**YASASTILAKA AND INDIAN CULTURE** 27, 28

* After the Coronation, Yaśodhara and his bride mounted the elephant Udayagiri, and the royal procession started from the bank of the Sipra on its way to the capital Trustworthy followers, equipped with armour, and others armed with swords guarded the king, while attendants, wielding various weapons, cleared the road and removed inauspicious persons such as women in periods, eunuchs, men with deformities, and the like. The elders recited congratulatory verses, and women sang to the flute and the lyre. The neighing of horses and the trumpeting of elephants mingled with the sound of drums.

The procession passed through the streets of the decorated city, the terraces and windows of the buildings being crowded with women eager to have a look at the royal pair. Meanwhile, in the palace, the aged lady superintendents of the royal household were stirring up the maids and attendants with admonitions and directions preparatory to the reception of the king..... Madanā was asked if she was sleeping even at that hour and told to make preparations for the ceremonial waving of lights. Kuraṅgī was ordered to prepare cosmetics, and Mālati to decorate the throne; while Kalahaṁsī was urged to get the betel-stand ready, and Madhukarī the flywhisks. The eunuch was advised to step aside, the Kirāta to remain indoors, the dwarf to indulge in sports, and the chamberlain to set about his business in right earnest; and even the tame birds were asked to put forth joyous notes. On arrival at the palace, bedecked with white flags, the king was welcomed by the bard Kirtisāhāra with a poetical description of the noble edifice.

# অৱন্তিৰ শাসনতন্ত্ৰ আৰু নীতিবাক্যমালা

*শিশু সন্ন্যাসী অভয়ৰুচিয়ে ৰজা মাৰদত্তক অৱন্তিৰ ৰাজ অভিষেকৰ কথা শুনাই নৱ-অধিষ্ঠিত ডেকা ৰজাৰ দৈনন্দিন কৃতকৰ্মৰ বিশদ বিৱৰণ দিয়ে ঃ*

............সূৰ্যোদয়ৰ হেঙুলী আভাৰে উজ্জয়নীৰ পূব আকাশ ৰাঙলী হৈ উঠাৰ লগে লগে প্ৰাসাদৰ চাৰণবৃন্দই উষাৰ বন্দনা গীতেৰে নৱ-বিবাহিত যুৱৰাজৰ নিদ্ৰা ভঙ্গ কৰে। সূৰ্যোদয় আৰু অৱন্তিৰ দৰবাৰৰ ৰূপ বৰ্ণোৱা মনোৰম গীতত সাৰ পাই যশোধৰে পদাৰ্পণ কৰে ৰাজ দৰবাৰত।

**ৰাজধৰ্ম নিয়ন্ত্ৰণ**

যুৱৰাজৰ আগমনৰ আগেয়েই ৰাজসভাত উপস্থিত হৈছেহি ন্যায়নিষ্ঠ প্ৰশাসক, নিৰপেক্ষ বিচাৰক, তৰ্কশাস্ত্ৰ আৰু বিচাৰ শাস্ত্ৰৰ অভিজ্ঞ পণ্ডিতমণ্ডলী। মন্ত্ৰণা-কক্ষত নৈয়ায়িকসকলে ৰাজ্যৰ বিভিন্ন বিষয়ৰ বিবিধ দিশত আলচ কৰি যুৱৰাজক দিহা-পৰামৰ্শ আগবঢ়ায়। 'দৈৱ আৰু পুৰুষকাৰ' সম্পৰ্কীয় শাস্ত্ৰ কথাৰেই প্ৰথমতে আলোচনা কৰি মন্ত্ৰীমণ্ডলীয়ে সিদ্ধান্ত লয় যে,

'যিহেতু ভাগ্যৰ লিখন কোনেও খণ্ডন কৰিব নোৱাৰে, মানুহৰ অহোপুৰুষাৰ্থৰ কৰ্মফল দৈৱইহে নিৰ্দ্ধাৰণ কৰিব পাৰে; গতিকে ৰাজধৰ্ম নিয়ন্ত্ৰণত দৈৱ আৰু পুৰুষকাৰৰ দুয়ো দিশ বিচাৰ কৰি শাসন-তন্ত্ৰৰ নীতি নিৰ্দ্ধাৰণ কৰা হওক।'

মন্ত্ৰীমণ্ডলীৰ গোপন আলোচনাত ভাগ লৈ প্ৰথম বক্তা 'বিদ্যামহোদধি' নামৰ মন্ত্ৰীজনে কয়,

"ন্যায় আৰু ধৰ্ম পালনেই ৰজাৰ কৰ্ত্তব্য। যিহেতু ভাগ্যলিপি অখণ্ডনীয়, ন্যায়নিষ্ঠভাৱে প্ৰজা পালন কৰি ৰজাই প্ৰতিপক্ষৰ লগত যুদ্ধ-বিগ্ৰহত লিপ্ত নোহোৱাটোৱেই নীতিসঙ্গত হ'ব। ভাগ্যৰ বলত লাভ কৰা সম্পদ ৰজাই সুখে শান্তিৰে ভোগ কৰক। কঠোৰ শ্ৰম কৰিও মানুহে বিনা কাৰণে যাতনা ভুগে। নিষ্কৰ্মাজনৰো দৈৱ নিৰূপিত ভাগ্যফল এদিন নহয় এদিন ফলিয়ায়। যুদ্ধ আৰু শান্তিৰ কালত ভাগ্যদেৱী সুপ্ৰসন্ন নহ'লে ধন-জন-মন্ত্ৰণা সকলো অৰ্থহীন।"

প্ৰথম বক্তাৰ অদৃষ্টবাদী ধাৰণাবোৰ প্ৰতিবাদ কৰি জড়বাদী বক্তা এজনে নিজৰ 'চাৰ্বাক' মতবাদ প্ৰতিপন্ন কৰে,

"সফলতা কেৱল মানুহৰ নিজস্ব শ্ৰমৰ ওপৰত নিৰ্ভৰ কৰে। ভাগ্যৰ লিখন বিশ্বাস কৰা অমূলক। দৈৱ মানুহৰ পূৰ্বজন্মৰ কৰ্ম আৰু কামনা বাসনাৰ ফল বুলি সৰ্বসাধাৰণে কৰা ধাৰণাবোৰ জড়বাদে মানি নলয়। কপালৰ লিখনত নিৰ্ভৰ কৰা মানুহে আৰ্জিত সম্পদ যে এদিন নহয় এদিন হেৰুৱাব, ই প্ৰকৃসত্য। দৈৱক বিশ্বাস কৰি

পুৰুষাৰ্থ ত্যাগ কৰা ৰজাক লক্ষ্মীদেৱীয়ে লাগ নিদিয়ে, জ্ঞাতি মিত্ৰ সকলোৰে সেইজনে আনুগত্য হেৰুৱায়। মনোবল আৰু বাহুবল নোহোৱা ৰজাই কেৱল গ্ৰহ বলেৰে অসাধ্য সাধন কৰিব নোৱাৰে।"*

উপৰোক্ত দুয়োটা বক্তব্যৰ মধ্যস্থতা কৰি 'কবিকুলশেখৰ' নামৰ মন্ত্ৰীজনে কয়,

"দৈৱ আৰু পুৰুষাৰ্থ দুয়োটাৰ মাজেৰেই মানৱ জীৱনৰ সংগ্ৰাম হ'লেও বাহুবলৰ পৰিশ্ৰমেহে কৃতকাৰ্য্যতাৰ দিক্ নিৰ্ণয় কৰে। মহাভাৰতৰ অনুশাসন পৰ্বই দৈৱতকৈ পুৰুষাৰ্থৰ ওপৰতহে গুৰুত্ব দিছে। সফলতা যদি বিনা প্ৰচেষ্টাই আহে, তেতিয়া ই দৈৱফল বুলি ধৰা যায়, কিন্তু অন্য সকলো ক্ষেত্ৰত ব্যক্তিগত প্ৰচেষ্টাৰ দ্বাৰাইহে মানুহে সফলতা লাভ কৰে। ৰোগ যেনেকৈ ঔষধ আৰু শৰীৰৰ শক্তি দুয়োটাৰে গুণত নিবাৰণ হয়, সেইদৰে দৈৱ আৰু পুৰুষাৰ্থ দুয়োটাৰে মিলিত শক্তিৰ দ্বাৰাই মানুহে কৃতকাৰ্য্যতা লাভ কৰে। দৰাচলতে পুৰুষাৰ্থই কৃতকাৰ্য্যতাৰ ঘাই উৎস, দৈৱ জ্ঞানেন্দ্ৰিয়ই ঢুকি নোপোৱা এক বাহ্যিক শক্তি।"**

শাস্ত্ৰ আলোচনাতকৈ ৰাজনীতি আলোচনাৰ আৱশ্যকতাৰ ওপৰত গুৰুত্ব দি এজন যুৱ মন্ত্ৰীয়ে কয়,

"প্ৰতিদ্বন্দ্বী আৰু ক্ষমতাশালী দেশবোৰৰ সম্পৰ্কত পৰৰাষ্ট্ৰ নীতি নিৰ্দ্ধাৰণ কৰাটো অধিক প্ৰয়োজনীয় বিষয়। আপোছ মীমাংসা, উপঢৌকন প্ৰেৰণ, শত্ৰু বিভাজন আদি কূটনীতিৰে পৰৰাষ্ট্ৰক দমন কৰিব নোৱাৰিলেহে যুদ্ধত লিপ্ত হোৱা উচিত। দুৰ্জয় শত্ৰুদেশক মিলিত শক্তিৰ প্ৰচণ্ড যুদ্ধৰ দ্বাৰা পৰাস্ত কৰিব লাগে; প্ৰতিদ্বন্দ্বী দেশক অন্য সমশক্তিৰ লগত যুঁজ লগোৱাই দমন কৰিব লাগে, যেনেকৈ উগ্ৰ বনৰীয়া হাতীক শিকনি লোৱা হাতীৰ দ্বাৰাইহে কৰায়ত্ত কৰিব পৰা যায়। নগণ্য শত্ৰুক চূৰমাৰ কৰিব লাগে, কিয়নো সিংহৰ পোৱালীয়েও প্ৰকাণ্ড হাতীৰ মৃত্যু ঘটায়। যেনে শত্ৰু তেনে ব্যৱস্থা।

---

**YASASTILAKA AND INDIAN CULTURE** 146

* The Views of Vidyāmahodadhi are attacked by another minister described as a materialist, who regards personal endeavour as the sole guarantee of success. As a follower of Cārvāka doctrines, he cannot, of course, accept any unseen agency like fate, but his views in this respect do not materially differ from those of the *Yogavāsiṣṭha*, which, too, glorifies personal effort and denies the existence of fate, although a Cārvāka would not certainly accept its theory that the so-called fate of popular imagination is nothing more than the sumtotal of the actions and desires of previous births.[1]

"..................What, o king, can the power of the moon in the sky[3] do for those who have no strength in their arms nor any strength of mind?"

---

1. Cf. *Matsyapurāṇa* 221. 2 : स्वमेव कर्म दैवाख्यं देहान्तरार्जितम्. The Jain Amitagati also identifies fate with the Karma of previous births, representing it as an all-powerful agency which none can escape. *Subhāṣitaratnasaṁdoha*, verses 343-374.

3. i.e. planetary influence

বিভেদৰ গুটি সিঁচি শত্ৰুক খণ্ড খণ্ড কৰা অতি আৱশ্যক। এনেবোৰ কূটনীতিত পাৰদৰ্শিতা লাভ কৰিব নোৱাৰা ৰজা খোৰা আৰু কণাৰ সদৃশ। ক্ষমতাবিহীন ৰজাই খোৰাৰ দৰে মেধাশক্তি খটাব নোৱাৰে, মেধাহীন ৰজাই কণাৰ দৰে ক্ষমতা প্ৰয়োগ কৰিব নোৱাৰে।"

নীতিজ্ঞসকলৰ বক্তব্যৰ শেহত প্ৰধান মন্ত্ৰীয়ে ডেকা ৰজাক মন্ত্ৰণা দিয়ে,

"হে ৰাজন! কূট কৌশলেৰে দেশ শাসন কৰি নিপুণ ৰাজনীতিজ্ঞ হওক। বাৰীচোৰাই গৃহস্থৰ বাৰী পতাৰ দৰে ৰজায়ো বুদ্ধিৰে দেশ শাসন কৰিব লাগে। কাঁইটীয়া গছবন চৌহদৰ পৰা উঘালি পেলোৱাৰ দৰে সৰু-সুৰা শত্ৰুবোৰ ৰাজ্যৰ পৰা বহিষ্কাৰ কৰক; মিলিত শক্তিক বিভাজন কৰিব; উচ্ছন্ন হোৱাবোৰক পুনৰ সংস্থাপন কৰিব; ফুলি থকা গছৰ পৰা যেনেকৈ ফুল সংগ্ৰহ কৰা হয়, সেইদৰে বিত্তশালী লোকৰ পৰা কৰ-

---

**YASASTILAKA AND INDIAN CULTURE 146**

** The next speaker is a minister named Kavikulaśekhara who tries to effect a compromise between the views of the two previous speakers. He recognises both fate and effort as determining factors in the life of man, although he gives greater importance to effort, and his point of view is the same as that developed in the Mahābhārata (Anuśāsanaparva, chap. 6), which likewise admits the existence of fate, but lays by far the greater emphasis on personal endeavour.†

Kavikulaśekhara opines that when success comes without being deliberately aimed at, it is to be attributed to fate; in all other cases personal exertion must be held to be the determining cause When a serpent comes in contact with a man in his sleep and he remains unhurt, his safety is to be attributed to fate, but when the reptile is seen and avoided, the determining factor is one's personal effort. Fate and personal effort often help each other, and their mutual relation is like that of medicine and the vitality of a patient...................

Nevertheless the speaker recognises personal endeavour as the governing principle of human activity and dismisses fate as something outside the range of sense experience‡.

---

†The *Matsyapurāṇa* (Chap. 221) admits a third factor, *kāla*, (दैवं पुरुषकारश्च कालश्च पुरुषोत्तम। त्रयमेतन्मनुष्यस्य पिण्डितं स्यात् फलावहम्॥) but gives the palm to *puruṣakāra*. The *Sūtrakṛtāṅga* 1,1,2,4 gives equal importance to fate and human exertion. See also Jacobi : *Jaina Sūtras*, II, p. 240. They are treated as mutually dependent in Haribhadra's *Viṁśativiṁśikā*, section5.

‡ Cf. *Yogavāśiṣṭha*, op. 7. 6. The discussion of the ministers reminds one of the tenets of the early Jewish sects about destiny and free will. The Essenes exempted nothing from the sway of destiny. The Sadducees denied destiny altogether. The Pharisees 'held the middle ground—some things, but not all, are the work of destiny; some are in man's own power to determine whether they shall come to pass or not.' Moore : *Judaism*, Vol. I, p.457. The Sadducees supposed that 'all our actions are in our own power.' The Pharisees ascribed everything to fate, and yet allowed that to do right or wrong is within the power of each individual, although fate does co-operate in his action. Peters : *The Religion of the Hebrews*, p. 421.

কাটল উঠাব; দুৰ্বল প্ৰজাক গছপুলি যতন কৰাৰ দৰে তত্ত্বাৱধান লওক; ঘনকৈ গজি অহা বন-জঙ্গল পাতলীয়া কৰাৰ দৰে ডাঙৰক সৰু কৰি ৰখা বাঞ্ছনীয়; ওখ হোৱা গছ হ্ৰাওলাই ৰখাৰ দৰে কৌলীন বৰ মানুহক সমীহ কৰাই ৰাখিব। বলৱন্ত পৰাক্ৰমীবোৰক বড়গছ পেলোৱাদি উৎখাত কৰিব; সামান্যতম শত্ৰুৰ ওপৰতো যথোচিত ব্যৱস্থা লৈ কণ্টকবিহীন হওক!"

ৰাজসভাৰ গোপন আলোচনাৰ সামৰণি পৰাৰ পিছত মন্ত্ৰীবৰ্গৰ নিৰ্দেশত প্ৰতিদ্বন্দ্বী ৰজাবোৰলৈ কটু ভাষাৰে ৰাজপত্ৰ প্ৰেৰণ কৰা হয় অৱন্তিৰাজৰ সাৰ্বভৌমত্ব স্বীকাৰ কৰাৰ অৰ্থে। ৰাজপত্ৰৰ কটু ভাষা বিনিময় কৰোঁতে অন্য দেশৰ ৰজাৰ লগত মধুৰ আচৰণ কৰিবলৈ কটকীক সতৰ্ক কৰি দিয়ে; কিয়নো ৰাজদূতৰ ৰুক্ষ আচৰণে ক্ষমতাশালী সম্ৰাটৰো বিঘিনি ঘটাব পাৰে।

## চোৰাংচোৱা সম্বাদ

এনেতে সন্ধি-বিগ্ৰহী (যুদ্ধ আৰু শান্তি সচিব) বিষয়াই ৰাজসভাত ঘোষণা কৰে যে, দেশ বিদেশৰ ভু-ভা লৈ 'শঙ্খনক' নামৰ ৰজাৰ বিশ্বস্ত চোৰাংচোৱাজন চৰবৃন্দৰে সৈতে উজ্জয়নীলৈ ফিৰি আহিছে। চোৰাংচোৱাৰ বিতং প্ৰতিবেদন ততালিকে গ্ৰহণ কৰিবলৈ সিদ্ধান্ত লৈ শঙ্খনকক ৰজাৰ সমুখত উপস্থিত কৰোৱা হ'ল। ফকীৰৰ ছদ্মবেশত ঘূৰি দেশৰ বাটে-ঘাটে দেখা কিছুমান কৌতুকপূৰ্ণ অভিজ্ঞতাৰ কথা ৰজাক প্ৰথমতে কৈ শুনালে গুপ্তচৰে। তাৰ কথাত আমোদিত হৈ যশোধৰে 'পামৰোদাৰ' নামৰ এজন মন্ত্ৰীৰ কুশল বাতৰি জানিবলৈ বিচাৰিলে। জ্ঞানী আৰু নিৰ্মল চৰিত্ৰৰ বুলি খ্যাতি থকা গুণে এইজন মন্ত্ৰীক ৰজাই নিযুক্তি দিছিল প্ৰদেশ এখনৰ প্ৰশাসক ৰূপে। কিন্তু মন্ত্ৰী পামৰোদাৰৰ অনেক অপকৰ্মৰ ভু-পোৱা শঙ্খনকে ভয়ে ভয়ে ৰজাক প্ৰাৰ্থনা জনালে,

"প্ৰভু! আপোনাৰ অলক্ষিতে দেশত ঘটিব ধৰা কথাবোৰৰ বিষয়ে যি কথা ক'ম, সত্য ক'ম। কিন্তু দেশৰ অৱস্থাৰ সত্য কথা ক'বলৈ ল'লে মোৰ বক্তব্যই আংশিক ভাৱে আপোনাৰ গাতো চেকা পেলাব পাৰে। কিয়নো স্বেচ্ছাচাৰী ৰাজ বিষয়াই ক্ষমতাৰ অপপ্ৰয়োগ কৰিলে দেশৰ অধিপতিৰ ওপৰতহে দোষ পৰে। ৰাজপুৰুষসকলৰ অত্যাচাৰৰ দৃষ্টান্ত দি ৰাজ্য জুৰি বিজ্ঞসকলে নীতি বচনৰ পদ ৰচনা কৰাৰ বাতৰি পাইছোঁ। দেশৰ গুণী জ্ঞানী কবিসকলেও ব্যঙ্গ কবিতা ৰচি ৰাজবিষয়াৰ প্ৰতাৰণাৰ পৰা ৰজাক সাৱধান হ'বলৈ সকিয়নি দিছে। মই নিজে নিৰীক্ষণ কৰি পোৱা অভিযোগবোৰৰ বিষয়ে কোৱাৰ আগতে সেই নীতি বচন আৰু ব্যঙ্গ পদবোৰহে দোহাৰিবলৈ আজ্ঞা দিব লাগে।" কথা দীঘলীয়া নকৰি ঘটনাৰ বিতং বাতৰি নিসঙ্কোচে ক'বলৈ ৰজাই চোৰাংচোৱাক অনুমতি দিয়ে।

দুৰ্বল ৰজাই প্ৰশাসনৰ দুৰ্নীতি অনুসন্ধান নকৰাৰ বাবে সমালোচনা কৰা বচনবোৰ শঙ্খনকে গাই শুনায়, "*স্বৰ্গদেউ! জ্ঞানীসকলৰ নীতিবচনৰ সাৰ কথা এয়ে যে, দেশৰ নিৰ্বলী ৰজা আৰু অসৎ মন্ত্ৰীৰ শাসনত প্ৰজাই দৈৱৰ কৃপাতহে বাচি থাকে! প্ৰজাৰ মনৰ কথাৰ*

ভু ল'বলৈ কৌতূহল নথকা ৰজাৰ সম্পত্তি আৰু জীৱন নাশৰ পদে পদে ভয়।"

দুৰ্বল চিত্তৰ ৰজাৰ বিষয়ে বিদ্বজ্জনে কোৱা কথা গুপ্তচৰে পুনৰ ৰজাক শুনায়,

"প্ৰভু! চিলনীৰ প্ৰকোপ থকা বড় গছত সৰু চৰায়ে সহজে বাঁহ ল'ব নোৱাৰাৰ দৰে দলি চপৰা হেন ৰজা আৰু দুষ্টমতি মন্ত্ৰীৰ শাসনত সৎ জ্ঞানীলোকে সুখে শান্তিৰে বাস কৰিব নোৱাৰে। গুৰি গছত সাপে মেৰাই থাকিলে মানুহে জানো গছ বগাব পাৰে? জানি শুনি কোনেনো বৰবিহ গিলিব? যি ৰজাই অসৎ মন্ত্ৰীৰ দিহা মতে চলে আৰু কু কথাৰ গম ধৰাৰ অন্তৰ্দৃষ্টি নাই, তেনে ৰজাৰ শাসনত মন্ত্ৰীয়ে গুণীজনলৈ পিঠি দিয়ে, সেয়ে হ'লে দুষ্টলোকে ক্ষমতা পায়, উপযুক্ত লোকে সুযোগ সুবিধা হেৰুৱায়।"[4]

দুৰ্নীতিপৰায়ণ মন্ত্ৰীৰ দৃষ্টান্ত দি গুপ্তচৰে সাৰুৱা কথা কয়,

"স্বৰ্গদেউ! এইবাৰ শুনক মন্ত্ৰীৰ অপযশ! অৰ্থলোভী মন্ত্ৰীবোৰেই দেশৰ শত্ৰু বুলি মানুহে কোৱাকুই কৰিছে। ধনৰ প্ৰতি লোভ নথকা মন্ত্ৰী থাকিলেহে বোলে দেশ ঐশ্বৰ্যশালী হ'ব। বিজ্ঞসকলে কৈছে, ৰজা-প্ৰজা উভয়ৰে শত্ৰু দুৰ্নীতিপৰায়ণ মন্ত্ৰীবোৰে ৰাজকোষ শূন্য কৰে, দেশৰ গুণীজনৰ বিঘিনি ঘটায়, সেনাক বিদ্ৰোহ কৰিবলৈ উচটায়। ফলস্বৰূপে ৰাজ্য ধ্বংস হয়। শিয়ালে যেনেকৈ চিকাৰ কৰা জন্তুৰ কিঞ্চিত মঙহ সিংহক দেখুৱাই বাকী গোটেইখিনি নিজে খায়, সেইদৰে দুষ্টমতি মন্ত্ৰীয়েও অজ্ঞ ৰজাক বঞ্চিবলৈ বিনিয়োজিত ধনৰ কিঞ্চিত অস্থায়ী লাভ দেখুৱাই সমগ্ৰ ধন আত্মসাৎ কৰে। ভাত ৰন্ধা চৰুৰেই যদি ৰন্ধা ব্যঞ্জন শোহি লয়, সেই চৰুত ভাত ৰান্ধি খাব পাৰি জানো?"[5]

মন্ত্ৰী পামৰোদাৰৰ অত্যাচাৰৰ বৰ্ণনা দি শঙ্খনকে কয়, "স্বৰ্গদেউ! মন্ত্ৰী

---

**YASASTILAKA AND INDIAN CULTURE**

4. "Who can resort to a tree that has a serpent coiled round its trunk? What wise man enters a tank with thorns in it? Who ever partakes of poisoned food ? Who can serve a king whose welfare is marred by a villain of a minister ? How can the good have any scope in a realm where the king lacks in discernment, the minister turns his face away from those who have merit, and villains are in power?" p.151.

5. " An enemy he is in the guise of a minister, who empties the royal treasury, ruins the people, stirs up rebellion in the army, and does harm to the leading citizens" p.152.

"If ministers sometimes show to ignorant kings a slight transitory profit from some investment, it is with a view to misappropriating the entire amount; just as certain jackals, showing to the lion a small portion of the game, ate all of it themselves! A minister creates an impression of his own honesty on the mind of the king lest the latter should find out the truth from another while he is misappropriating public money† p.154.

---

† *"The emperor's councillors are swindlers," declares a chronicler speaking of the conditions in Germany on the eve of the Reformation; "they nearly all grow rich while the emperor grows poor." Quoted by Janssen; History of the German People at the close of the Middle Ages, ii.84.*

পামৰোদাৰে দুখীয়া ৰায়তৰ জীৱন হাইৰাণ কৰিছে। খেতিৰ ভৰ বতৰত কৃষক যেতিয়া পথাৰত গুটি সিঁচা কামত ব্যস্ত থাকে, মন্ত্ৰীয়ে তেতিয়া তাহঁতৰ পৰা বিনা মজুৰীৰে শ্ৰম আদায় কৰে; শস্য চপোৱাৰ আগতেই ৰায়তৰ পৰা ৰাজহ সংগ্ৰহ কৰে; অন্যথাই উচ্ছৃঙ্খল সৈন্যবাহিনী চলাই পথাৰৰ পকা ধানৰ শস্য নষ্ট কৰোৱায়। এইবোৰ উপদ্ৰৱে দেশলৈ আকাল নানিবনে? প্ৰভু! মহা অধৰ্মী পামৰোদাৰৰ পাপাচাৰৰ সীমা চেৰাইছে। সেই দুৰাচাৰীয়ে ব্ৰাহ্মণ সজ্জনৰ দেৱোত্তৰ মাটি কাঢ়িছে, মন্দিৰৰ সোণৰ মূৰ্ত্তি চুৰ কৰিছে, আপনাৰ দেৱমূৰ্ত্তি গলাই তাৰ ঠাইত নকল মূৰ্ত্তি পাতিবলৈও কুণ্ঠাবোধ কৰা নাই। তেওঁ এফালে বিগ্ৰহ বেচে আৰু আনফালে ধৰ্মোৎসৱৰ আয়োজন কৰে।"

আচম্বিতে মন্ত্ৰী পামৰোদাৰৰ কু-কীৰ্ত্তি শুনি ডেকা ৰজা যশোধৰে বিস্ময় মানে। নিৰ্বাক ৰজাই চোৰাংচোৱাৰ কথাত পতিয়ন যোৱা নাই বুলি ভাবি শঙ্খনকে পুনৰ দোহাৰিলে,

"প্ৰভু! আপোনাৰ অগোচৰত হোৱা ঘটনাবিলাকৰ বিষয়ে গুপ্তচৰে দেখা কথাবোৰেই আপুনি নিজে দেখা বুলি ধৰি লোৱা যুগুত। গুপ্তচৰৰ নিজৰ বিচাৰ বুদ্ধিৰ দৃষ্টিয়েই ৰজাৰ দৃষ্টি। বিজ্ঞজনে কৈছে বোলে চৰক বিশ্বাসত নল'লে অন্ধই খাবলৈ লোৱা গাখীৰ মেকুৰীৰ খাদ্য হোৱাৰ দৰেই দেশৰ প্ৰজা অশিষ্ট মন্ত্ৰীৰ দয়াৰ ওপৰতহে বাচি থাকিব লাগিব।"

মন্ত্ৰীৰ কপট আচৰণৰ বিষয়ে শঙ্খনকে ৰজাক জ্ঞানৰ কথা শুনায়,

"স্বৰ্গদেউ! লালচী মন্ত্ৰীয়ে দেশৰ সম্পদৰ দিনবোৰ যম দেখাৰ দৰে দেখে; কিয়নো সম্পদৰ দিনত ৰজাই তেওঁক অপকাৰ কৰিব পাৰে। সেয়েহে শান্তিৰ দিনতো নিৰ্দোষী প্ৰজাক জুলা জুইৰ দৰে উৎপীড়ন কৰি বিপদ মাতে। প্ৰজাৰ ৰাজভক্তি বাঢ়িলে ৰজাই মন্ত্ৰীক উপেক্ষা কৰিব বুলি অনুগত প্ৰজাৰ মাজত বিদ্বেষ জগাই ৰাজদ্ৰোহী কৰিবলৈ বিচাৰে। অনাচাৰীহঁতে ইচ্ছা কৰিয়েই ৰাজহুৱা ধন অপচয় কৰে। ৰাজকোষ উদং কৰিলেহে ৰজাক পাখি কটা চৰাইৰ দৰে সহজে বশ কৰিব পাৰিব! মন্ত্ৰী পামৰোদাৰে আপোনাৰ শত্ৰু হানি কৰক ছাৰি শত্ৰু বঢ়াইছেহে। যি আপোনাৰ নিৰন্তৰ অনিষ্ট সাধি আহিছে, সিনো বিপদৰ দিনত কি তৰিব?"*

---

**YASASTILAKA AND INDIAN CULTURE**

*** "Like an outbreak of fire, he oppresses the innocent population even in peaceful times, because a king whose realm is prosperous is sure to do some harm (to his ministers), like the god of death. He creates disaffection among the loyal citizens, because a king with a large following is like a mountain and comes under no one's influence. He squanders public funds, because a king with a depleted treasury can be tackled with ease, like a bird whose wings are cut off. He consolidates your enemies, because a prince overwhelmed by peril is like an invalid, and gives no offence to his counsellors. He never tolerates any highborn person, thinking that a king in the grip of any particular individual is, like an elephant, unlikely to come under the influence of others. Who would believe that such a man would be of any help in the preservation of life or the protection of property in times of danger? Because, how can a minister who strives to do continuous harm even in easy circumstances exert himself for the good of his master in times of peril?" p.66.**

ৰাজ্যৰ ভালেমান গুণী-জ্ঞানী বিদ্বানলোক পামৰোদাৰৰ বাবেই দেশান্তৰী হ'বলগীয়া হ'ল বুলি শঙ্খনকে ৰজাক সোঁৱৰায়,

"অন্য দহজন শুদ্ধ চিত্তৰ মানুহৰ দৰে তাৰ ৰজাৰ প্ৰতি সদ্ভাৱ থকা হ'লে, প্ৰজাৰ হিত চিন্তা কৰা সৎ পণ্ডিতমণ্ডলীৰ সি সৰ্বনাশ নঘটালেহেঁতেন। শ্ৰেষ্ঠ কবিৰ পোষকতা কৰি অন্য ৰাজ্যৰ ৰজাই চন্দ্ৰ-সূৰ্য্যৰ দৰে যাউতিযুগীয়া খ্যাতি আৰ্জিছে; তেনেস্থলত ৰজাৰ যশকীৰ্ত্তিৰ প্ৰশস্তি ৰচনা কৰা মহাকবি 'হৰ'ক মন্ত্ৰীয়ে সহিব নোৱাৰিলে; 'সম্পদ যদি মঙ্গলময় নহয় সেই সম্পদৰ কোনো প্ৰয়োজন নাই' বুলি সি মন যোগোৱা কথাৰে হৰৰ নিচিনা গুণগ্ৰাহী কবিক দেশান্তৰ কৰালে। ইমানতে ক্ষান্ত নাথাকি কবি 'কুমুদ'ৰ ধৰ্ম বিশ্বাসত আঘাত কৰি তেওঁৰ অৰ্থহানি কৰালে, কবি 'ত্ৰিদাস'ৰ পেটৰ ভাত মাৰিলে, কবি 'শঙ্কৰ'ক সৰ্বস্বান্ত কৰিলে।"

ৰজাক বিস্মিত কৰি বিভিন্ন কবিয়ে ৰচনা কৰা ব্যঙ্গপদবোৰৰ সাৰ কথা শুনালে গুপ্তচৰে,

"হে ৰাজন! দুৰাচাৰী মন্ত্ৰীহঁতে আড়ম্বৰপূৰ্ণ বেশভূষা কৰি সঙ্কট নিবাময়ৰ নামত অযথা তৎপৰতা দেখুৱায়; সেইবোৰ চং দি আপোনাৰ নিচিনা সৰল ৰজাৰ আগত সৎ আৰু অনুগত হোৱাৰ ভাও জুৰে। মন্ত্ৰীৰ বৈ পৰা দীঘল সাজপাৰবোৰ ব্যাধৰ গা ঢকা দীঘল চোলাৰ লেখীয়া। ব্যাধে জানিবা দীঘল চোলাৰে গা ঢাকি পশু বধ কৰে, মন্ত্ৰীয়ে জলমলীয়া হলৌ পোচাক পিন্ধি সজ্জন বধে। তেওঁলোকে সৎলোকৰ দুৰ্বলতা ধৰা পেলাবলৈ শিয়ালৰ দৰে জোপ লৈ লৈ চল বিচাৰি ফুৰে। তেওঁলোকৰ দীঘল দীঘল দাড়ি আৰু চুলিবোৰ অবোধ মূৰ্খবোৰক মাছৰ দৰে ধৰিবলৈ পেলোৱা খেৱালী জালৰ দৰে। তেৰাসৱৰ বৃহৎ উদৰবোৰ মাছ খোৱা বৰটোকোলাৰ কপট কৌশল জমা কৰা বিলখনৰ দৰে। ডাণ্ডৰীয়াসকলৰ কপট কৌশলৰ ফান্দত অবোধ মূৰ্খবোৰ পৰৱন্তি জালত মাছ পৰাৰ দৰে পৰে।"[৬]

মন্ত্ৰীৰ প্ৰকৃত ৰূপ উদঙাই চোৰাংচোৱাই কয়,

"তেৰাসৱৰ বিভিন্ন ৰূপৰ মহিমা বুজা বৰ টান। ক্ষণ বুজি সৃষ্টিকাৰী, ক্ষণ বুজি

---

**YASASTILAKA AND INDIAN CULTURE**

6. "Sire, the pomp of dress and flurry of remedial measures of those devils, the ministers of Your Majesty, straightforward as you are, are intended to give an impression of honesty and loyalty. Their real purpose is as follows : The flowing robes of ministers are like a hunter's cloak enveloping all his limbs, and designed to kill honest people, like deer. The huge mass of their beard and hair seems to be a drag-net for capturing ignorant fools, like fish. Their big bellies are like a pool for amassing tricks, like a flock of cranes. They walk slowly and slowly like jackals to look for the weak points of others." p.63.

ধ্বংসকাৰী; কেতিয়াবা বক্তা আৰু কবি সাজে, কেতিয়াবা বহুৰা আৰু নটুৱা সাজে।"[7]

মন্ত্ৰীৰ ভাবমূৰ্ত্তিৰ চোৰাংচোৱাই বৰ্ণনা দিয়ে, "তেৰাসৱৰ জ্ঞানবিদ্যা পানীৰ ওপৰত জীণ নোযোৱাকৈ ওপঙি থকা তেলৰ টোপালবোৰৰ নিচিনা। বাহিৰৰ সাজ পোছাক আৰু কথন ভঙ্গি অতি নিৰঞ্জন। ধীৰ গমন, স্থিৰ চাৱন—সৎলোকৰ ভাও ধৰাত অতি পটু। ছলনা কৰাটো তেওঁলোকৰ মজ্জাগত স্বভাৱ। দৰ্শনপ্ৰাৰ্থীক দূৰত দেখিয়েই আগ্ৰহেৰে চাব; আথে-বেথে কাষতে আসন দি ভাৱ-ভক্তিৰ কথা কব; ডাঙৰীয়াসকলৰ এইবোৰ বাহ্যিক মিঠা আচৰণত কোননো অভিভূত নোহোৱাকৈ থাকিব? কিন্তু প্ৰকৃত অন্তৰখনত আনহে নালাগে, নিজৰ মাতৃৰ প্ৰতিও সেইকণ দয়া আছেনে বাৰু? তেৰাসৱৰ পাৰিবাৰিক জীৱনো তথৈবচ। সেয়েহে চৰিত্ৰদৰ্শীয়ে বাক্যবাণ হানি কয় বোলে, সেইসকলে পৰস্ত্ৰীক ঘৈণীৰ দৰে চায়, কুটুম্বৰ স্ত্ৰী তেওঁলোকৰ সময় কটোৱাৰ সঙ্গিনী, গণিকা ৰমণীবোৰ জানিবা তেৰাসৱৰ প্ৰণয়িনী আৰু তাপসীসকল আলধৰা পৰিচাৰিকা।"[7]

চোৰাংচোৱা-সম্বাদৰ তিক্ত কথাবোৰ মন পতিয়াই ডেকা ৰজা যশোধৰ নিৰৱ হৈ ৰ'ল। বিজ্ঞজনৰ সকিয়নি ৰজাক অৱগত কৰাই চোৰাংচোৱাই বক্তব্যৰ সামৰণিত ক'লে,

"হে ৰাজন! ৰজাৰ ধৰ্মৰক্ষা, বন্ধু-বান্ধৱৰ সুখ আৰু আনন্দ আৰু সেৱকৰ মনৰ শান্তি নিৰ্ভৰ কৰিছে, পামৰোদাৰৰ নিচিনা দুৰাচাৰী মন্ত্ৰী অপসাৰণ কৰাত; কিয়নো সেৱকৰ দোষে প্ৰভুকো চোৱে। এইজন দুষ্টমতি ৰাজভৃত্যই ইমান দিনে আপোনাৰ পিতৃকুল প্ৰতাৰণা কৰি আহি শেহত নিজেই এদিন অন্য ৰজাৰ বশম্বদ সেৱক হ'বগৈ।

প্ৰভু! নিশ্চয়কৈ জানিব ৰজা আৰু অশিষ্ট মন্ত্ৰীয়ে দেশত অতিচাৰ দুৰ্নীতি কৰিলে প্ৰজাৰ মাজত বিদ্ৰোহে দেখা দিয়ে, ৰাজকোষত অৱক্ষয় ঘটে, জ্ঞাতি আঁতৰি যায়, মিত্ৰই শত্ৰুতা কৰে আৰু দেশৰ গুণী-জ্ঞানীলোকে স্বদেশ এৰি অন্য দেশত বসতি কৰিবলৈ লয়। সেয়ে হ'লে শত্ৰু বা জ্ঞাতিৰ হাতত ৰজাৰ পতন নিশ্চিত।"[8]

---

**YASASTILAKA AND INDIAN CULTURE**

7. 'Thy minister appears in an endless variety of roles. He is himself creator and destroyer both. He is himself the speaker and the poet, the dancer and the clown!' p.156.

'None there is who is not deceived by these ministers, as the fishes are by the cranes. They are immaculate in outward appearance and dress, walk slowly, and cast steadfast glances. A pretence of honesty is their asset, and they are trained in their inmost hearts in the art of deception. They look intently at a visitor even from a distance, receive him with effusive courtesy and respect, offer him a seat near themselves, and cordially indulge in pleasant talks. Who is not supremely delighted by their outward deportment? But, methinks, they have no pity in their hearts even for their mothers? p.156

8. "Sedition among the citizens, depletion of the treasury, decimation of the population, disaffection of kinsmen, hostility of friends, and the emigration of the high-born : verily, this is sure to happen when a king is attached to a wicked minister. Thereafter the former is ousted by force by his enemies or by his kinsmen." p. 103

### উপঢৌকন প্ৰদান

চোৰাংচোৱাৰ বিৱৰণি অন্ত পৰাত সন্ধি-বিগ্ৰহী (শান্তি আৰু যুদ্ধৰ সচিৱ) ৰাজবিষয়াই ৰাজসভাত ঘোষণা কৰিলে যে, 'কেৰেলা, চোলা, সিংহল, শ্ৰীমাল, পঞ্চাল দেশৰ ৰাজপ্ৰতিনিধিসকল আৰু অঙ্গ, বঙ্গ, কলিঙ্গৰ অধিপতিসকলে ৰাজৰাজেশ্বৰ যশোধৰৰ আনুগত্য স্বীকাৰ কৰি সম্ৰাটক সন্মান জনাবলৈ আহিছে। এইসকলে নিজ নিজ দেশৰ পুৰুষানুক্ৰমে ভোগ কৰি অহা সম্পদৰ উপঢৌকনবোৰ সম্ৰাটক প্ৰদান কৰিবলৈ প্ৰাসাদ প্ৰাঙ্গনত অপেক্ষা কৰি আছে।' উপঢৌকন বিলাকৰ বৰ্ণনা দি ৰাজবিষয়াই কয়,

"কলিঙ্গৰাজে উত্তম হাতী, সিন্ধু উপত্যকাৰ যুৱৰাজসকলে অগণন ঘোঁৰা, পাণ্ড্যদেশৰ ৰজাই হৰেক মুক্তামালা, কাশ্মীৰ-ৰাজে জাফৰান, কোশল-ৰাজে চিক্মিকিয়া পাটবস্ত্ৰ, মগধৰাজে উপৰিপুৰুষৰ মূল্যৱান ৰত্নমণি আৰু হিমালয় অধিপতিয়ে সুগন্ধি গ্ৰন্থীপৰ্ণ শিপাৰ[৯]* (গাঁঠিয়ণ) শকত বোজা লৈ ৰাজদ্বাৰত উপস্থিত হৈ আছে (শিশিৰ-গিৰি-পতি-গ্ৰন্থিপৰ্ণৈকন্দীৰ্দৈঃ)।" বিভিন্ন ৰাজ্যৰ পৰা অহা অভ্যাগত নৃপতিসকলৰ সৈতে সৌহাৰ্দপূৰ্ণ আলাপ সমাপন কৰি যশোধৰে অৱন্তিৰ সেনাবাহিনী পৰিদৰ্শন কৰিবলৈ যায়।

### সেনাবাহিনী পৰিদৰ্শন

অৱন্তিৰ বিশাল সেনাবাহিনী হিন্দুস্থানৰ বিভিন্ন দিশৰ পৰা অহা বীৰ সেনাৰে গঠিত। সমৰ যাত্ৰাৰ প্ৰস্তুতিৰ বাবে যশোধৰে সৈন্যবলৰ বুজ লয়। দৰ্শন-মঞ্চৰ পৰা সেনাপতিয়ে যুদ্ধৰ বাবে সাজু হৈ থকা সুসজ্জিত পঞ্চ-সেনাবাহিনীৰ বৰ্ণনা দিয়ে,

"হে ৰাজন! সৌৱা চাওক, অৱন্তিৰ বীৰ পঞ্চ বাহিনীয়ে যুদ্ধৰ ৰণ চালি দিছে। চিত্ৰ-বিচিত্ৰ শৰীৰৰ বলৱান তামিল বাহিনীয়ে ময়ূৰ পাখিৰ শিৰস্ত্ৰাণ আৰু ৰঙা ৰঙচীয়া ঢালৰ সাজ-সজ্জাৰে চৌদিশে তাণ্ডৱ জলক্ তুলিছে। হৰেক অস্ত্ৰেৰে সজ্জিত কৌপীন পৰিহিত দাক্ষিণাত্যৰ পদাতিক বাহিনীয়ে চাৰণৰ উচ্ছ্বাসিত গীতৰ ধ্বনিত বীৰদৰ্পে শিৰ তুলি চাইছে। পুষ্পমালাৰে সজ্জিত পাণ্ডুৰিধাৰী উত্তৰ প্ৰদেশৰ বীৰ অশ্বাৰোহীৰ দল, দুয়োহাতে ভূলধাৰী গুজৰাটৰ ৰণৰঙ্গী কাঁড়ী বাহিনী, তীৰহুট (বঙ্গ আৰু বিহাৰ অঞ্চল) দেশৰ সুনিপুণ নৌবাহিনী আৰু গজাৰোহীৰ বিপুল সৈন্যদলে অৱন্তিৰ প্ৰাণ কঁপোৱা ৰণ ভেৰীত গৌৰৱান্বিত হৈ ৰণলৈ অপেক্ষা কৰি আছে।" সেনা পৰিদৰ্শনৰ পিছত যশোধৰক প্ৰদৰ্শন কৰা হয় হস্তীৰ ৰণ কৌশল।

---

**YASASTILAKA AND INDIAN CULTURE**

***9. A fragrant root called গাঁঠিয়ণ in Assamese, which is pounded by women to the accompaniment of songs during the night on nupital occasions among the Assamese people. (p. 92)**

## হস্তী প্ৰশিক্ষণ

হাতীৰ সমৰ শিক্ষাৰ কৌশল আৰু খেল ধেমালিৰ বিশেষ প্ৰশিক্ষণ ৰজাক প্ৰদৰ্শন কৰি দেখুৱায় প্ৰাসাদৰ অভিজ্ঞ প্ৰশিক্ষকমণ্ডলীয়ে। ৰংঘৰৰ পৰা ৰজাই হাতী দৌৰ উপভোগ কৰে। খণ্ডত মতলীয়া হোৱা হাতীক বশ কৰা হয় প্ৰশংসা গীতেৰে। যশোধৰে নিজে হাতত লাঠী লৈ দঁতাল হাতীক শিকনি দিয়ে,

"বৎস! তোমাৰ শৰীৰৰ সকলো অঙ্গ স্থিৰ কৰি শান্ত হোৱা! তোমাৰ শুড় ভৰিৰ নখৰ সমানলৈ আনি শুড়ৰ আগটোত তোমাৰ চকু নিবদ্ধ কৰা। মন স্থিৰ কৰি তোমাৰ কাণ আৰু পুচ্ছ অলৰ কৰি ৰাখা। হে দন্তধৰ! তুমি ঋষিয়ে তপস্যা কৰাৰ দৰে কিছু সময় অলৰ অচৰ হৈ থাকা।"

## পৰিমিত আহাৰ

দুপৰৰ ভোজন কালত 'সজ্জন' নামৰ ৰাজ বৈদ্যই ডেকা ৰজাক পৰিমিত আহাৰৰ সাৰুৱা কথা কয়,

"হে ৰাজন! সুস্বাদু পৰিমিত আহাৰ গ্ৰহণ কৰি স্বাস্থ্য অটুট ৰাখক। ৰন্ধন-প্ৰকৰণত যেনেকৈ চৰুত শাক-পাচলি নাঢাকিলে আৰু নলৰালে ব্যঞ্জন সিদ্ধ নহয়, সেইদৰে নিদ্ৰা আৰু ব্যায়াম বিনে মানুহৰ আহাৰ জীণ নাযায়। ভোক নোহোৱাকৈ যি লোকে ঠাহি ঠাহি পেট পুৰাই খায়, উপশম হোৱা ৰোগ উকাই সেইলোকে নিজৰ বিনাশ নিজেই মাতি লয়। অতি ভোজন, কম ভোজন আৰু ভোজনৰ পিছত অতিৰিক্ত ভোজন বৰ্জ্জনীয়।[10]

বতৰ অনুযায়ী আহাৰ খাব লাগে। শৰৎ কালত মিঠা, তিতা আৰু কেঁহা খাদ্য ভোজনীয়; ডাৱৰীয়া আৰু জাৰৰ বতৰত মিঠা, নিমখীয়া আৰু টেঙা আহাৰ ভোজনীয়। বসন্ত কালত তিতা, কেঁহা আৰু নাক জন্‌জনোৱা জলা আহাৰ আৰু জহকালি লঘু আহাৰ খোৱা উচিত। সকলো সময়তে অতিপাত মিঠা আহাৰে অজীৰ্ণ কৰে। অত্যন্ত টেঙা আৰু জলা খাদ্য শৰীৰ ক্ষয়কাৰক। মলযুক্ত অশুদ্ধি আহাৰ খোৱাৰ লগে লগে শৰীৰ শক্তিহীন হয়। খোৱা পানীক অমৃত বা বিহ দুয়োটাই আখ্যা দিব পাৰি; কিয়নো পানী বিশুদ্ধি কৰিলে অমৃত আৰু নকৰিলে বিহ। ৰ'দ বতাহ পোৱা স্বাদহীন আৰু গন্ধহীন ফট্‌ফটীয়া পানী স্বাভাৱিকতে শৰীৰৰ বাবে উপকাৰী।"

ষড়যন্ত্ৰকাৰীয়ে খাদ্যত বিহ মিহলালে তাৰ প্ৰতিকাৰৰ বিষয়ে ৰাজবৈদ্যই কয়,

---

**YASASTILAK INDIAN CULTURE** **112**

10..................Addressing the king, he remarks that just as food is not well cooked in a vessel that is neither covered nor stirred, so a man who has neither sleep nor exercise cannot digest what he eats. He who gorges himself with food gluttonously even when he is not hungry stirs up diseases, like dormant snakes, for his own ruin. All stale food with the exception of clarified butter and liquids, food containing hair or worms, and *réchauffés* should be avoided; and one should also abstain from overeating, undereating, eating of combinations of hygienic and unhygienic food and eating immediately after eating.

"প্ৰভু! দুষ্কৃতিকাৰীয়ে আহাৰত বৰবিহ মিলাইছে বুলি সন্দেহ উপজিলে, তাক পৰীক্ষা কৰি চোৱাৰ অনেক উপায় আছে। বিহ মিহলোৱা আহাৰত মাখি নপৰে। বিহযুক্ত আহাৰ জুইত ছটিয়ালে নিমখ ছটিওৱাৰ দৰে ফুটিবলৈ ধৰে। বৰবিহ মিহলোৱা আহাৰ দেখিলে কাউৰী আৰু কেতেকী চৰায়ে অস্বাভাবিকভাবে চিঞৰে, কুকুৰাই কৰ্কশ মাত উলিয়ায়, ৰাজহাঁহে লেকেচিয়ায়, চকোৰ পখীৰ চকুৰ ৰং সলনি হয়, চকোৱা চৰাই টোপনি যায়, নেউল আৰু ময়ূৰ চৰাই উত্তেজিত হৈ পৰে। বিহযুক্ত আহাৰ দেখিলে ভাটৌ চৰায়ে বমি কৰে আৰু বান্দৰে যিকোনো উপায়ে পেট খালি কৰে।"[11]

### শাস্ত্ৰীয় আলোচনা

দুপৰৰ ভোজনৰ পিছত ডেকা ৰজাই পুনৰ ৰাজসভালৈ আহি পণ্ডিতমণ্ডলীৰে সৈতে অৰ্থশাস্ত্ৰ আৰু দৰ্শনশাস্ত্ৰৰ আলোচনাত ভাগ লয়। জৈন, মীমাংসা, সাংখ্য, বৈশেষিক, জড়বাদ, বৌদ্ধ আদিৰ দৰ্শন তত্ত্বৰ তৰ্ক আলোচনা শুনে যশোধৰে। তাৰ্কিকসকলৰ উত্তপ্ত বাদানুবাদত ভাগ লৈ ৰজাই ক্ৰমে জিন, জৈমিনি, কপিল, কণাদ, চাৰ্বাক, বুদ্ধ সকলো প্ৰণেতাৰে দৰ্শন সূত্ৰ ব্যাখ্যা কৰে। যশোধৰৰ বিশদ ধৰ্মজ্ঞানৰ পাৰদৰ্শিতা দেখি ধ্বনিত হৈ উঠে ৰাজসভা পণ্ডিতমণ্ডলীৰ প্ৰশংসা বাণীৰে।

### বসন্ত উৎসৱ

যুৱৰাজ যশোধৰক কেৱল বিজয়ী বীৰ বা ধৰ্ম অৱতাৰ কৰি গঢ় দিয়াই বিজ্ঞসকলৰ নীতিবচনৰ ঘাই লক্ষ্য নহয়। দেশৰ শাসক ৰূপে নৱ অধিষ্ঠিত ৰজাই দক্ষতাৰে ৰাজধৰ্ম পালন কৰিব পৰাটোৱেই জ্যেষ্ঠসকলৰ নীতি বাক্যৰ প্ৰধান উদ্দেশ্য। ধৰ্ম, অৰ্থ আৰু কাম এই ত্ৰিবৰ্গৰ জীৱন ধাৰাৰ যশোধৰ ব্যতিক্ৰম হ'ব নোৱাৰে। কিয়নো বিজ্ঞসকলে কৈছে, 'কেৱল ধৰ্মক লক্ষ্য কৰিয়েই যিসকলে অৰ্থ আৰু কাম

---

YASASTILAKA AND INDIAN CULTURE 113

11. Examination of food and detection of poison is dealt with in a number of verses; and the subject has, of course, an important bearing on the safety of the king, and is exhaustively dealt with in Kauṭilya's *Arthaśāstra* I. XXI. Speaking of poison, the court physician mentions certain phenomena indicating its presence in food. He observes that, at the sight of poison, crows and cuckoos cry in an unwonted fashion, mungooses and peacocks are overjoyed, the Krauñca bird sleeps, the cock crows in a harsh tone, the parrot vomits, and the monkey evacuates bowels; while the eyes of the Cakora bird lose colour, and the goose limps. Besides, flies do not settle on food containing poison. Addressing the king, Sajjana further remarks that fire crackles in contact with food mixed with poison, as it does when a quantity of salt is thrown into it.

বৰ্জ্জন কৰিছে, সেইসকলে পকা ধানৰ পথাৰ এৰি হাবিত মাটি চহাবলৈ যোৱাৰ লেখীয়া।'[12]

ৰজাৰ পৰম্পৰাগত অৱসৰ বিনোদনৰ সম্ভোগেৰে কৰ্ত্তব্যপৰায়ণ তৰুণ নৃপতিৰ দিন বাগৰে উজ্জয়নীৰ ৰাজপ্ৰাসাদত বছৰৰ পিছত বছৰ। বসন্ত কালৰ ৰংচঙীয়া বসন্তোৎসৱ আহে আৰু যায়। গছ লতিকাই পাতে ফুলে সাজি-কাচি বসন্তৰ জাননী দিয়ে। কুলি কেতেকীৰ মিঠা মাতত নৱ শিহৰণেৰে জাগৰিত হয় চৌদিশ। মদন বন্দনা স্তুতিৰে কামদেৱক পূজা কৰি যশোধৰে বসন্তকালক স্বাগত জনায়। পুষ্পমালাৰে সজ্জিতা হৈ ৰচকী সুন্দৰীহঁতৰ ঝুলন খেলাৰ জোৱাৰ উঠে উদুলি-মুদুলি প্ৰাসাদ প্ৰাঙ্গনত। নৱ জীৱনৰ ৰং ৰূপৰ মেলাত যশোধৰে উলাহেৰে ভাগ লয়। নৱ ঋতুৰ নতুন সাজ পৰিহিত ডেকা ৰজাৰ ৰূপৰ জেউতি বৰ্ণিত হয় চাৰণৰ কণ্ঠ সঙ্গীতত।

## বৰ্ষাকাল

বসন্তৰ শেহত আহে ঘন ঘোৰ বৰ্ষা কাল। গ্ৰীষ্মৰ প্ৰখৰ তাপৰ ভৰ দুপৰত "মদন-মদ-বিনোদ" (The Frenzied gaity of love) উদ্যানত প্ৰেম বাউলী সঙ্গিনীহঁতৰ লগত জল-ক্ৰীড়া কৰি মতলীয়া হয় যশোধৰ। উদ্যানৰ হিম চেঁচা 'যন্ত্ৰধাৰা -গৃহত ('Hall of Mechanical Shower') কৃত্ৰিম মেঘে বৰষা পানীৰে দেহা মন জুৰ পেলায় যুৱ ৰজাই ৰক্ষিতাহঁতৰ সংসৰ্গত। সৰোবৰ সদৃশ বিশাল উদ্যানৰ জিলমিলীয়া

---

**YASASTILAKA AND INDIAN CULTURE**

12. "......He who solely devotes himself to Dharma, overriding the claims of Artha and Kāma, is like a man who tills a forest, abandoning a ripe cornfield." (p. 115)

*Yaśodhara passed the hours of noon in the hot summer days in amorous sports in his garden called Madanamadavinoda "The Frenzied gaiety of love", and indulged in water-sports with his mistresses in the Hall of Mechanical Showers (*yantradh*ārāgṛha), 'cooler than the Himālayas'. We find here 'watery beds' on the raised floor of pavilions erected on islets on the surface of pools for water-sports; vessels of gold, gems and silver containing scented water; ground lotus-beds watered by showers from 'mechanical clouds'; streams of water gushing from the mouths of the statues of various wild animals; currents of water issuing from the holes of artificial lotus-stalks made of moonstones; sprays emitted by the trunks of artificial elephants; fountains rising from the mouths of artificial alligators; and water let loose from the mouths of artificial monkeys placed in creepery recesses. What seems to be a statuary group represents water-deities quarrelling in the course of their water-sports, the sage Nārada dancing in joy at the sight, and Seven Sages hurrying to the scene, the figures of the latter spouting a copious flood of water. We see also handfuls of water thrown up by the statues of nymphs, seated on the trunks of artificially made Celestial Trees, while water for bath comes pouring from the bosoms of mechanical 'cloud-puppets'. Another mechanical device is the decorated figure of a woman, which discharges streams of liquid sandal when pressed on different parts of the body" (p. 33)

পানীৰ পদুমনিবোৰ সজীৱ কৰি ৰাখে যন্ত্ৰচালিত বৃষ্টিৰ শীতল পানীৰে। সোণ ৰূপৰ কলহত ৰখা হয় সুগন্ধিত জল। 'যন্ত্ৰধাৰা গৃহ'ৰ মণিমুক্তা খচিত অনুপম জীৱ মূৰ্ত্তিবোৰৰ পৰা বাগৰে কৃত্ৰিম ফোৰাৰা; মনোৰম নাৰী মূৰ্ত্তিৰ দেহৰ অঙ্গৰ পৰা নিগৰে শীতল পানীৰ নিজৰা*........।

....................ৰাৰিষাৰ এটা দিনত প্ৰমোদ পাহাৰৰ উদ্যানৰ প্ৰাসাদৰ পৰা যশোধৰে পাৰিষদবৰ্গক লগত লৈ মেঘে আবৰা আকাশৰ সৌন্দৰ্য্য উপভোগ কৰি আছিল। তেনে সময়তে পঞ্চালৰ ৰাজপ্ৰতিনিধিয়ে এখন তৰোৱাল অঙ্কিত পত্ৰ আৰু চাৰিখন বস্ত্ৰেৰে বন্ধা এটা লোহাৰ গোলক ৰজাক প্ৰদান কৰিলেহি। তৰোৱাল অঙ্কিত পত্ৰৰ চিনেৰে পঞ্চাল দেশৰ যুদ্ধৰ ভাবুকি, চাৰিখন বস্ত্ৰৰ চিনেৰে ৰথ, পদাতিক, গজাৰোহী আৰু অশ্বাৰোহীৰ বিপুল চতুৰঙ্গ সৈন্যবল আৰু লোহাৰ গোলকৰ প্ৰতীকেৰে সেই দেশৰ অনিশ্চিত পৰিণামৰ কথা জনাই পঞ্চালদেশৰ শত্ৰুভাৱ যোকণা কৰা হৈছে।[13]

যুদ্ধৰ উত্তেজিত বাৰ্ত্তাই অৱন্তিৰ পাৰিষদবৰ্গৰ মাজত চাঞ্চল্যপূৰ্ণ পৰিৱেশৰ সৃষ্টি কৰে। ততালিকে সম্ৰাট যশোধৰৰ বশ্যতা স্বীকাৰ কৰি ল'বলৈ কটুভাষাৰে ৰাজপত্ৰ প্ৰেৰণ কৰা হয় শত্ৰু দেশলৈ।

### শাৰদীয় উৎসৱ

দিন বাগৰে—গ্ৰীষ্মৰ শেহত আহে শৰৎ কাল। শাৰদীয় পূৰ্ণিমাৰ জোনালী আভা চাই আপোন পাহৰা হয় যশোধৰ সুন্দৰীইঁতৰ সান্নিধ্যত। শৰতৰ মহানৱমী পূজা আৰু দীপান্বিতা উপলক্ষে পুনৰ উৎসৱমুখৰ হৈ উঠে ৰাজপুৰী। আমোদ-প্ৰমোদৰ পোহাৰ মেলি মতলীয়া হয় উজ্জয়নীৰ পুৰবাসী। কুঁৱলী বোলোৱা মহানৱমী দিনৰ পৱিত্ৰ ক্ষণত যশোধৰে অপৰাজিতা পূজাৰ আয়োজন কৰে যুদ্ধ বিজয়ৰ মানসেৰে।[14] ৰণক্ষেত্ৰৰ অস্ত্ৰ

---

YASASTILAKA AND INDIAN CULTURE

13. In *Nītivākyāmṛta* (Chap: 13) Somadeva refers to these emblems as being present on letters from enemies. Now, the iron ball symbolized the invulnerability of the sender; the fourfold wrappings or the four encircling line the 'four-limbed' army consisting of cavalry, infantry, elephants, and chariots; and the sword, of course, the threat of war. It was apparently usual to despatch such symbolic gifts as a prelude to warlike measures; and that it was a very ancient custom, and not confined to India, is shown by the account of the gifts (a bird, a mouse, a frog and five arrows) sent by the Scythian kings to Darius under similar circumstances, as related by Herodotus, (5th C.B.C. Greek historian) (p. 93)

14. The worship of the goddess Aparājitā is mentioned by Somadeva in Book III as part of the general description of the court life of Yasodhara. In three verses recited by a bard the blessings of the goddess are invoked for the success of the king in warfare. We are told that Aparājitā, called also Ambikā, grants victory to kings on the battlefield, and is herself incarnate in their arms and weapons. (p. 398)

ক্ষেপন কালত দেৱী আৱিৰ্ভূতা হৈ শত্ৰু বিনাশ কৰাৰ প্ৰাৰ্থনা জনাই ৰজাই চণ্ডিকা দেৱীৰ বন্দনা স্তুতি গায়।

মহানৱমীৰ চণ্ডিকা পূজাৰ পিছত পালন কৰা হয় দীপান্বিতা। অমাৱস্যা নিশাৰ দীপোৎসৱত[15] উজ্জয়নী দীপ্ত হৈ উঠে দীপমালাৰ সাতসৰী পিন্ধি। উপবন-উদ্যান, নগৰ-চহৰ, মঠ-মন্দিৰ, তোৰণ-পদূলী তিৰ্‌বিৰায় আকাশ বন্তি আৰু প্ৰদীপেৰে। ৰং-ঢং, গীত-মাতেৰে মুখৰিত দীপ্তিময় ৰাজ অট্টালিকাত অভ্যাগত ৰাজ ৰাজন্যবৰ্গক ৰঞ্জিত কৰা হয় পটীয়সী নটিনীৰ নূপুৰৰ ধ্বনিৰে। উৰুলীকৃত কাচনমতিহঁতে জুৱাৰ পণ বাখি উত্ৰাৱল হয় উজাগৰী নিশাৰ দিন কেইটাত। পুৰনাৰীগণে মাজনিশা সঙ্গীত বাদ্য ধ্বনিৰে দাৰিদ্ৰৰ দেৱী অলক্ষ্মীক ঘৰৰ পৰা বাজ কৰে; পুৰবাসীয়ে ঘৰৰ খুঁটা আৰু গছত অজস্ৰ কুশ বনৰ মালা আঁৰি হাতী, ঘোঁৰা ঘৰচীয়া জন্তুৰ ব্যাধি আঁতৰায়। হিংসা-দ্বেষ পাহৰি ৰজা-প্ৰজা মিলিত হয় দেৱালী অভিনন্দনৰ আদান-প্ৰদানেৰে। প্ৰজাগণক প্ৰীতিমেলাৰ ৰাজকীয় ভোজনেৰে আপ্যায়িত কৰি যোগ্যতা অনুসৰি ৰাজ অনুগ্ৰহ দৰ্শায় তৰুণ নৃপতি যশোধৰে। সজ্জনক বিনম্ৰ আচৰণেৰে, গুণী-জ্ঞানীক মাত কথাৰে, অন্তেষপুৰৰ

---

**YASASTILAKA AND INDIAN CULTURE**

15. Mahānavamī is followed by Dīpotsava or the Festival of Lights, corresponding to the modern Diwali. The short description of it addressed to the king by a bard in *Yaśastilaka* 3. 462-4 refers to the whitewashed palaces and the white flags and the rows of lights on the lofty terraces of the edifices of the city; and speaks of 'the women excited by gambling' the gaiety of courtesans, and the sweet notes of music. According to *Padmapurāṇa (Uttarakhaṇḍa)*, the Dīpotsava commences on the fourteenth day of the dark half of Kārttika, and importance is given to a ceremonial bath on that day followed by a salutation to Yama. The illuminations take place in the evening; Temples buildings, shrines, assembly-halls stables and fortifications are decorated with lights as are also river-banks, tanks, gardens and gateways. Next day the king entertains the citizens in large-scale reception; and the Dīpotasva seems to have provided a suitable occasion for promoting cordial relations between the ruler and the ruled. The king is expected to gratify the various classes of people on the joyous occasion, the good men with courtesy and others with food and drink and the learned with conversation and the inmates of the inner apartments with presents of cloth, betel, flowers, camphor and saffron and various delicacies. The village headmen are rewarded with gifts, and money presents are made to the tributaries; while ornaments are distributed among troops, ministers and kinsmen. Seated on a raised platform, the king witnesses bull-fights, and reviews the assembled clansmen and the troops and the actors, dancers and minstrels. An interesting item is the ceremonial fastening of the Mārgapālī, a wreath of Kuśa and Kāśa grass with numerous streamers, to a pillar of the fort or tree, under which are assembled the horses, elephants and the cattle to ensure protection against disease. During the night the people indulge in gambling, and at midnight the women of the city cast out Alakṣmī, the goddess of poverty, from their homes to the sound of drums and music. (p. 401).

ৰাজভৃত্যক বস্ত্ৰ পাণ-কৰ্পূৰৰ বিবিধ সম্ভাৰেৰে, আত্মীয় কুটুম্ব, মন্ত্ৰীবৰ্গ আৰু সেনাদলক ৰত্ন অলঙ্কাৰেৰে, কৰ দাতাক অৰ্থ সম্পদেৰে, গ্ৰাম্য মুখীয়ালক পুৰস্কাৰ প্ৰদানেৰে কৃতাৰ্থ কৰে ডেকা ৰজাই। যথাযোগ্য প্ৰীতি সম্ভাষণেৰে প্ৰজাক ধন্য কৰি সকলোৰে আশিস শিৰ পাতি লয় অৱন্তিৰ ৰজাই।

## যুদ্ধ বিজয়

শৰতৰ 'অপৰাজিতা পূজা'ৰ পিছতেই শত্ৰুদেশ পঞ্চালৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰে অৱন্তিৰাজে। সেনাপতি বিজয়বৰ্দ্ধনৰ নেতৃত্বত সবল সৈন্য বাহিনীৰ দল যায় পঞ্চালৰ ৰণাঙ্গনলৈ। শীতৰ শেষত সেই যুদ্ধৰ সামৰণি পৰে। ডাঠ কুঁৱলীৰ শেষ নিশা গুপ্তচৰে ৰাজপ্ৰাসাদলৈ বাৰ্ত্তা আনে—অৱন্তিৰ সেনাবাহিনীৰ জয় আৰু পঞ্চাল ৰাজ্যৰ পৰাজয়ৰ শুভ সম্বাদ। যুদ্ধ বিজয় ঘোষণাৰে ৰাজপুৰী হয় জয়জয়কাৰ। □□

# ৰাণী অমৃতমতি

*ৰাজপ্ৰাসাদৰ গতানুগতিক দিনবোৰৰ বৰ্ণনা দিয়াৰ পিছত অভয়ৰুচিয়ে যশোধৰৰ পাৰিবাৰিক জীৱনৰ কৰুণ কাহিনী মাৰদত্তক কৈ শুনায় ঃ*

.....................হিন্দু প্ৰধান অৱন্তি দেশত পিতৃ যশোৰ্ঘ ৰজাৰ দিনৰে পৰা জৈন সন্ন্যাসীবিলাকে হিন্দুধৰ্মীয় প্ৰজাৰ মাজত প্ৰচাৰ কৰি ফুৰিছিল জৈন ধৰ্ম। অৱন্তিৰ একাংশ প্ৰজা জৈন নীতি কথাত মুগ্ধ হৈ এই ধৰ্মলৈ ধৰ্মান্তৰ হৈছিল। যুৱৰাজ যশোধৰেও জৈন সিদ্ধ পুৰুষৰ সান্নিধ্যত আহি ক্ৰমে আস্থা হেৰুৱাইছিল বৈদিক নীতি নিয়মত। সুৰাপান আৰু জীৱ বধ জৈন মতে নিষিদ্ধ বাবে যুৱৰাজেও বৰ্জ্জন কৰিছিল বন্য প্ৰাণী চিকাৰ, মাংস ভোজন, সুৰাপান আদি অৱসৰৰ ৰং ধেমালি।

আনহাতে ৰাজমাতা চন্দ্ৰমতি আছিল বৈদিক ক্ৰিয়া কৰ্মত অটল বিশ্বাসী। ডেকাপুত্ৰ জৈন সন্ন্যাসীৰ সংশ্ৰৱত অহাৰ কথা গম পাই অতিশয় শঙ্কিত হৈছিল ৰাজমাতা। ৰাজ্যৰ মন্ত্ৰীবৰ্গক তেওঁ নিৰ্দেশ দি থৈছিল যাতে জৈন মুনিবোৰক ডেকা ৰজাৰ লগত সাক্ষাৎ কৰোৱা নহয়। যশোধৰ আৰু ৰাণী অমৃতমতিৰ একমাত্ৰ পুত্ৰ যশোমতিৰ বিবাহ হৈছিল যৌধেয় ৰাজকুমাৰী কুসুমাৱলীৰ সৈতে।

চতুৰ ৰাণী অমৃতমতি কৰ্ত্তব্যপৰায়ণ মাতৃ হ'লেও যশোধৰৰ পত্নীৰূপে তেওঁলোকৰ দাম্পত্য জীৱন তেনেই নিৰৰ্থক বুলি ৰাণীয়ে বিবেচনা কৰিছিল। উদাস স্বামীৰ প্ৰতি অমৃতমতিৰ ধাৰণা যে, 'যশোধৰৰ নিচিনা পুৰুষবোৰ পত্নীৰ শৰীৰৰহে গৰাকী হ'ব পাৰে, পত্নীৰ হৃদয় মন কেতিয়াও অধিকাৰ কৰিব নোৱাৰে; যিজনে নাৰীৰ মনত পূৰ্ণ আস্থা জন্মাই হৃদয় জয় কৰিব পাৰে, তেৱেঁইহে নাৰী মনৰ প্ৰকৃত অধিকাৰী।'

কন্যাৰ ইচ্ছাৰ বিৰুদ্ধে যশোধৰলৈ বিয়া দিয়া বাবে পিতৃ মাতৃক দোষাৰোপ কৰি অমৃতমতিয়ে ভাবে,

'সিপ্ৰা নদীৰ পাৰৰ জাক্‌জমকীয়া ৰাজকীয় বিবাহৰ আড়ম্বৰ মাত্ৰ এটা বাহ্যিক প্ৰদৰ্শন। অগ্নিক সাক্ষী কৰি পিতৃ-মাতৃয়ে তেওঁক যশোধৰলৈ বিয়া দি বিক্ৰীৰ সামগ্ৰীৰ দৰেহে গত লগালে।'

বিবাহৰ দিনৰে পৰা কাৰেঙত আমনিদায়ক জীৱন কটাই অমৃতমতিয়ে উপলব্ধি কৰে, 'সঙ্কটকালতো যি পুৰুষ স্থিতপ্ৰজ্ঞ, তেনেজনৰ পক্ষে কৰিব নোৱাৰা কাম একো নাই, কিন্তু বিচ্ছেদেৰে ভৰা এখন হৃদয়ৰ নিৰ্বাপিত প্ৰেম জাগৰিত কৰাৰ তেওঁৰ সাধ্য নাই। এখন তপত লোহাৰ হৃদয় আন এখন শীতল লোহাৰ হৃদয়ৰ লগত মিলিত হোৱা অসম্ভৱ।'

কিন্তু যশোধৰৰ পিতৃ যশোৰ্ঘ আৰু মাতৃ চন্দ্ৰমতিৰ বিবাহিত জীৱন আছিল ইয়াৰ বিপৰীত। তেওঁলোকৰ বিবাহিত যুগ্ম জীৱন অতি মধুময়। ৰজা যশোৰ্ঘ আৰু চন্দ্ৰমতিৰ ৰং আনন্দৰ মিলা-প্ৰীতিয়ে দাম্পত্য জীৱনলৈ আনিব পাৰিছিল পূৰ্ণ সাৰ্থকতা। পাণ্ডিত্যৰ লগত যেনেকৈ নম্ৰতা, জীৱনৰ লগত যেনেকৈ যশ-কীৰ্ত্তি, ধৰ্মীয় নৈষ্ঠিকতাৰ লগত যেনেকৈ সহনশীলতা যোৰ পাতি থাকে সেইদৰে পতিপ্ৰাণা চন্দ্ৰমতিয়েও স্বামীৰ লগত কাল কটাইছিল অবিচ্ছেদ্য অৰ্দ্ধাঙ্গিনী ৰূপে।

প্ৰেম বিনিময়ৰ অভাৱত দাম্পত্য জীৱনত সুখী হ'ব নোৱাৰিলেও ৰজাৰ পত্নীৰূপে বুদ্ধিমতী অমৃতমতিয়ে ৰাণীৰ কৰ্ত্তব্য আৰু দায়িত্ব দৃঢ়তাৰে পালন কৰি কাল কটাইছিল মহা প্ৰভাৱেৰে।

কাৰেঙৰ সাত মহলাৰ ওপৰত বিলাসিতাৰে ভৰা ৰাণী অমৃতমতিৰ জকমকীয়া অন্দৰ মহল। ৰাজকাৰ্য্যত নিমগ্ন যশোধৰ এদিন আহিল ৰাণীৰ কাৰেঙলৈ ৰাতিটো কটাবলৈ। মাজনিশা সাৰপাই হঠাৎ যশোধৰে গম পালে, অমৃতমতি তেওঁৰ শয্যাৰ পৰা নামি গৈছে। শয়নকক্ষৰ চাৰিওফালে চকু ফুৰাই ৰজাই দেখিলে, ৰাণীয়ে গাৰ পৰা বস্ত্ৰ, অলঙ্কাৰ খহাই অতি সন্তৰ্পণে দাসীৰ পোছাক পিন্ধিছে। ৰজাৰ পৰা আঁৰ হৈ হাতত সাৰে ভৰিত সাৰে শয়নকক্ষৰ পৰা অমৃতমতি ওলাই যোৱাত যশোধৰৰ সন্দেহ ওপজিল। ৰজাই ততালিকে ৰাণীৰ পিছ ল'লে। কাৰেঙৰ সাত মহলা নামি আহি অষ্টবক্ৰ নামৰ পঙ্গু হাতী মাউটটোৰ খেৰী পঁজাত ৰাণী সাউৎকৰে সোমালগৈ। যশোধৰে আচৰিত মানিলে। যি কদাকাৰ অষ্টবক্ৰৰ কোঁটকোৰা চুলি, কোটৰত সোমোৱা গাল, চকু, ফটা চটিহেন কাণ, ছাগলী মুখীয়া লম লম ডাড়িয়ে থুঁতৰিৰ চিন মাৰিছে, ওলমি থকা মৰা সাপৰ দৰে দুখন হাত, সেই টোটোৱা পৰা পঙ্গু হাতী মাউটটোৰ লগত ৰাণীৰ কি সকাম থাকিব পাৰে?[16] কিন্তু যশোধৰৰ হঠাৎ মনত পৰিল হাতী মাউটটোৰ যাদুকৰী কণ্ঠস্বৰলৈ—যাৰ কণ্ঠৰ মনোমোহা গীতে মানুহক ব্যাকুল কৰি তোলে, যাৰ গীতৰ ঝঙ্কাৰত হাবিৰ শুকান গছ বনে কুঁহিপাত মেলে বুলি

---

**YASASTILAKA AND INDIAN CULTURE** 58

16. The picture of the elephant-driver in Book IV is a minute study in ugliness, which is emphasized in such a manner as to suggest the enormity of the queen's strange infatuation. He is described as sleeping on the floor of thatched hut strewn with grass left over from the ration of elephants, resting his head on a heap of coiled up ropes serving as a pillow. His only clothing was a piece of rag used for rubbing elephants with oil. He had coarse thornlike hair; ears like old shoes; eyes like the mouth of a bucket; lips like the fringe of a leather oil-flask gnawed off by rats; cheeks like the hollow of an age-worn tree; teeth protruding like an irregular row of cowries; a chin hardly visible, as he had a regular goat's beard;[3] a throat with the viens visible resembling the trunk of a castor-oil plant; arms like a couple of dead serpents suspended from on high; a stomach bloated like inflated billows; and thighs like stakes damaged by fire.

---

3. अजश्मश्रु Cf. the Greek phrase *pōgōn mala tragikos* (Lucian, *The Dream*, 10).

খ্যাতি! ৰজা ক্ষন্তেক থমকি ৰ'ল। এখোজ দুখোজকৈ আগুৱাই বেৰৰ জলঙাই দি তেওঁ দেখিলে—হাতী বন্ধা ফঁইৰ ওপৰত মূৰ থৈ ঘাঁহেৰে সিঁচৰিত মজিয়াৰ ওপৰত পৰি অষ্টৰঙ্ক টোপনিত লালকাল; পিন্ধনত হাতীৰ গাত তেল ঘঁহা মলিয়ন কানি। খেৰী পঁজাৰ ভিতৰত সোমায়েই অমৃতমতি তাৰ কাষত বহিল; তাৰ হাত দুখন নিজৰ হাতৰ মাজত তুলি ধৰোতেই সি সাৰ পাই খঙত উত্তেজিত হৈ পৰিল; ৰাণী পলমকৈ অহাৰ বাবে খঙত একো নাই হৈ বাওঁ হাতেৰে তাইৰ চুলিত ধৰি সোঁহাতেৰ পিঠিত ভুকুৱাবলৈ লাগিল। পলমকৈ অহাৰ ক্ষমা বিচাৰি অমৃতমতিয়ে তাক কাবৌ কৰিবলৈ ধৰিলে; কাত্যায়নী দেৱীৰ শপত খাই কাতৰেৰে ক'লে, "যশোধৰৰ কাষত থাকিলেও অষ্টপ্ৰহৰে তাই অষ্টৰঙ্কৰ কথাকে অন্তৰত ধিয়াই থাকে।"

এই বীভৎস দৃশ্য দেখাৰ লগে লগে যশোধৰৰ অন্তৰত প্ৰজ্বলিত হৈ উঠিল ক্ৰোধ আৰু ঘৃণাৰ অগ্নি! হৃদয় অৰণ্য যেন ভয়ঙ্কৰ জুয়ে আগুৰি ধৰিছে। ওঁঠ কঁপিবলৈ ধৰিলে; গাৰ বৰণ সলনি হ'ল; ভয়ানক মৃত্যুৰ মুখত পৰি কম্পমান হোৱা জীৱৰ দৰে ৰজাৰ সৰ্বশৰীৰত কঁপনি উঠিল। প্ৰচণ্ড জোৱাৰৰ মহাসাগৰে যেন সমস্ত ভূখণ্ড বুৰাই পেলাব! ততালিকে তৰোৱাল দাঙি পাপিষ্ঠ হালক বধ কৰিবলৈ উদ্যত হ'ল যশোধৰ। কিন্তু ধৰ্মভীৰু ৰজা হঠাৎ থমকি ৰ'ল; জীৱ বধৰ আগ মুহূৰ্ত্তত স্বগতঃ ক'লে,

"উস! এয়া মই কি কৰিবলৈ ওলাইছোঁ? সম্পদ বা বিপদ কালত স্থিতপ্ৰজ্ঞজন কেতিয়াও বিতত নহয়। মহৎজনে ক্ষন্তেকৰ উত্তেজনাত দুৰ্বলীৰ দৰে ভাল বা বেয়া একো কাম নকৰে। ৰাণীক বধ কৰি কাইলৈ ময়েই লাজত শিৰ অৱনত কৰিব লাগিব। হত্যাৰ দুখত অনুতপ্ত হ'ব লাগিব ময়েই। দেশৰ প্ৰজাই অকথ্য কথাৰে মোকেই দোষাৰোপ কৰিব। পিতৃ পিতামহৰ যশ-কীৰ্ত্তিত কালিমা সানিম কেনেকৈ? কি বুলি হত্যাৰ কাৰণ দৰ্শাম জেষ্ঠগণক? মূৰ্খৰ দৰে নিজেই নিজৰ পীৰি উঠালে বুলি মানুহে মোক ইতিকিং কৰিব। নাই নাই, অবধ্যক বধ কৰি মোৰ তৰোৱাল কলুষিত কৰিব নোৱাৰো। নাৰী হত্যাৰ কলঙ্ক মোৰ মৃত্যুৰ পিছতো মচা নাযাব। কলঙ্কিনী মাতৃৰ শোকত পুত্ৰ যশোমতি শোকাকুল হৈ পৰিব। অমৃতমতিৰ অপৰাধৰ শাস্তি মৃত্যুদণ্ড নহয়, ক্ষন্তেকীয়া মৃত্যু যাতনাই অপৰাধীক অনুগ্ৰহহে কৰে। বৰং তিল তিলকৈ মানসিক যন্ত্ৰণা দিলেহে উপযুক্ত শাস্তি দিয়া হ'ব।"[17]

---

YASASTILAKA AND INDIAN CULTURE 67

17. "Ah, what have I set myself to do? Certainly the wise never do anything good or bad, like women, on the spur of the moment, nor are the high-spirited quickly perturbed, like the weak-minded, in prosperity or danger, nor do arbitrary acts befit the great as they do those who are poor in talents. This is by no means hard to comprehend. (If I kill her) it is I who will have to cover my head on the morrow, downcast with shame; it is I who will have to bewail my action, injudicious on account of repentance, in the presence of friends; it is I who will have to hear the reproaches of the citizens, harsh to the ear; it is I who will have tarnished my own family and that of my uncle; it is I who will have to bear the

স্ত্রীহত্যাৰ বাবে উদ্যত হোৱা ৰজাই তৰোৱাল সামৰি থলে। নাৰীহত্যাৰ অপবাদ আৰু পুত্ৰ যশোমতিৰ কথা ভাবি বিবশ মনেৰে শয্যাত পৰিলহি ধৰ্মশীল যশোধৰ। ক্ষন্তেক পিছতে অমৃতমতিয়েও পুনৰ সুত কৰে প্ৰবেশ কৰিলে শয়নকক্ষত। একো নোহোৱাৰ ভাও জুৰি শয্যাশায়িনী হ'লহি যশোধৰৰ দুবাহুৰ মাজত আশ্ৰয় লৈ—কাল নাগিনীয়ে পৰ্বতৰ গুহাত আশ্ৰয় লোৱাৰ দৰে। যেন কালে আহি প্ৰবেশ কৰিছে বিনন্দীয়া ধৰাত !

ঘৃণা আৰু অনুশোচনাৰ জুইত দগ্ধ নিদ্ৰাবিহীন যশোধৰৰ হৃদয়ত কেৱল অমৃতমতিযেই নহয়, সমগ্ৰ নাৰীজাতিৰ প্ৰতি বিদ্বেষৰ বহ্নি উজ্জ্বলি উঠিল। যশোধৰৰ মনসাগৰত তোলপাৰ লগালে অন্তহীন ভাৱনাৰ কোবাল ঢৌৱে। নাৰীৰ দুৰ্বলতা দেখি আশ্চৰ্য্যান্বিত হ'ল ৰজা; ভাবি ভাবি ওৰ নাপালে অষ্টৱক্ৰৰ নিচিনা হতভগীয়া তল খাপৰ মানুহ এটাৰ প্ৰতি কেনেকৈ ৰাণীৰ অবৈধ প্ৰেম ঘটিব পাৰে? কিন্তু মনত পৰিল ৰজাৰ হাতী মাউটটোৰ মন বলিয়া কৰা গীতলৈ। বিমৰ্ষ যশোধৰে ভাবিবলৈ ধৰিলে,

'সৰ্বোৎকৃষ্ট সঙ্গীত কলাই যাদুৰ দৰে নাৰী হৃদয় আকৰ্ষণ কৰিব পাৰে। নাৰীৰ মনোজগতত গানে সঞ্চাৰ কৰিব পাৰে প্ৰেমৰ শিহৰণ। নাৰীৰ চকুত গায়কৰ কদাকাৰ ৰূপ মদনতকৈয়ো সুন্দৰ। গানে চূৰমাৰ কৰে প্ৰেমত অন্ধ গৰ্বিতা নাৰীৰ অহঙ্কাৰ।'

ওৰে নিশা নাৰীৰ বিচিত্ৰ চৰিত্ৰই যশোধৰৰ বিচাৰ বিবেচনাত তল ওপৰ লগালে; মনত ভাব হ'ল, 'দুশ্চৰিত্ৰা হলেও নাৰী অবিহনে ৰাজ্য পৰিণত হ'ব অৰণ্যলৈ, ৰাজপ্ৰাসাদ অৰণ্যৰ গুহা যেন লাগিব, প্ৰমোদ উদ্যান মৰিশালি হ'ব, ৰজাৰ প্ৰজাপালন হ'ব বেতনভোগী পেছা। জাকজমকীয়া ৰাজকীয় আড়ম্বৰৰ প্ৰদৰ্শন কেতিয়াও পূৰ্ণ হ'ব নোৱাৰে নাৰী বিনে। অথচ নাৰীক ওপৰলৈ তুলিলে পুৰুষক নিৰ্বোধ বুলি জ্ঞান কৰে, শাসনত ৰাখিলে ছলচাতুৰী কৰি অপকৰ্মত লিপ্ত হয়, চৰিত্ৰ সন্দেহ কৰিলে সাপৰ দৰে খুঁটে। নাৰী যেন দধি-সাগৰৰ অমৃত আৰু বিহ দুয়োটাৰে উৎস। স্বৰূপতে ইহঁত সৎ বা অসৎ কোনোটোৱেই নহয়। নদীয়ে যেনেকৈ সাগৰত পৰি সাগৰৰ প্ৰকৃতি লয়, নাৰীয়েও সেইদৰে স্বামীৰ জীৱনত লীন যায়।'

ভাবৰ চাকনৈয়াত ৰাতিটো কটাই অৱশেষত ৰজাই পুত্ৰক ৰাজ্যভাৰ গতাই সন্ন্যাস ল'বলৈ স্থিৰ কৰিলে। উজাগৰী নিশাৰ শেষত ধল পুৱাৰ আকাশলৈ চাই

---

cutting remarks of the elders, without any means of reply on account of my misdeed. I will be cited as an example of how the foolish disrupt their own families. And this sword will be polluted, if applied to an unworthy object. 'He became a miserable wretch by murdering a women'—this evil report concerning me will not subside even after my death. And the prince (Yaśomati), miserable at the death of his guilty mother, will be sorely afflicted with grief. Besides, death with its momentary pain is as a favour to one who has committed a grievous offence.

যশোধৰে স্বগতঃ ক'লে,

"নিশাৰ আন্ধাৰ ঠেলি পূব আকাশ মুকলি হ'ব ধৰিছে; মায়ামোহৰ অন্ধকাৰ আঁতৰাই মোৰো যেন মনৰ আকাশ মুকলি হৈছে! জোনালী কিৰণৰ যৱনিকা পৰাৰ দৰেই মন মৰীচিকাৰ ভুৱা জালৰ প্ৰেমলীলাও অন্ত পৰিছে; ৰাজসিংহাসন, বিষয় বাসনাৰ লিপ্সাও অদৃশ্য হৈ আহিছে পুৱতি তৰাৰ দৰে। মনৰ অসহনীয় তিক্ততা উথলি উঠিছে সৰ্বশৰীৰত পুৱাৰ পদুমবোৰে পাহ মেলি উঠাৰ দৰে।"[18]

ৰাতিপুৱাৰ লগে লগে ৰজাই ৰাজসভাত উপস্থিত হৈ মাতৃ চন্দ্ৰমতিক লগ পালে। ৰজাৰ হতাশাগ্ৰস্ত চেহেৰা দেখি ৰাজসভাৰ চাৰণে পদ জুৰিলে,

'স্ত্ৰী-পুত্ৰ-ধন মায়াৰ অন্ধকাৰে
আমনি দিছে বাৰে বাৰে,
প্ৰতি দিন, প্ৰতি ৰাতি কৰিছে প্ৰতাৰণা,
হে মন! ভয় নকৰিবি, আসন্ন মৃত্যুৰ যাতনা!'[19]

'নাৰীক শাসনত ৰখা নিষ্ফল' বুলি চাৰণৰ মুখত অন্য এফাকি পদ শুনি ৰজাৰ মনত সন্দেহ জাগিল আগনিশাৰ ঘটনাৰ কথা জনাজনি হৈছে বুলি।

যশোধৰৰ ভাৱগতিৰ পৰিৱৰ্ত্তন লক্ষ্য কৰিলে ৰাজমাতা চন্দ্ৰমতিয়ে। ৰাণী অমৃতমতিয়েই ইয়াৰ কাৰণ হ'ব পাৰে বুলি ৰাজমাতাই ভাবিলে, 'এগৰাকী নাৰী হিচাপে বোৱাৰীয়েকৰ চাল-চলনে সীমা চেৰাই গৈছে।' কিছুদিনৰ আগতে তেওঁ দাসীৰ মুখত শুনিবলৈ পাইছিল, অষ্টৱক্ৰ নামৰ পঙ্গু হাতী মাউটটোলৈ অনুৰাগৰ চাৱনিৰে চোৱা ৰাণীৰ অভ্যাস আছে। প্ৰকাশ্যে চন্দ্ৰমতিয়ে পুত্ৰৰ অস্থিৰতা আৰু বিমৰ্ষতাৰ কাৰণ সুধিলে। যশোধৰে সত্য ঘটনা আঁৰ কৰি উত্তৰ দিলে যে আগনিশা এটা অশুভ সপোনত পুত্ৰ যশোমতিক ৰাজ্যভাৰ গতাই তেওঁ সংসাৰী জীৱন ত্যাগ কৰি বনলৈ যোৱা দেখিছিল।

অশুভ সপোনৰ কথা শুনি চন্দ্ৰমতিয়ে পশু বলিৰে চণ্ডিকা পূজা কৰি যথা বিধিমতে দোষ খণ্ডন কৰাৰ পৰামৰ্শ দিলে। মাতৃৰ মুখত পশু বলিৰ কথা শুনি অহিংসা ধৰ্মত দীক্ষিত

---

**YASASTILAKA AND INDIAN CULTURE**

18. Yaśodhara's disgust for the world and decision to renounce the world is brought into harmony with the morning scenery in a series of appropriate similes. "The east cleared up like my own decision. The stars vanished like my desire for sovereignty. The lunar orb grew dim like my passion of love. The day lotus beds blossomed forth like the disgust of my heart. The darkness of the night disappeared like my desire for worldly happiness. The glow of the early dawn melted away like the snare of my delusion. (p. 79)

19. 'Deluded by the ever-recurring darkness of desires such as those relating to home, wealth, wife and children, thou dost suffer day and night, o mind, but reckest not of the suddenly arriving scourge of Death!' (p. 35)

যশোধৰে কাণত হাত দিলে, অন্তৰ হঠাৎ বিদ্ৰোহী হৈ মনতে ভাবিলে,

'জীৱ বধেৰে দেৱী পূজা? পশু মাংসৰে পূজা অৰ্চনা? এনেবোৰ ভ্ৰান্ত ধাৰণা মানি নিৰ্বোধবোৰে নাজানে, তাইঁতে কিমান পাপৰ ভাগী হৈছে। ধৰ্মীয় বিধানেৰে দোষ খণ্ডন কৰা যায়, কিন্তু জীৱ বলিদানেৰে অশুভ সপোন খণ্ডন কৰা অসম্ভৱ।' অন্তৰৰ দ্ৰোহ চিন্তা লুকুৱাই নাৰাখি ততালিকে মাতৃ আজ্ঞা অৱজ্ঞা কৰি ৰজাই ক'লে,

"আই! ক্ষত্ৰিয়ৰ ঘাই ধৰ্ম জীৱন ৰক্ষা কৰা। নিৰপৰাধী জীৱ বধ কৰিলে ক্ষত্ৰিয় ধৰ্ম উলঙ্ঘন কৰা হ'ব। ৰজাৰ অস্ত্ৰধাৰণ দেশৰ অপৰাধী আৰু যুদ্ধক্ষেত্ৰৰ অস্ত্ৰধাৰী শত্ৰুৰ বিপক্ষে—নিৰীহ প্ৰাণীৰ বাবে নহয়। দেৱ-দেৱীক সন্তুষ্ট কৰাৰ অনেক বিধি থাকোঁতে জীৱ বধৰ পাপত কিয় লিপ্ত হ'ব লাগে?"

যশোধৰৰ কথা শুনি বিৰক্ত হ'ল ৰাজমাতা; স্বগতঃ ক'লে,

"দেশত জৈন বতাহ বলিব ধৰিছে। মোৰ পুত্ৰৰ মূৰত জৈন বতাহ সোমাইছে। উস! এই দিগম্বৰ জৈনবোৰ! ইহঁতৰ সঙ্গত পৰিলে মগজত জৈন তত্ত্ব এনেভাৱে যাদুৰ দৰে সুমুৱাই দিয়ে যে তাক লৰচৰ কৰা অসম্ভৱ।"

পুত্ৰৰ ওপৰত উঠা খং ৰাজমাতাই মন্ত্ৰীবৰ্গৰ ওপৰত জাৰি কৰিবলৈ ধৰিলে, সন্ন্যাসীবোৰক ৰজাৰ সংশ্ৰৱলৈ নানিবলৈ মন্ত্ৰীবোৰক নিৰ্দেশ দিয়া সত্ত্বেও তেওঁলোকেই ৰজাৰ লগত সিবোৰক সাক্ষাৎ কৰাইছে। তেওঁৰ কোমল মনৰ পুত্ৰক আৰু দেশৰ প্ৰজাক বিপথে চালিত কৰিছে বুলি মন্ত্ৰীবোৰক অসৎ আৰু ৰাজবিৰোধী বুলি ভৰ্ৎসনা কৰিবলৈ লাগিল। পুত্ৰই সাতামপুৰুষীয়া বেদৰ বাণী আৰু নীতি নিয়মৰ বিৰোধ কৰা দেখি ৰাজমাতাই খণ্ডত হুঙ্কাৰ মাৰিলে,

"নাস্তিক! যিবোৰ কথা তুমি কৈ শুনালা, তাৰ যথোচিত উত্তৰ মৰ্য়ো দিব জানোঁ। যি ধৰ্মত দেৱ-দেৱী আৰু উপৰিপুৰুষক সন্তুষ্ট কৰাৰ কোনো নীতি নিয়ম নাই, পৱিত্ৰ স্নান আৰু অগ্নি পূজা নাই, যি বেদ-বেদান্তৰ নীতি নিয়মৰ বাহিৰ, সেই ধৰ্মৰ প্ৰতি তুমি কেনেকৈ ঢাল খাব পাৰা? যিবোৰ সন্ন্যাসীৰ পৰিষ্কাৰ পৰিচ্ছন্নতাৰ আৰু বস্ত্ৰ পৰিধানৰ কোনো জ্ঞান নাই, সেইবোৰৰ লগত কেনেকৈ ধৰ্মালোচনা কৰিব পাৰা? বেদৰ বাণীযেই যে আদি ধৰ্ম, ই ধ্ৰুৱসত্য। যাৰ বেদ-জ্ঞান নাই, তাৰ জীৱনৰ চতুৰ্বৰ্ণ আৰু চতুৰাশ্ৰম প্ৰথাবো কোনো জ্ঞান থাকিব নোৱাৰে। জৈন নীতি নিয়ম কলি যুগৰ আবিষ্কাৰ। এওঁলোকে অযথা যুক্তি দেখুৱাই যে মানুহেই ভগবান হ'ব পাৰে। ইমানেই যদি তোমাৰ ধৰ্মভক্তি তুমি শিব বা বিষ্ণু পূজা নকৰা কিয়?"

মাতৃৰ কথা শুনি যশোধৰৰ মনত ভাব হ'ল,

'যাৰ অন্তৰখন এজাৰৰ দৰে ক'লা, তাক অমৃতেৰে ধুৱালেও পৰিষ্কাৰ নহয়; কিন্তু তেওঁৰ তৰ্কৰ প্ৰতিযোগী সৰ্বোচ্চ আসনৰ অধিষ্ঠাত্ৰী স্বয়ং ৰাজমাতা।'

মাতৃৰ বক্তব্যৰ যথোচিত উত্তৰ দিবলৈ সাজু হ'ল যশোধৰ। মাতৃৰ পৰা প্ৰথমে ক্ষমা বিচাৰি তেওঁ মাতৃৰ উক্তিবোৰ খণ্ডন কৰিবলৈ ল'লে,

"বেদৰ বাক্য নিৰ্বিচাৰে মানি লোৱাৰ কোনো অৰ্থ নাই। সংসাৰী মানুহে কি কৰা উচিত আৰু কি কৰা অনুচিত বেদশাস্ত্ৰই নিশ্চিতভাৱে কোনো অনুশাসন দিয়া নাই। বেদৰ নীতি নিয়মৰ যুক্তিবিলাক পৰস্পৰবিৰোধী। সৰ্বসাধাৰণৰ মন ভাল লগা কথাৰে বেদ ৰচিত হৈছে বাবেই, এই শাস্ত্ৰ জনপ্ৰিয় আৰু সকলোৱে ইয়াৰ নীতি নিয়ম অনুসৰণ কৰে। সুৰাপান, মাংস ভোজন আৰু প্ৰাণী চিকাৰ মানুহৰ প্ৰিয় বাবেই এইবোৰ অভ্যাস শাস্ত্ৰই বাৰণ কৰা নাই। পূজাৰ মন্ত্ৰপাঠেৰে জীৱ বলিদান আৰু জীৱ হত্যাৰ মাজত কোনো প্ৰভেদ নাই; 'উছৰ্গা কৰা জীৱ আৰু বলি দিয়া পূজাৰী উভয়ে দেৱত্ব লাভ কৰে' বোলা মনুৰ বেদবাক্য অন্তঃসাৰশূন্য।"

মাতৃক জৈন তত্ত্বৰ জ্ঞান দি যশোধৰে পুনৰ কয়,

"জৈন অহিংসা নীতিৰ অৰ্থ জীৱ বধ আৰু জীৱক আঘাত কৰা দুয়োটাৰে পৰা বিৰত হোৱা। ক্ষুদ্ৰতম জীৱকো অগ্নিদাহৰ পৰা ৰক্ষা কৰিবলৈ অগ্নি প্ৰজ্বলন বাৰণ কৰি এই ধৰ্মই প্ৰাণী হত্যা, সুৰাপান আৰু মাংস ভোজন নিষিদ্ধ কৰে। মানৱীয় অনুভূতিৰ পৰা মুক্ত পৱিত্ৰ তীৰ্থঙ্কৰসকলক ভক্তই অৰ্হত বা আপ্ত বুলি কয়। প্ৰথমবাৰ মনুষ্য জন্ম লৈ পৰম জ্ঞান লাভ কৰাৰ পিছত অৰ্হতসকলে দ্বিতীয়বাৰ জন্ম গ্ৰহণ কৰে বুলি জৈনসকলে মানি লয়। দ্বৈত জন্মৰ এই নিৰাসক্ত অৰ্হতসকলক দেৱতা জ্ঞান কৰি ভক্তই পূজা কৰে।"

পুত্ৰৰ মুখত অহিংসাৰ ব্যাখ্যা শুনি ৰাজমাতাই উত্তৰ কাটে,

"সূক্ষ্ম বাছ-বিচাৰবোৰত লাগি কথা কটাকটি কৰি লাভ নাই। সংসাৰত সৰহ সংখ্যক লোকে যি পথ লয়, তাকেই অনুসৰণ কৰা উচিত; কিয়নো সৰ্বসাধাৰণে যি কৰে সিয়েই শুদ্ধ পথ। সুৰাপান আৰু মাংস ভোজন বৰ্জন কৰিবলৈ তুমি উপদেশ দিছা; কিন্তু যি সুৰাই প্ৰেমৰ সঞ্চাৰ কৰে, অৱসাদ আঁতৰায়, যি সুৰা মনোৰম নাৰীমূৰ্ত্তিৰ দৰ্পণ, সেই সুৰা বৰ্জ্জন কৰা কঠিন। সুৰা বৰ্জ্জন কৰা নাৰী প্ৰেমৰ ৰাগীৰ পৰা বঞ্চিত; মাংসবৰ্জ্জিত আহাৰ গোময় সদৃশ।"

যশোধৰক নিজৰ মতত অচল অটল দেখি চন্দ্ৰমতিয়ে ভাবিলে, পুত্ৰক নিৰ্দেশ বা ভাবুকি দি অথবা তৰ্কেৰে পৰাজয় কৰি বশ কৰাৰ দিন পাৰ হ'ল। প্ৰকাশ্যে তেওঁ ধৰ্মজ্ঞানৰ প্ৰশংসাৰে পুত্ৰক ভালৰি লগাই মন্দিৰত পশু বলি দিবলৈ খাটনি ধৰিলে। যশোধৰৰ ভাবৰ কোনো পৰিবৰ্ত্তন নেদেখি ৰাজমাতাই ৰজাৰ ভৰিত ধৰি কাকুতি কৰিলে, পশুৰ সলনি ময়দাৰ লাড়ুৰে সজা এটা কুকুৰাৰ প্ৰতিমূৰ্ত্তিকে বলি দি দুই ধৰ্ম বিশ্বাসৰ আপোছ কৰিব লাগে। উপায়বিহীন হৈ ৰাজমাতাৰ ইচ্ছা পূৰণৰ অৰ্থে ৰজাই সন্মতি প্ৰকাশ কৰাত মহাভৈৰবী মন্দিৰত বলিপূজাৰ আয়োজন কৰিবলৈ নিৰ্দেশ দিয়া হ'ল।

ৰাজসভাৰ তৰ্ক-বিতৰ্ক আৰু ৰজাৰ সিদ্ধান্তৰ কথা চতুৰ ৰাণী অমৃতমতিৰ কাণত পৰাৰ লগে লগে তেওঁ গম ধৰিলে যে, যোৱানিশাৰ তেওঁৰ অভিসাৰৰ কথা ৰজাই ধৰা

পেলাইছে। ৰাণীয়ে ধাৰণা কৰিলে, তেওঁ নজনাকৈ সিংহাসন এৰি সন্ন্যাস লোৱাৰ কথা আৰু অশুভ সপোন আটাইবোৰেই ৰজাৰ এটা ষড়যন্ত্ৰ মাথোন; ফান্দ পাতি তেওঁক ধৰা পেলোৱাৰ ছল; ৰাণীৰ ওপৰত প্ৰতিশোধ ল'বলৈকে ৰজাই গুপুতে জাল পেলাইছে। আত্মৰক্ষাৰ উপায় চিন্তিলে অমৃতমতিয়ে—স্বগতঃ ক'লে,

"ৰজাৰ প্ৰতিহিংসাৰ বৰবিহ মোৰ ওপৰত পৰাৰ আগতে ময়েই প্ৰথমে ঢালিম সেই বৰবিহ। বঞ্চনাৰ প্ৰতিশোধ ল'ব লাগিব বঞ্চনাৰে। যি পুৰুষে ঠগ প্ৰবঞ্চকৰ লগতো ধৰ্ম্মশীল হৈ থাকিব পাৰে, যাক সহজে তুষিব পৰা যায়, সেই পুৰুষ মহামূৰ্খ, পদে পদে ঠেকত পৰে। নাৰীৰ প্ৰতি বৈৰীভাব নথকা পুৰুষেহে স্ত্ৰীৰ লগত সুখেৰে কাল কটাব পাৰে; অন্যথাই সেই মূঢ়মতিৰ প্ৰাণ নাশৰ ভয় অথবা নাৰীৰ ঘৃণাৰ বলি হয়।"

ৰজাৰ সন্দেহৰ পৰা প্ৰথমতে হাত সাৰিবলৈ ৰাণীয়ে বুদ্ধি সাজিলে। 'গভীস্থিৰ' নামৰ মন্ত্ৰী এজনৰ হতুৱাই ৰজালৈ সম্বাদ দিয়ালে,

"ৰজাৰ অমঙ্গলীয়া সপোনৰ দোষ খণ্ডনৰ অৰ্থে চণ্ডিকাদেৱীৰ পূজাত আত্মবলিদান দিবলৈ অমৃতমতি সাজু আছে! যদিহে ৰজাই সন্ন্যাস লৈ বনলৈ যাবলৈ স্থিৰ কৰিছে, তেতিয়া হ'লে সীতা, দ্ৰৌপদী আদি মহাসতীৰ দৰে ৰাণীকো স্বামীৰ লগত বনলৈ যাবলৈ অনুমতি দিব লাগে।"

সম্বাদৰ লগতে পূজাকৰ্ম হৈ যোৱাৰ পিছত ৰাজমাতা আৰু পুত্ৰৰে সৈতে ৰজাক অমৃতমতিৰ কাৰেঙত অনুষ্ঠিত এখন সমজুৱা ভোজমেললৈ নিমন্ত্ৰণ জনালে।†

মন্ত্ৰীৰ মুখে ৰাণীৰ ছলনাময় বাৰ্ত্তা পাই যশোধৰৰ ঘৃণা দুগুণে বাঢ়িল; মন্ত্ৰীৰ যোগে দিয়া অমৃতমতিৰ পত্ৰখনৰ ৰজাই নিন্দা কৰি বক্ৰোক্তি কৰিবলৈ ধৰিলে ঃ

ৰাণীৰ বাৰ্ত্তা— ৰাজন! জোৱাৰ যেনেকৈ সাগৰৰ চিৰ লগৰী, ময়ো বাঞ্ছা কৰিছোঁ আপোনাৰ সঙ্গসুখ বনবাস কালত।

ৰজাৰ বক্ৰোক্তি— সেয়েহে চঞ্চলা, চপলা তুমি জোৱাৰৰ দৰে!

ৰাণীৰ বাৰ্ত্তা— ৰাজন! আকাশৰ বুকুৰ চন্দ্ৰমাৰ দৰেই মই বিচাৰো ৰজাৰ

---

**YASASTILAKA AND INDIAN CULTURE** p 36

† Amṛtamati came to know of the happennings at the court, and at once realised that the story of the dream was only a feint, and that she had been detected in her escapade of the previous night. She decided to act quickly, and made up her mind to strike Yaśodhara before he could strike her...... Accordingly, she sent to him the minister Gaviṣṭhira with a message, declaring her willingness to sacrifice herself before the goddess in order to counteract the evil effect of the king's dream and ensure his safety. Furthermore, she begged that should the king decide to renounce the world, she might be permitted to accompany him to the woods, like the devoted wives of old, such as Sītā, Draupadī, Arundhatī and others. Meanwhile, she invited Yaśodhara and his mother to a banquet in her house after the worship of the goddess was over."

চিৰ সঙ্গিনী হোৱাৰ।

ৰজাৰ বক্রোক্তি— সেয়েহে চন্দ্রৰ কলিয়া চেকা তোমাৰ শৰীৰত!

ৰাণীৰ বার্ত্তা— ৰাজন! গছৰ ছাঁৰ দৰে মই হ'ম আপোনাৰ অনুগামিনী।

ৰজাৰ বক্রোক্তি— সেয়েহে বাটৰুৱাই তোমাক ভোগ কৰে!

ৰাণীৰ বার্ত্তা— ৰাজন! ৰথে যেনেকৈ পথৰ বুকুত ৰথচিহ্ন আঁকি যায়, মেয়ো হ'ম আপোনাৰ সেই ৰথচিহ্ন।

ৰজাৰ বক্রোক্তি— সেয়েহে চৰিত্র তোমাৰ ধূলিময়!

ৰাণীৰ বার্ত্তা— ৰাজন! চাকি আৰু পোহৰৰ দৰেই মই আপোনাৰ চিৰলগৰী।

ৰজাৰ বক্রোক্তি— সেয়েহে আৱৰিছে তোমাক দুর্নামৰ কলীয়া ধোঁৱাই!

ৰাণীৰ বার্ত্তা— ৰাজন! বসন্তই প্রকৃতিক শোভিত কৰাৰ দৰেই আপোনাৰ সান্নিধ্যত মই হ'ম চিৰসুন্দৰ।

ৰজাৰ বক্রোক্তি— সেয়েহে তোমাৰ কীর্ত্তি মদনৰ ৰূপ কথা।

ৰাণীৰ বার্ত্তা— গঙ্গা যেনেকৈ বাগৰিছে হিমালয়ৰ বুকুৰেদি মোকো দিয়ক আশ্রয়, হে ৰাজন! আপোনাৰ বুকুৰ মাজত।

ৰজাৰ বক্রোক্তি— সেয়েহে তললৈ নামিছা তুমি জুৰিটিৰ দৰে![20]

প্রতিটো কথাৰে কাকু-বক্রোক্তি কৰি যশোধৰে ৰাণীৰ নিমন্ত্রণ ৰক্ষা কৰিব বুলি বার্ত্তাবাহী মন্ত্রীক বিদায় দিলে। অমৃতমতিৰ অক্ষমনীয় অপৰাধৰ বিষয়ে জানিও মন্ত্রীৰ মুখে কথা

---

**YASASTILAKA AND INDIAN CULTURE**

20. An interesting example of Kāku-Vakrokti is found in Amṛtamati's fraudulent message to Yaśodhara, in which she begs to be allowed to accompany the king into wilderness after his proposed renunciation of the world. Yaśodhara, while listening to the message, interjects sarcastic remarks which appear to corroborate her statements, but really give them a different interpretation reflecting on her character. Portions of the message may be reproduced here, Yaśodhara's remarks being put within brackets. Amrtamati says : 'I will accompany Your Majesty, just as the tide accompanies the ocean (That is why you are fickle); just as the image of the moon accompanies the sky (That is why you have a black spot[1]); just as the shade accompanies a tree (That is why you are enjoyed by others[4]); just as the track accompanies a chariot (That is why you are 'full of dust' [2]); just as the flame accompanies a lamp (That is why you emit 'smoke '[3]); just as sylvan beauty accompanies the spring (That is why you are full of Cupid's lore); just as the Ganges is the companion of the Himālayas (That is why you seek a lo... level) (p. 85)

---

1. a blot on her character.
2. ' a lewd women'.
3. disgrace.
4. a paramour of lower rank.

দিয়াত ৰজাই ৰাণীৰ কাৰেঙত ভোজ খাবলৈ ঠিৰাং কৰিলে।

যথা সময়ত ৰজা আৰু ৰাজ্যৰ মঙ্গলৰ অৰ্থে বলিপূজা অনুষ্ঠিত হ'ল চণ্ডিকা দেৱী মন্দিৰত। উজ্জয়নীৰ ৰাজপথত পৰিচাৰিকাৰ নৃত্য, গীত-বাদ্যৰ ঘোষণাৰ দ্বাৰা ৰাজমাতাৰ মন্দিৰলৈ আগমনৰ জাননী দিয়া হ'ল। ৰজা যশোধৰেও সহচৰবৰ্গেৰে সৈতে সুসজ্জিত হাতীত আৰোহণ কৰি মন্দিৰ অভিমুখে যাত্ৰা কৰিলে নানান অশুভ লক্ষণৰ মাজেৰে। পূৰ্ব পৰিকল্পনা অনুসাৰে দেৱী পূজা কৰি যশোধৰে বলি দিলে ময়দাৰে সজা নকল কুকুৰা। পুৰোহিতে মতা মন্ত্ৰ দোহাৰি ৰজাই প্ৰাৰ্থনা জনালে, নকল জীৱ বলি দিয়াৰ ফল যেন প্ৰকৃত জীৱ বলি দিয়া ফলৰ দৰেই হয়। পূজাৰ শেষত আটায়ে গ্ৰহণ কৰিলে বলিৰ মহাপ্ৰসাদ!

সিফালে ৰাণী অমৃতমতিৰ কাৰেঙত পূৰ্ণ পয়োভৰেৰে আয়োজন চলিছে ৰাজকীয় ভোজমেলৰ। জকমকীয়া ভোজঘৰত বিধে বিধে যতনোৱা হৈছে বিশেষ আহাৰ। ৰাজপৰিয়ালৰ বাবে আয়োজন কৰিছে সুগন্ধি সুস্বাদু ব্যঞ্জন। ৰাজমাতা আৰু যশোধৰ পুত্ৰ যশোমতি আৰু পুত্ৰবধুৰে সৈতে উপস্থিত হ'লহি ৰাণীৰ আড়ম্বৰপূৰ্ণ ভোজমেলত। সুন্দৰী পৰিচাৰিকাগণে ভাগে ভাগে আহাৰ পৰিৱেশন কৰিলে ৰাজ পৰিয়ালক। ৰাজমাতা আৰু যশোধৰৰ বিশেষ আহাৰত কাল নাগিনী অমৃতমতিয়ে বৰবিহ মিলাই থৈছিল। সুগন্ধি ব্যঞ্জন মুখত দিয়াৰ লগে লগেই চন্দ্ৰমতি আৰু যশোধৰ ঢলি পৰিল। ৰাজমাতা চন্দ্ৰমতিৰ খিতাতে প্ৰাণবায়ু গ'ল, ৰজা যশোধৰে বৰবিহৰ জ্বালত ছট্‌ফটাবলৈ ধৰিলে। ভোজঘৰত হুৰা-দুৰা লাগিল। ৰাজবৈদ্য আৰু ঔষধ বিচাৰি চাৰিওদিশে মানুহে দৌৰাদৌৰি কৰিবলৈ ধৰিলে। এই সুযোগতে অমৃতমতিয়ে চিঞৰ-বাখৰ কৰি হুৰাও-ৰাওকৈ কন্দাৰ ভাও জুৰিলে। মৃত্যু যাতনাত ধৰফৰাই থকা যশোধৰক পাপিষ্ঠা ৰাণীয়ে সাবট মাৰি ধৰাৰ ছলেৰে ডিঙি টেপি মৃত্যু ঘটালে।....... .... মহা আড়ম্বৰৰ ৰং-চঙৰ সিমানতে যৱনিকা পৰিল উজ্জয়নীৰ ৰাজমহলত। □□

---

**YASASTILAKA AND INDIAN CULTURE**

* "Meanwhile, the sound of music accompanying the dance of courtesans in the streets announced to the citizens that Candramati and her retinue were on their way to the temple of Caṇḍikā, and Yaśodhara also started for the same place on the back of an elephant amidst a host of evil omens. Arriving at the temple, he severed the head of the cock made out of dough with a knife, according to the instructions of the priests, praying to the goddess that the offering might produce for him the same results as the actual killing of animals in sacrifices. He then sent the dough, from which the cock was fashioned, to the kitchen, as if it were the flesh of a real cock." (p. 36)

# পৰজন্ম

*শিশু সন্ন্যাসী অভয়ৰুচিয়ে যশোধৰ আৰু চন্দ্ৰমতিৰ পৰজন্মৰ কাহিনী ৰজা মাৰদত্তক শুনাবলৈ ল'লে ঃ*

........ৰজা যশোধৰৰ শোকাৱহ মৃত্যুৰ পিছত পুত্ৰ যশোমতি অৱন্তিৰ ৰাজপাটত উঠিল। পতিপৰায়ণা ৰাণী কুসুমাৱলীৰে সৈতে যশোমতিয়ে ৰাজ কাৰ্য্য চলালে পৰম্পৰাগত পয়োভৰেৰে।

হতভগীয়া যশোধৰ আৰু মাতৃ চন্দ্ৰমতিয়ে এই পৃথিৱীত পুনৰ্জন্ম ল'লে পশুপক্ষীৰ জনম লৈ। সুবেল পৰ্বতমালাৰ পূবে এখন সৰোবৰৰ কাষৰ এজোপা বিশাল গছত এজাক ম'ৰা চৰাইৰ মাজত যশোধৰে এটা ময়ূৰ হৈ জন্ম ল'লে। ময়ূৰটো এদিন চিকাৰীৰ ফান্দত পৰাত সি ধুনীয়া চৰাইটো ৰজাক উপহাৰ দিবলৈ উজ্জয়নীৰ ৰাজপ্ৰাসাদলৈ আনিলে। ডজ্জয়নী চহৰ আৰু ৰাজ প্ৰাসাদ দেখি হঠাৎ চৰাইটোৰ পূৰ্বজন্মৰ কথাবোৰ মনত পৰিল; প্ৰাসাদৰ আটাইকে সি চিনি পালে। সিফালে বিন্ধ্য পৰ্বত উপত্যকাৰ এখন ঘোঁৰাশালত চন্দ্ৰমতিয়ে এটা হৃষ্টপুষ্ট কুকুৰৰ জনম ল'লে। ঘটনাচক্ৰে গিৰিহঁতে তাকো চিকাৰী কুকুৰ কৰিবলৈ ৰজা যশোমতিক ভেটিলেহি।

এদিন ময়ূৰটোৱে অমৃতমতিৰ কাৰেঙৰ সাত মহলাৰ ওপৰত ঘূৰি ফুৰোঁতে দেখিলে, অমৃতমতিয়ে তাইৰ প্ৰণয়ী অষ্টৱক্ৰৰে সৈতে ৰং তামাচা কৰি মগ্ন হৈ আছে; সেই দৃশ্য দেখা মাত্ৰকে খণ্ডত উত্ৰাৱল হৈ ময়ূৰটোৱে তাৰ পাখি আৰু ঠোঁটেৰে প্ৰেমিক প্ৰেমিকাহালক খুঁটিয়াবলৈ লোৱাত আলধৰা লিগিৰীবোৰে কাষত যি পালে তাকে চৰাইটোলৈ দলিয়াই হুলস্থূল লগালে। তাকে দেখি ৰজাৰ চিকাৰী কুকুৰটোৱে ময়ূৰটো আক্ৰমণ কৰি মাৰি পেলালে। কিছুদূৰত ৰজা যশোমতি মগ্ন হৈ আছিল পাশাখেলত। হঠাৎ গণ্ডগোল শুনি ময়ূৰটো বচাবৰ বাবে পাশাৰ পীৰাখনকে কুকুৰৰ গালৈ দলিয়াই দিয়াত কুকুৰৰো থিতাতে প্ৰাণ গ'ল।

এইদৰে অল্পায়ু জীৱৰ জীৱন লৈ দুৰ্ভগীয়া যশোধৰ আৰু মাতৃ চন্দ্ৰমতিয়ে উজ্জয়নীৰ আশে-পাশে কেইবাবাৰো জনম-মৰণৰ সমুখীন হৈ অশেষ ক্লেশ ভুগিবলৈ ধৰিলে। এবাৰ এজাক ছাগলীৰ মাজত চন্দ্ৰমতিয়ে মাইকী ছাগলীৰ জন্ম ল'লে। তাই যেতিয়া গৰ্ভৱতী হ'ল, যশোধৰকে ছাগলী পোৱালী ৰূপে গৰ্ভত ধাৰণ কৰিলে।

এদিন ৰজা যশোমতিয়ে সদলবলে চিকাৰলৈ গৈ বনৰ পঁও বধ কৰিব নোৱাৰি বিফল মনোৰথেৰে উজ্জয়নীলৈ ফিৰিছিল। বাটত ছাগলীৰ জুমটো দেখি ৰজাই শৰ নিক্ষেপ কৰাত ঘটনাক্ৰমে সেই গৰ্ভৱতী ছাগলীজনীয়েই শৰবিদ্ধ হ'ল। মৰা ছাগলীজনীৰ

পেট ফালি গৰ্ভৰ পোৱালীটো ৰজাই প্ৰাসাদৰ ঘাই ৰান্ধনিক গতালেহি ভক্ষণৰ কাৰণে ল'বলৈ। কেইমাহ মানৰ পিছত ছাগলী পোৱালীটো ডাঙৰ হ'লত, এদিন সি পাপিষ্ঠা অমৃতমতিক মাংসাহাৰৰ ৰন্ধন প্ৰকৰণ ৰান্ধনিক শিকাই থকা দেখা পালে। অমৃতমতিৰ সৰ্বশৰীৰত কুষ্ঠৰোগ বিয়পি পৰিছে, শৰীৰৰ পচা ঘাৰ দুৰ্গন্ধ সহিব নোৱাৰি আটায়ে নাকত সোপা দিছে আৰু স্বামী হত্যাকাৰিণী বুলি আঙুলি টোৰাই কুচ্‌কুচীয়া মেল পাতিছে। কিছুদিনৰ পিছত ছাগলীপোৱালীটোও অমৃতমতিৰ মাংসভোজনৰ বলি হ'ব লগীয়া হ'ল।

যশোধৰ আৰু চন্দ্ৰমতিয়ে তেওঁলোকৰ ষষ্ঠ পৰজন্মত এহাল মতা মাইকী কুকুৰা ৰূপে জনম ধৰিলে এখন হৰিজন বস্তিত। চণ্ডকৰ্মন নামে ৰজাৰ ঘাতক এজনে এদিন হৰিজন বস্তিত নোকোহা কুকুৰাহাল দেখি ৰজাক ভেটিবলৈ বুলি ৰাজপ্ৰাসাদলৈ লৈ আনিলে। সেই সময়তে ৰজা যশোমতি ৰাণীৰে সৈতে মকৰধ্বজ পূজাৰ উৎসৱ মেলালৈ আহিবলৈ সাজু হৈছিল। ঘাতকজনৰ হাতত কুকুৰাহাল দেখা পাই ৰজাই উৎসৱ মেলালৈ কুকুৰা যুঁজ প্ৰদৰ্শনৰ বাবে লৈ যাবলৈ নিৰ্দেশ দিলে।

মকৰধ্বজ পূজা উপলক্ষে প্ৰতি বছৰেই সহস্ৰকূট মন্দিৰত ধৰ্মমেলা অনুষ্ঠিত হয়। অনেক সাধুসন্ত আৰু দৰ্শকৰ সমাগম হৈ ধৰ্মমেলাত এক উৎসৱমুখৰ পৰিৱেশে গঢ় লয়। সহস্ৰকূট মন্দিৰৰ প্ৰাঙ্গন শাৰী শাৰী পীত বৰণীয়া ছাউনী আৰু লোকজনেৰে ভৰি পৰে। যশোমতিয়েও ৰাণী কুসুমাৱলী আৰু কাৰেঙৰ পৰিচাৰিকাবৰ্গক লৈ মন্দিৰ প্ৰাঙ্গনত শিবিৰ পাতিলেহি মদনপূজা উপলক্ষে।

ইফালে ঘাতকজনে কুকুৰা যুঁজ প্ৰদৰ্শনৰ বাবে মেলালৈ আহি দেখিলে, এজোপা অশোক গছৰ তলত বহি জৈন গুৰু সুদত্ত মুনিয়ে অনেক শ্ৰোতাৰে সৈতে ধৰ্মৰ দৰ্শন-তত্ত্ব ব্যাখ্যা কৰি আছে; বিভিন্ন ধৰ্মৰ লোকে আলোচনাত ভাগ লৈ পৰধৰ্ম উপহাস কৰিছে আৰু বিভিন্ন দৰ্শন-তত্ত্ব লৈ উত্তপ্ত বাক বিতণ্ডা চলিছে। সুদত্ত মুনিয়ে সকলো বিসম্বাদ খণ্ডন কৰি অহিংসা নীতি ব্যাখ্যা কৰি কৈছে, "অহিংসা বা জীৱক আঘাত নকৰাই ধৰ্মৰ মূল অৰ্থ। ইহকালৰ শান্তি আৰু মোক্ষ লাভ কেৱল অহিংসাৰ দ্বাৰায়হে প্ৰাপ্ত হ'ব পাৰে।" উদাহৰণ স্বৰূপে মুনিয়ে ঘাতকে অনা কুকুৰাহালৰ পূৰ্বজন্মৰ কাহিনী শুনায়। সিদ্ধপুৰুষ সুদত্তৰ ধৰ্মকথাত পতিয়ন গৈ ঘাতকজনৰে সৈতে সকলো শ্ৰোতাই মুনিৰ পৰা দীক্ষা লৈ জৈন ধৰ্ম গ্ৰহণ কৰে। চণ্ডকৰ্মন নামৰ ঘাতকজন পূৰ্বতে আছিল বিদ্যাধৰলোকৰ এজন অতি ৰূপবান অপ্সৰা। শাপভ্ৰষ্ট হৈ অপ্সৰাজনে মৰ্ত্ত্যলোকত ঘাতকৰ জন্ম লৈছিল। সুদত্ত মুনিৰ পৰা দীক্ষা লোৱাৰ লগে লগে শাপমুক্ত হৈ তেওঁ বিদ্যাধৰলোকলৈ পুনৰ গতি কৰাত লগত অনা কুকুৰাহালৰ কোনো খবৰ নোহোৱা হয়।

সিফালে মেলাৰ শিবিৰত ৰজা যশোমতিয়ে ৰাণীৰ লগত আমোদ-প্ৰমোদ উপভোগ কৰি থাকোঁতে তেওঁৰ পাকৈত হাতৰ শৰ-চালনাৰ কৌশল ৰাণীক এবাৰ

দেখুৱাবৰ মন গ'ল। কেৱল শব্দ শুনিয়েই শৰ নিক্ষেপ কৰি কেনেকৈ লক্ষ্য ভেদ কৰিব পাৰি তাৰ কৌশল ৰাণীক দেখুৱাবলৈ লৈ নোচোৱাকৈ নিক্ষেপ কৰা ৰজাৰ শৰে ঘটনাক্ৰমে চণ্ডকৰ্মনে এৰি যোৱা কুকুৰা হালক ভেদ কৰিলেগৈ। সেই ক্ষণতে ৰাণীৰো গৰ্ভধাৰণৰ সময় হোৱাত কুকুৰাহাল মৰাৰ লগে লগে ৰাণীৰ গৰ্ভত দুটি শিশু ভ্ৰূণৰ সৃষ্টি হ'ল। ফলস্বৰূপে যশোধৰ আৰু চন্দ্ৰমতিয়ে সপ্তম পৰজন্মত ৰাণী কুসুমাৱলীৰ গৰ্ভত দুটি যঁজা শিশুৰ দেহা ল'লে।

গৰ্ভধাৰণৰ সময়ত দুটাকৈ জীৱ বধ কৰা ঘটনাই ৰাণীৰ অন্তৰত গভীৰ ছাপ বহুৱালে। গৰ্ভধাৰণ কালত প্ৰাণী হত্যা ৰোধ কৰাৰ উদ্দেশ্যে কুসুমাৱলীয়ে ৰজাক খাটনি ধৰিলে যে 'দেশৰ প্ৰজাক আদেশ শুনোৱা হওক যাতে ৰাণীৰ গৰ্ভধাৰণ কালত কোনোৱে ৰাজ্যত প্ৰাণীহত্যা বা প্ৰাণীক পীড়িত কৰিব নোৱাৰিব; শিশু জন্ম নোহোৱালৈকে সুৰা' আৰু মাংস ভোজনৰ পৰাও প্ৰজা বিৰত থাকিব লাগিব; এই উদ্দেশ্যে হাটে বজাৰে সুৰা আৰু মাংসৰ বিক্ৰয় নিষেধ কৰা হওক।'

জীৱ হত্যা ৰোধ কৰাৰ উপৰিও জীৱৰ প্ৰতি দয়া জন্মাব পৰা ধৰ্মতত্ত্বৰ দীক্ষা ল'বলৈ ৰাণী অতিকৈ আগ্ৰহান্বিত হৈ পৰিল। আত্মসংযমী সাধ্বী নাৰীলৈকো ৰাণীয়ে পূজা মানস কৰিলে।

ৰজা যশোমতিৰ বুজিবলৈ বাকী নাথাকিল যে কুসুমাৱলীয়ে যি সন্তান জন্ম দিব সেই সন্তানৰ জৈন ধৰ্মৰ প্ৰতি জন্মগত আসক্তি হ'ব। ৰাণীৰ ইচ্ছা পূৰণৰ অৰ্থে ৰজাই যত্‌পৰোনাস্তি চেষ্টা চলালে। যথাসময়ত ৰাণীয়ে দুটি যঁজা ল'ৰা-ছোৱালীৰ জন্ম দিলে। গৰ্ভধাৰণ কালত মাতৃয়ে সকলো প্ৰাণীৰ প্ৰতি অভয়দান কৰাৰ বাবে শিশু দুটিক অভয়ৰুচি আৰু অভয়মতি নাম ৰখা হয়। অভয়ৰুচিৰেই অন্য এটা নাম—'যশস্তিলক'* ❐

---

**YASASTILAKA AND INDIAN CULTURE** 40

*"Meanwhile, Yaśomati was enjoying the company of his consort Kusumāvalī in a tent in the garden. Wishing to show her his skill in hitting invisible objects with arrows simply by hearing the sound, he shot an arrow which pierced and killed the cock and the hen left behind by Caṇḍakarman. Soon after, Kusumāvali conceived, and the birds found their next birth in her womb. During the ante-natal period, the queen implored the king to proclaim protection from injury for all creatures and prohibit the sale of wine and the use of meat. Further, she expressed a keen desire to have teachings on kindness to living creatures expounded to her, and worship holy women noted for their self-control. The king was convinced that he was going to have a child with an innate leaning towards the Jaina religion, and tried his best to fulfil the wishes of the queen. In due course Kusumāvalī gave birth to a pair of twins, a boy and a girl, who were respectively called Yaśastilaka and Madanamati, better known as Abhayaruci and Abhayamati, on account of the mother's solicitude for *abhaya* or 'protection from injury' for all creatures during the period preceeding their birth."

# শিশু সন্ন্যাসী

*ৰজা মাৰদত্তক অভয়ৰুচিয়ে নিজৰ আৰু অভয়মতিৰ পূৰ্বজন্ম আৰু ইহজন্মৰ পৰিচয় দি তেওঁলোকৰ সন্ন্যাসী জীৱনৰ কথা শুনালে :*

...........ৰজা যশোমতিৰ যঁজা সন্তান দুটি ক্ৰমে ডাঙৰ হৈ আঠ বছৰ বয়সত ভৰি দিলেহি। কন্যা অভয়মতিক অহিছত্ৰ দেশৰ ৰজালৈ বিয়া দিয়াৰ বিষয়ে ৰজাই চিন্তা কৰি পুত্ৰ অভয়ৰুচিক ৰাজ্যৰ যুৱৰাজ ৰূপে ঘোষণা কৰিবলৈ স্থিৰ কৰিলে।

এদিন ৰজা যশোমতিয়ে সহচৰবৰ্গক লগত লৈ যাত্ৰা কৰিছিল চিকাৰৰ উদ্দেশ্যে। এনেতে বাটত সহস্ৰকূট মন্দিৰ উদ্যানত ৰজাই দেখা পালে দিগম্বৰ মুনি সুদত্তক। ৰজাৰ এজন সহচৰে মন্তব্য কৰিলে বোলে চিকাৰলৈ যাওঁতে নঙঠা ফকীৰ[21] দেখিলে কৰ্মনাশ হয়। কথাষাৰ শুনি দিগম্বৰ মুনিৰ ওপৰত যশোমতিৰ অতিশয় বিতৃষ্ণা জন্মিল। কিন্তু মুনিক সাক্ষাৎ কৰিবলৈ অহা এজন জৈন সদাগৰে সহচৰৰ মন্তব্য শুনি তত্তালিকে খণ্ডন কৰিলে,

"নগ্ন হৈ জন্ম লোৱা জীৱৰ নগ্নতাই আচল ৰূপ। বস্ত্ৰ পৰিধান প্ৰকৃতিগত নহয়, কেৱল উপৰুৱা আৱৰণ। মহাজ্ঞানেৰে সিদ্ধ যিলোকে কঠোৰ নৈষ্ঠিকতা পালন কৰি জগতৰ হিতৰ বাবে তপঃক্লেশ কৰে, সেইজন পুণ্যাত্মাক দেখিলে কেনেকৈ যাত্ৰা অশুভ হ'ব পাৰে? জৈন সিদ্ধ পুৰুষসকলে পাৰ্থিব সকলো বস্তুৰে অনধিকাৰী হোৱাৰ সংকল্প লয় বাবেই সামান্যতম বস্ত্ৰখনো ত্যাগ কৰে।"

সদাগৰে হাত জোৰ কৰি ৰজাক নেৰা নেপেৰাকৈ লাগিল মুনিক সাক্ষাৎ কৰি ভক্তি প্ৰদৰ্শন কৰিবলৈ; লগতে তেওঁ ৰজাক সুদত্ত মুনিৰ আতিগুৰিও শুনালে,

"সুদত্ত মুনি আছিল কলিঙ্গৰ মহাপ্ৰতাপী ৰজা। এদিন ৰাজসভাত এটা হত্যাকাৰী চোৰক ঠিয় কৰোৱা হ'ল বিচাৰৰ বাবে। অপৰাধীয়ে এটা নাপিতক টোপনিতে হত্যা

---

YASASTILAKA AND INDIAN CULTURE 253

★21. As regards nakedness, it is urged that the wise hate what is artificial but not the observance of what is natural. Nakedness is natural : where is the ground to hate it? Further, it would be impossible for the ascetics to observe the vows of non-possession and non-injury if they desired to wear robes made of barks or deer-skins. As for the custom of taking food standing, Somadeva says that its observance does not lead to heaven nor does the failure to observe it lead to hell. The custom merely marks a certain resolution of an ascetic : I will take food only so long as it comes to the hollow of my palm and I am able to take it standing; otherwise I will abstain from food altogether.

কৰি তাৰ সকলো বয়বস্তু লুট কৰিছিল। বিচাৰক মণ্ডলীয়ে ৰজাৰে সৈতে আলচ কৰি বিচাৰৰ ৰায় দিলে যে দোষীক তিল তিলকৈ এনে ভাৱে শাস্তি দিয়া হওক যাতে দহদিনৰ ভিতৰতে তাৰ মৃত্যু ঘটে। বিচাৰৰ ৰায় শুনি ৰজাৰ বিবেকত আঘাত লাগিল। তেওঁ চিন্তা কৰিলে, 'বিচাৰৰ সিদ্ধান্ত কাৰ্য্যত খটালে পাপৰ ভাগী হ'ব লাগিব, আনহাতে ৰায় অমান্য কৰিলে সামাজিক বিশৃঙ্খলাৰ সৃষ্টি হ'ব আৰু কাপুৰুষালিৰো পৰিচয় দিয়া হ'ব'। দয়াৰ দ্বাৰায় ন্যায় বিচাৰ কৰি দোষীক কেনেকৈ দণ্ড বিহা যায় তাক ভাবি চিন্তি কোনো সমাধান উলিয়াব নোৱাৰি শেহত কলিঙ্গৰাজ সুদত্তই সিংহাসন ত্যাগ কৰি জৈন সন্ন্যাসী হ'ল।"

সদাগৰৰ মুখত সুদত্ত মুনিৰ পৰিচয় পাই যশোমতিয়ে তেওঁক সাক্ষাৎ কৰিবলৈ গ'ল। মুনিৰ শান্ত সৌম্য চেহেৰা আৰু তত্ত্বগধুৰ ধৰ্ম কথাই যশোমতিৰ অন্তৰ জয় কৰিলে। অনুতপ্ত হ'ল ৰজা পূৰ্বে বিতৃষ্ণা ভাব জন্মাৰ বাবে। তত্ত্বজ্ঞানী মুনিৰ চৰণ তলত নিজৰ শিৰচ্ছেদ কৰি তেওঁৰ প্ৰায়শ্চিত্ত কৰিবৰ ইচ্ছা হ'ল। মুনিয়ে ৰজাৰ মনৰ কথা ততালিকে গম ধৰিব পাৰি তেওঁক বাধা দিলে। যশোমতিয়ে ত্ৰিকালজ্ঞ মুনিৰ শক্তি বুজি পাই তেওঁৰ পিতৃ, মাতৃ আৰু পিতামহৰ পৰকালৰ স্থিতিৰ বিষয়ে সুধিলে। সুদত্তই ব্যাখ্যা কৰিলে,

"ইহকালৰ কৰ্মফল মানুহে পৰকালত ভোগ কৰে। নিষ্ঠাৱান ধাৰ্মিকলোকে অহিংসাৰ দ্বাৰা মোক্ষ বা পৰমগতি লাভ কৰে, হিংসাত লিপ্ত জীৱই পৰজন্মত দুখ কষ্টৰ জীয়াতু ভুগে। জীৱৰ পুনৰ্জন্মৰ স্থিতি নিৰ্ণয় কৰে পূৰ্বজন্মৰ ন্যায় আৰু অন্যায়ৰ কৰ্মফলে। উদাহৰণ স্বৰূপে ৰজাৰ ককাদেউতাক পুণ্যাত্মা যশোৰ্ঘই পৰকালত জনম-মৰণৰ হাত সাৰি স্বৰ্গত স্থান পাইছে আৰু ৰজাৰ মাতৃ অমৃতমতিয়ে স্বামীহত্যা পাপৰ পৰিণাম হিচাপে সাত পাতালৰ পঞ্চম তলাত নৰক ভুঞ্জিব লগীয়া হৈছে। অহিংসা তত্ত্বই হিংসাৰ নামত ·পুতলা জীৱ বধ কৰাটোও পাপ বুলি গণ্য কৰে; সেয়েহে ৰজাৰ পিতৃ যশোধৰ আৰু বুঢ়ীমাক চন্দ্ৰমতিয়ে কুকুৰাৰ প্ৰতিমূৰ্ত্তি বলি দিয়াৰ অপৰাধত পৰকালত পুনৰ্জন্মৰ আৱৰ্ত্তনত ঘূৰিব লগীয়াত পৰিছে; পশু পক্ষীৰ জীৱন লৈ তেওঁলোকে কেইবাটাও জনমৰ আৱৰ্ত্তনত অশেষ ক্লেশ ভুগি বৰ্তমান কালত ৰাণী কুসুমাৱলীৰ গৰ্ভত দুটি যঁজা সন্তানৰ জনম ল'লে।"

নিজৰেই সন্তান অভয়ৰুচি আৰু অভয়মতিৰ পূৰ্বজন্মৰ বিষয়ে শুনি আশ্চৰ্য্যান্বিত হ'ল ৰজা যশোমতি। কৰ্মফল আৰু জীৱ হিংসাৰ পৰিণতিয়ে ৰজাক সোঁৱৰালে গোটেই জীৱনে নিধন কৰা চিকাৰৰ অগণন পশু আৰু বধ্য প্ৰাণীৰ মাংসাহাৰৰ কথা। পিতৃ পিতামহৰ ইহকাল পৰকালৰ প্ৰকৃত স্বৰূপ জানি যশোমতিয়ে মন মেলিলে ধৰ্মৰ পথ ল'বলৈ। পিতামহ যশোৰ্ঘৰ দৰে তেৰোঁ পুত্ৰ অভয়ৰুচিক সিংহাসনৰ ভাৰ দি জৈন মুনিৰ শিষ্য হ'বলৈ স্থিৰ কৰিলে। তাৰ আগতে তেওঁৰ আঠবছৰীয়া দুটি শিশু অভয়ৰুচি আৰু অভয়মতিক সুদত্ত মুনিয়ে কোৱা সকলো কথা বিৱৰি ক'লে।"

পিতৃ যশোমতিৰ মুখে পূৰ্বজন্মৰ কথাবোৰ শুনি ল'ৰা-ছোৱালী দুটিৰ হঠাৎ আগৰ সকলো কথা মনত পৰিল। শিশু হ'লেও নিজ পিতৃমাতৃ, আত্মীয়-স্বজন, সংসাৰৰ ঐশ্বৰ্য্য-বিভূতি আটাইবোৰেই তেওঁলোকৰ বাবে অৰ্থহীন আৰু অসাৰ যেন লাগিল। মনৰ শান্তি বিচাৰি অভয়ৰুচি আৰু অভয়মতিয়ে সুদত্ত মুনিৰ কাষ চাপিলে। কোমলমতীয়া অজান শিশু দুটিৰ ধৰ্মীয় দীক্ষা লোৱাৰ বয়স হোৱা নাই বাবে মুনিয়ে উপযুক্ত বয়স নোহোৱালৈকে তেওঁৰ আশ্ৰমত স্থান দিলে। তেতিয়াৰ পৰাই ধৰ্ম-তত্ত্বৰ জ্ঞান লৈ মুনিৰ লগত তেওঁলোকে অনাই বনাই ঘূৰি যেতিয়া মাৰদত্তৰ ৰাজ্যত ভৰি দিলেহি, মন্দিৰ ৰক্ষককেইজনে তেওঁলোকক ধৰি আনি ৰজাৰ সমুখত থিয় কৰালেহি।

............যি মাৰদত্তই মনৰ কামনা পূৰণৰ উদ্দেশ্যে নৰবলি আৰু পশুবলিৰ বিৰাট আয়োজন কৰিছিল, সেইজনৰ অন্তৰত শিশু সন্যাসী অভয়ৰুচিৰ কাহিনী শুনি আবেগৰ ঢল উঠিল। নিজৰেই তেজ সম্বন্ধীয়া ভগিনী কুসুমাৱলীৰ সন্তান দুটিৰ পৰিচয় পাই মাৰদত্ত স্তম্ভিত হ'ল। তাতোকৈ স্তম্ভিত হ'ল ৰজা জীৱন, জনমৰ লীলাখেলাৰ কাহিনী শুনি। সংসাৰৰ ঐহিক ভোগ বিলাস, আমোদ-আহ্লাদ সকলো সপোন মাথোন এক যাদুখেল। মনৰ শান্তিৰ বাবে ৰজা মাৰদত্তই তান্ত্ৰিক ধৰ্ম এৰি অভয়ৰুচিয়ে পালন কৰা ধৰ্মীয় জীৱন গ্ৰহণ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। অভয়ৰুচিয়ে ৰজাক সুদত্ত মুনিক সাক্ষাৎ কৰিবলৈ পৰামৰ্শ দিলে। **

মহানৱমীৰ বলি পূজা উপলক্ষে মন্দিৰত সমবেত হোৱা প্ৰজাগণক বিস্মিত কৰি মাৰদত্তই শিশু সন্ন্যাসী দুটিৰে সৈতে সুদত্ত মুনিৰ শিবিৰলৈ বুলি খোজ ল'লে। মন্দিৰৰ বলি পূজাৰ কোলাহলো নিজম পৰিল। ❒❒

---

YASASTILAKA AND INDIAN CULTURE 41

*"The sage related that Yaśorgha, the king's grand-father, after practising religious austerities according to Jaina tenets, became after his death a divine sage, while his mother Amrtamati went to the fifth hell in consequence of her sins. As for his father Yaśodhara and grand-mother Chandramati, they had to undergo countless sufferings in many a birth owing to the sin of having sacrificed a cock made out of flour-paste in lieu of living animals, and have now been reborn as Yaśomati's own children, Abhayaruci and Abhayamati. The words of the sage made the king realise the enormity of his own sin on account of having killed numerous animals and partaken of their flesh since his early childhood. Disgusted with life, he made up his mind to follow the path of religion, but before renouncing the world, narrated to Abhayaruci and Abhayamati the story of their previous births."

**The narrative of the ascetic boy visibly moved Māradatta, and the latter, having realised that worldly happiness is like a dream or a magic show, expressed his desire to enter the order as a novice. Abhayaruci advised him to see the sage Suddatta, and both set out to meet the great teacher."

# ত্ৰিৰত্ন-তত্ত্ব

চহৰৰ সমীপৱৰ্তী শিবিৰত শিষ্যবৰ্গৰে সৈতে সুদত্ত মুনি ধ্যানস্থ হৈ আছিল ৰজা মাৰদত্তৰ মনৰ পৰিবৰ্তনৰ কথা দিব্য জ্ঞানেৰে গম ধৰিব পাৰি তেওঁ নিজেই ৰাজপুৰৰ প্ৰাসাদত পদাৰ্পণ কৰিলেহি। মুনিক ৰাজসভাত সন্মানেৰে আদৰণি জনাই মাৰদত্তক যদুবংশৰ মহাৰজা চন্দ্ৰমহাসেনৰ পুত্ৰ আৰু অভয়ৰুচিৰ মাতৃ কুসুমাৱলীৰ ভ্ৰাতা বুলি চিনাকি দিয়া হ'ল। ধৰ্মীয় তত্ত্ব-জ্ঞানৰ বিষয়ে ৰজাৰ শুনাৰ ইচ্ছাৰ কথা অভয়ৰুচিয়ে মুনিক জনোৱাত মাৰদত্তই কেইটামান প্ৰশ্ন উত্থাপন কৰিলে। প্ৰথমে তেওঁ সুধিলে,

"ধৰ্ম আৰু অহিংসাৰ স্বৰূপ কি?"

মুনিয়ে উত্তৰ দিলে,

"মনৰ অনুকম্পা[22] ভাবেই ধৰ্মৰ মূল অৰ্থ। স্বকীয় অভিজ্ঞতাৰে জ্ঞান বুদ্ধি প্ৰকাশ কৰিব পৰা সকলো প্ৰাণীক জীৱ বুলি ধৰা হয়। জীৱৰ প্ৰতি দয়া আৰু সহানুভূতি প্ৰদৰ্শনেই ধৰ্মৰ প্ৰকৃত স্বৰূপ। জীৱ-দয়াৰ ধৰ্ম গুণক 'অহিংসা' বুলি কোৱা হয়। মৈত্ৰী, প্ৰমোদ, কাৰুণ্য আৰু মাধ্যস্থ্য—এই চতুৰ্বিধ ভাবৰ দ্বাৰাই মানুহে অহিংসাত[23] উদ্বুদ্ধ হ'ব পাৰে। শাৰীৰিক বা মানসিক আঘাতেৰে অথবা কটু কথাৰে কাৰো মনত দুখ নিদিয়া ভাবক মৈত্ৰী, জ্ঞানী ধৰ্মপৰায়ণ লোকৰ প্ৰতি স্নেহ ভক্তিৰ ভাবক প্ৰমোদ, দুখীজনক সহায় কৰাৰ ভাবক কাৰুণ্য আৰু অজ্ঞানীৰ প্ৰতি খং বা ৰঙৰ কোনো প্ৰকাৰৰ অসন্তুষ্টি বা সন্তুষ্টিৰ ভাব প্ৰকাশ নকৰাক মাধ্যস্থ্য বুলি কোৱা হয়। অহিংসাই সৰ্বোৎকৃষ্ট ধৰ্ম।"

---

**YASASTILAKA AND INDIAN CULTURE**

22. "Anukampā is kindness to all creatures; it is the fundamental basis of *dharma*.[4] (p. 255)"

23 "...............Certain qualities which should be cultivated to realise the ideal of *ahiṁsā*. They are *maitrī*, *pramoda*, *kāruṇya* and *mādhyasthya*. Maitrī is the disposition not to cause suffering to any one by any physical act or thoughts or words. Pramoda is affection coupled with respect for men eminent for their virtues and religious austerities. Kāruṇya is the will to help the poor, while Mādhyasthya is an equitable attitude, free from pleasure and displeasure, towards those who are devoid of any merit. The supreme quality of kindness is emphasized by declaring that virtue is light and sin darkness, and sin cannot abide in a person crowned with the rays of kindness. Ahiṁsā is thus a positive virtue and resolves into *jīvadayā* or compassion for living creatures, which by itself is as efficacious as all good words combined."(p. 264)

---

4. सत्वे सर्वत्र चित्तस्य दयार्द्रत्वं दयालवः। धर्मस्य परमं मूलमनुकम्पां प्रचक्षते।।

মাৰদত্তই প্ৰশ্ন কৰিলে, "কি কাৰণে কোনোজনে পুনৰ্জন্ম পায় আৰু কোনোজনে মোক্ষ লাভ কৰে? পুনৰ্জন্মৰ প্ৰমাণ কি?"
সুদত্তই পুনৰ্জন্ম আৰু কৰ্মফলৰ বিষয়ে ব্যাখ্যা কৰিলে,

"জীৱৰ আত্মা অভগন। ই চিৰকলীয়া। আত্মাই এৰা দিয়াৰ লগে লগে মৰণধৰ্মী প্ৰাণীৰ দেহা আৰু জ্ঞান ক্ষয় পায়। মানুহৰ এটা জীৱন কালৰ জন্ম আৰু মৃত্যুৰ মাজতে যদি আত্মা আবদ্ধ হৈ থাকিলহেঁতেন, তেতিয়া হ'লে পৃথিৱীত নৈতিক ধৰ্ম পালনৰ নীতি নিয়মৰ কথা উত্থাপিত নহ'লহেঁতেন। কৰ্মফলৰ বাবেই মানুহে জনম মৰণৰ আৱৰ্ত্তনত ঘূৰি পুনৰ্জন্ম লয়। এই জনমত কি কৰ্ম কৰা হ'ল, তাৰ পৰিণতিৰ অভিজ্ঞতা মানুহে জীয়াই থকা কালতে পাই শেষ কৰিব নোৱাৰিলে পৰজন্মত সেই অভিজ্ঞতা নিঃশেষ কৰিব লাগিব। কৰ্মফল কোনোকালে ধ্বংস নহয়। ধৰ্মৰ দ্বাৰাই মানুহে পুনৰ্জন্মৰ হাত সাৰি মোক্ষ বা পৰমগতি লাভ কৰে। হিংসাত লিপ্ত জীৱই পৰকালত পুনৰ জনম লৈ সংসাৰৰ দুখ কষ্ট ভুঞ্জে। কোনোজনেই অন্যৰ সৎ অথবা অসৎ কৰ্মফলৰ উত্তৰাধিকাৰী হ'ব নোৱাৰে। জীৱৰ পৰকালৰ স্থিতি নিৰূপণ কৰে কৰ্মফলে।

ধুমুহাৰ ধূলিয়ে যেনেকৈ প্ৰকৃতিগত নিয়ম অনুসাৰে আকাশত স্থিতি লয়, সেইদৰে অশৰীৰী জীৱাত্মায়ো প্ৰকৃতিগত ভাৱে আপোনা-আপুনি প্ৰাণীৰ দেহাত স্থিতি লয়হি। কৰ্মফলৰ বাবেই মানুহ সংসাৰত সুখ-দুখৰ ভাগী হ'বলগীয়া হয়। সেয়ে নোহোৱা হ'লে পৃথিৱীৰ সকলো জীৱৰ স্থান সমপৰ্য্যায়ত থাকিলহেঁতেন। মানুহৰ আত্মাই সংসাৰৰ সকলো দেখে, শুনে, বিচাৰ-বিবেচনা কৰে, সংসাৰ বন্ধনত বান্ধ খায় আৰু সেই অনুসাৰে কৰ্মসূতিত নিবদ্ধ হৈ কৰ্মফল ভুগে। দেহা আৰু সময়ৰ লগে লগে ই বিস্তাৰিত হয়। সাগৰ যাত্ৰাত যেনেকৈ নাও আৰু নাৱৰীয়াই এটাই আনটোক পৰিচালনা কৰি আগ বাঢ়ে, সেইদৰে সংসাৰ যাত্ৰাত আত্মাই শৰীৰৰ মাজত আবদ্ধ হৈ কৰ্ম পৰিচালনা কৰে আৰু কৰ্মইয়ো আত্মাক পৰিচালনা কৰে। আত্মা আৰু কৰ্মৰ পৰস্পৰ অনুপ্ৰৱেশেই সংসাৰ বন্ধনৰ হেতু। গছৰ গুটিটোৱেই গজালিটোৰ হেতু হোৱাৰ দৰে সুখ আৰু দুখৰো একোটা হেতু থাকে। গতিকে এই হেতুকেই কাৰ্য্য বা কৰ্ম বুলি ধৰা হয়। সাংসাৰিক বন্ধন আৰু কৰ্ম আসক্তিৰ বাবেই মানুহ জনম মৰণৰ আৱৰ্ত্তনত ঘূৰিব লগীয়া হয়। এই বন্ধনৰ আৰম্ভ বা সমাপ্তি নাই।[24] বন্ধন আৰু কৰ্ম মিলাই জ্ঞানী জনকো পুনৰ্জন্মৰ চক্ৰত ঘূৰিবলৈ বাধ্য কৰায়। গতিকে জীৱাত্মাক পুনৰ্জন্মৰ পৰা মুক্তি দিবলৈ মোক্ষ বা পৰমগতিয়েই একমাত্ৰ পথ।"

---

YASASTELAKA AND INDIAN CULTURE 302

24. कर्मासवानुभवनात् पुरुषः परोऽपि प्राप्नोति पातमसुखासु भवावनीषु।
तस्मात्तयोः परमभेदविदो विदग्धाः श्रेयस्तदादधतु यत्र न जन्मयोगः।।

**Under the intoxicating power of Karma, even a man of superior merit goes reeling down to unhappy births. Se let the wise, who know the cardinal difference between the body and the Self, strive for the bliss that is free from rebirth.**

পুনৰ্জন্মৰ সত্যতাৰ প্ৰমাণ দি মুনিয়ে ক'লে,

"কিছুমান মানুহে পূৰ্বজন্মৰ কথা স্মৰণ কৰা কাৰ্য্যই পুনৰ্জন্মৰ প্ৰমাণ কৰে। জন্মৰ লগে লগেই নবজাত শিশুৱে মাতৃৰ স্তন চুহি গাখীৰ খোৱা কাৰ্য্য পূৰ্বজন্মৰে অভিজ্ঞতা। চাকিৰ পোহৰেৰে অন্ধকাৰত থকা বস্তুৰ স্থিতি গম ধৰাৰ দৰে, জ্যোতিষ শাস্ত্ৰৰ দ্বাৰায়ো কৰ্মফল আৰু পুনৰ্জন্মৰ সত্যতা প্ৰমাণ কৰিব পাৰি।"

ৰজাই প্ৰশ্ন কৰিলে,

"ধৰ্মৰ তত্ত্বজ্ঞান কি?"

সুদত্ত মুনিয়ে জগত গুৰু আৰু ধৰ্মশাস্ত্ৰৰ কথা কৈ ত্ৰিৰত্ন-তত্ত্ব ব্যাখ্যা কৰিলে,

"মানৱীয় সকলো অনুভূতিৰ পৰা মুক্ত তীৰ্থংকৰ সকলক জৈন ধৰ্মই আপ্ত বা অৰ্হত বুলি আখ্যা দিয়ে। অনুভূতি, ভোক, তৃষ্ণা, জন্ম, জৰা, মৃত্যু আৰু ঐহিক দোষ ক্ৰটিৰ চেকাৰ পৰা মুক্ত এই দ্বৈত জন্মৰ জগত গুৰু সকলেই জৈন তত্ত্বৰ উদ্ধাৰক।[25] পৰম জ্ঞান প্ৰাপ্ত হোৱাৰ পিছত মনুষ্যৰূপী অৰ্হতসকলে অপৱিত্ৰ মনুষ্য দেহা ত্যাগ কৰি দ্বিতীয়বাৰ জন্ম গ্ৰহণ কৰে বুলি জৈন সকলে বিশ্বাস কৰে। দেৱত্ব লাভ কৰা এই তীৰ্থংকৰসকলক ভক্তই পূজা অৰ্চনা কৰে। সকলো জীৱৰ মঙ্গল সাধক অৰ্হতসকলেই জৈন ধৰ্মশাস্ত্ৰ ৰচনা কৰি জগতক দুখ সাগৰৰ পৰা উদ্ধাৰ কৰিছে। সৃষ্টি-স্থিতি-সংহাৰ চক্ৰৰ দৰে নিৰ্বাণ প্ৰাপ্ত তীৰ্থংকৰ সকলৰো স্ৰোত আৰু শাস্ত্ৰ সমূহৰ আদি বা অন্ত নাই; প্ৰকৃতিৰ শীত-গ্ৰীষ্ম-বৃষ্টিৰ নিচিনাকৈ এই অবিচ্ছেদ্য ধাৰাৰ সুঁতিৰ আৰম্ভ বা শেষ নাই।[26] মূলসূত্ৰ, সংকল্প, আপ্তসকল আৰু

---

**YASASTILAKA AND INDIAN CULTURE**

25. The Āpta, as the Jaina Tīrthaṁkaras are generically called, is defined as omniscient and free from all blemishes; he is the lord of the universe and the benefactor of all creatures. He extricates the world from the ocean of suffering by *teaching the fundamental truths,* and is therefore to be regarded as the lord of the universe, whom the three worlds obey. He is pure and free from the eighteen defects common to all living creatures such as hunger, thirst, fear, passion, birth, old age, disease, death, anger, sorrow, sleep etc., and is endowed with infinite knowledge, and is the only source of words of wisdom. Passion, hatred and ignorance are cause of telling a lie, but as the Āpta is free from these, he has no occasion for uttering a falsehood. He resembles in shape the heterogeneous creatures (i.e. men), is a mirror unto the universe, and the master of the worlds. (p. 248)

26. .............The chain of emancipated Arhats and Scriptures is without beginning or end, like the cycle of creation, existence and destruction, or that of the seasons : winter, summer and the rains. (p. 323)

27. Astikya is a believing attitude of the mind towards the Āpta, the scriptures, the vows and the fundamental principles.[5] Somadeva concludes by saying that long is the worldly bondage of the man who is subject to the fury of the passions, devoid of vows, cruel and unbelieving.[6] (p. 255)

---

5.आप्ते श्रुते व्रते तत्त्वे चित्तमस्तित्वसंस्तुतम्। आस्तिक्यमास्तिकैरुक्तं मुक्तियुक्तिधरे नरे।

6. रागरोषधरे नित्यं निर्व्रते निर्दयात्मनि। संसारो दीर्घसारः स्यान्नरे नास्तिकनीतिके।।

শাস্ত্ৰৰ ওপৰত আস্তিক্য[27] ভাবৰ উদয় হ'লেই মানুহে ধৰ্মৰ তত্ত্বজ্ঞান উপলব্ধি কৰিব পাৰে। মানৱী জ্ঞান প্ৰগতিৰ ঘাই উপাদান ধৰ্মই ভক্তক চিৰ মুক্তিৰ মাৰ্গত উপনীত কৰায়। ধৰ্মৰ চৰ্চ্চা হয় 'প্ৰবৃত্তি আৰু নিবৃত্তি'ৰ[28] দ্বাৰা। ঐহিক ভোগত আবিষ্ট সংসাৰী মনক প্ৰবৃত্তিয়ে মোক্ষ বা পৰমগতিৰ দিশে ঢাল খুৱায় আৰু নিবৃত্তিয়ে সংসাৰৰ মায়ামোহ বিনাশ কৰি মানৱ মন বন্ধন মুক্ত কৰে।"

ত্ৰিৰত্ন তত্ত্বৰ বিষয়ে মুনিয়ে ক'লে,

"শুদ্ধ বিশ্বাস বা সম্যকত্ব, শুদ্ধ জ্ঞান আৰু শুদ্ধ আচৰণৰ তিনি তত্ত্বই মানুহক মুক্তিপথৰ সন্ধান দিয়ে। বোধ, জ্ঞান আৰু আচৰণৰ ত্ৰি-তত্ত্বক জৈন দৰ্শনে 'ত্ৰি-ৰত্ন তত্ত্ব' বুলি কয়।[29] নীতিবাক্যসমূহ কাৰ্য্যত খটুৱাই যি ধৰ্মশাস্ত্ৰই যুক্তিযুক্ত ব্যাখ্যা কৰিব পাৰে, সেই ধৰ্মইহে ভক্তৰ মনত 'শুদ্ধ বিশ্বাস' বা সম্যকত্ব ভাবৰ সঞ্চাৰ কৰিব পাৰে। ধৰ্মতত্ত্বৰ বিশ্বাসেই 'শুদ্ধ বিশ্বাস।' ভ্ৰান্ত তত্ত্বৰ দ্বাৰা পৰিচালিত মানুহ মায়ামোহৰ আকৰ্ষণৰ পৰা মুক্ত হ'ব নোৱাৰে। যি ধৰ্মশাস্ত্ৰ অসঙ্গত বিপৰীতমুখী ব্যাখ্যাৰ পৰা মুক্ত, তেনে যুক্তিসিদ্ধ শাস্ত্ৰ জ্ঞানেহে মনৰ সংশয় আৰু অনিশ্চয়তাৰ ভাব দূৰ কৰে। ভ্ৰান্তিৰ অন্ধকাৰ আঁতৰিলেই ভক্তৰ মনত 'শুদ্ধ জ্ঞানৰ' উদয় হয়।

সংসাৰী কৰ্ম তৎপৰতাৰ পৰা সম্পূৰ্ণভাৱে বিৰতি নল'লে ধৰ্মীয় সংকল্প সিদ্ধ নহয়। জৈন তপধ্যানে ভক্তক কৰ্মসুঁতিৰ পৰা বিৰত হ'বলৈ অনুপ্ৰাণিত কৰে। পাৰ্থিব সম্পদৰ আসক্তি আৰু সংসাৰী কৰ্মপন্থৰ মনোযোগ সমূলঞ্চে বিনাশ হ'লেই ভক্ত 'শুদ্ধ আচৰণ'ত নিবদ্ধ হয়।"

---

YASASTILAKA AND INDIAN CULTURE

28. The great discourse on Samyaktva or Right faith in Book VI opens with a further definition of Dharma, which is described as the factor causing human advancement resulting in supreme beatitude. It consists of *pravṛtti* and *nivṛtti*, and applies to householders as well as monks. Pravṛtti is endeavour to attain salvation, while Nivṛtti is abstention from all that leads to wordly bondage. Faith, knowledge and conduct are the causes of salvation; while worldly bondage is caused by false doctrine, non-abstention (from injury, theft etc.), passions (anger, pride, greed and deceit), and *yoga* or the activity of body, mind and speech. Samyaktva or faith is concentration on things that conform to reason; knowledge is that which is free from ignorance, doubt and error; and right conduct is complete cessation of all activity that leads to the acquisition of *Karma*. We are also told at the end of Book VI that Samyaktva is faith in the fundamental principles; knowledge is determining the nature of the fundamental principles; and conduct is complete detachment, devoid of all action whatsoever. Right faith, right knowledge and right conduct are the most important factors in the Jaina view of liberation. (p. 247)

29. The Three jewels (Right faith, Right knowledge and Right conduct) are the causes of salvation, while bondage is caused by false views, lack of self restraint and other factors such as passions and *yoga* or the vibrations produced in the soul by the activities of mind, body and speech. (p. 251)

মুনিয়ে সম্যকত্বৰ বিষয়ে ক'লে,

"ধৰ্মৰ মূল সূত্ৰৰ ওপৰত একনিষ্ঠ বিশ্বাসক সম্যকত্ব বা 'শুদ্ধ বিশ্বাস' বুলি কোৱা হয়। ধৰ্মসূত্ৰৰ স্বৰূপ বোধগম্য হ'লে ভক্তই 'শুদ্ধ জ্ঞান' আৰু কৰ্ম নিৰোধৰ দ্বাৰা 'শুদ্ধ আচৰণ'ত নিবদ্ধ হ'ব পাৰে। ঐহিক আসক্তি আৰু বিতৃষ্ণাৰ পৰা মুক্ত হোৱাই 'শুদ্ধ আচৰণ।' বিশ্বাস, বোধ আৰু আচৰণ মোক্ষলাভৰ একমাত্ৰ শুদ্ধ পথ। উপৰোক্ত ত্ৰিৰত্ন-তত্ত্ব আহৰণ কৰিবলৈ শাস্ত্ৰীয় অধ্যয়নৰ পাৰদৰ্শিতা অথবা তপঃক্লেশৰ দ্বাৰা শৰীৰক কষ্ট দি দূৰ অঞ্চললৈ যাত্ৰা কৰাৰ আৱশ্যক নাই। জৈন ধৰ্মৰ ত্ৰিৰত্ন-তত্ত্ব এটা বিশাল অট্টালিকাৰ লাইখুঁটা সদৃশ; অথবা সুপ্ৰশাসনৰ বাবে যেনেকৈ শুদ্ধ ৰাজনীতি আটাইতকৈ গুৰুত্বপূৰ্ণ বিষয়, সেইদৰে জৈন তত্ত্বৰ ঘাই উপাদান ত্ৰিৰত্ন-তত্ত্ব।"

ৰজা মাৰদত্তই প্ৰশ্ন কৰিলে,

"ঘৰ সংসাৰী মানুহ আৰু তপস্বীসকলে ত্ৰিৰত্ন-তত্ত্ব আহৰণ কৰাৰ উপায় কি?"

সুদত্ত মুনিয়ে সংকল্প আৰু অনুপ্ৰেক্ষা ধ্যানৰ বিষয়ে ব্যাখ্যা কৰিলে,

"বিষয় বাসনাত লিপ্ত কৰ্মব্যস্ত সংসাৰী মানুহক গুৰুৱে দীক্ষা দিয়ে অনুপ্ৰেক্ষা ধ্যানৰ দ্বাৰা। গুৰুদীক্ষাৰ পূৰ্বে ভক্তই লোভ, মোহ, কাম, প্ৰৱঞ্চনা আৰু অসত্যৰ পথৰ পৰা মুক্ত হোৱাৰ পাঁচোটা মৌলিক সংকল্প বা অনুব্ৰত লয়। এই পঞ্চমৌলিক সংকল্পই ঘৰ সংসাৰী মানুহক তপস্বী কৰিব পাৰে আৰু সেইদৰে তপস্বীকো সংসাৰী কৰিব পাৰে।[30] উদাহৰণ স্বৰূপে, অৰ্হদ্দাস নামৰ গৃহস্থজন তেওঁৰ স্ত্ৰী আৰু পুত্ৰ-কন্যাৰ মৃত্যুৰ বাতৰি শুনিও একচিত্তে অলৰ-অচৰ ভাৱে ধ্যানস্থ হৈয়েই থাকিল। অন্যহাতে 'পুৰুহূত' ৰজাই সন্ন্যাসী হোৱাৰ পিছতো নিজ পুত্ৰক শত্ৰুৱে আক্ৰমণ কৰাৰ বাতৰি শুনি যুদ্ধৰ বাবে দৃঢ় প্ৰতিজ্ঞ হৈছিল।" অৰ্হদ্দাস আৰু পুৰুহূত ৰজাই বৃত্তি অনুযায়ী নিজ নিজ সংকল্পৰ নৈতিক দায়বদ্ধতা পালন কৰিছিল।

অনুপ্ৰেক্ষা ধ্যান আৰু উপাসনা বিধিৰ বিষয়ে মুনিয়ে ৰজাক জ্ঞান দিলে,

"মনৰ অনুচিন্তন ভাৱনাই অনুপ্ৰেক্ষা ধ্যান। এই ধ্যানৰ দ্বাৰাই গভীৰভাৱে চিন্তা কৰি চাই ভক্তই আত্মপৰ্য্যবেক্ষণেৰে নিজ স্বৰূপ দৰ্শন কৰিব পাৰে। অনুপ্ৰেক্ষা ধ্যানৰ পটভূমিত অনিত্য জীৱন কালৰ বিভিন্ন সময়ত উদ্ৰেক হোৱা মনৰ বিভিন্ন ভাৱৰ

---

**YASASTILAKA AND INDIAN CULTURE** **127**

30................It is the *Saṁkalpa* which makes a householder an ascetic, and an ascetic a householder. The householder Arhaddāsa continued his religious meditation even on hearing of the death of his wife and children; while the sage Puruhūta, formerly a king, although engaged in austerities, formed a warlike resolution as soon as he heard that his son was being attacked by enemies. The respective *Saṁkalpas* of Arhaddāsa and Puruhūta thus determined their moral outlook, regardless of their outward vocations.

তাৎপৰ্য্য ভক্তই বুজি পাবলৈ সক্ষম হয়; শৰীৰৰ ক্ষণস্থায়িত্ব, জীৱনৰ অসহায় ভাব, জনম মৰণৰ আৱৰ্ত্তন, জীৱনৰ নিঃসঙ্গতা, জীৱ আৰু অজীৱৰ পাৰ্থক্য আদি ভিন্ন ভিন্ন অনুচিন্তন ভাৱনাৰ বিষয়ে অনুপ্ৰেক্ষা ধ্যানে ভক্তক আধ্যাত্মিক জ্ঞান দিব পাৰে।

'অনিত্যানুপ্ৰেক্ষা', 'অশৰণানুপ্ৰেক্ষা' আদি বাৰবিধ অনুপ্ৰেক্ষা ধ্যানে ভক্তৰ মনত পুনৰ্জন্ম, কৰ্মফল, শমাৱস্থা, আত্ম সংযম, ধৰ্মৰ জয় আৰু পৰম পুৰুষাৰ্থৰ বিষয়ে জ্ঞানৰ সঞ্চাৰ কৰে। 'একত্বানুপ্ৰেক্ষা' ধ্যানৰ দ্বাৰা ভক্তই উপলব্ধি কৰিব পাৰে যে, 'সংসাৰত অকলেই জন্ম গ্ৰহণ কৰি অকলেই মৃত্যুৰ সন্মুখীন হ'ব লাগিব; অকলেই নিজৰ কৰ্মফল ভোগ কৰিব লাগিব—সুখ বা দুখৰ সময়ত প্ৰকৃত লগৰীয়া কোনো নাই।'

ত্ৰিৰত্ন-তত্ত্ব আহৰণ কৰাৰ বাধাসমূহ, কৰ্মস্মৃতি, কৰ্মবিৰতি, কৰ্মনিৰোধ, আত্ম সংযম আৰু সৌম্যভাৱ আদি মুঠ বাৰটা বিষয়ৰ তপশ্চৰ্য্যাই তপস্বীৰ মনোজগতলৈ অনুপ্ৰেক্ষাৰ মূল 'বৈৰাগ্য ভাৱনা' আনিব পাৰে। এই লক্ষ্যত উপনীত হ'লেই ভক্তই ত্ৰিৰত্ন-তত্ত্বৰ সত্যতা উপলব্ধি কৰি পৰম সুন্দৰৰ মাজত বিলীন হৈ মোক্ষ লাভ কৰে।"

সুদত্ত মুনিৰ দৰ্শন তত্ত্ব ব্যাখ্যানে ফল ধৰিলে। মুনিৰ মুখত পৰম জ্ঞান আৰু পৰমগতিৰ তত্ত্বকথা শুনি ৰজা মাৰদত্ত বিমোহিত হ'ল। ভোগ বিলাস অভিলাষী ৰজাৰ অস্থিৰ চিত্তত যেন শান্তিয়নীৰ ছিটিকনি পৰিল। ভ্ৰান্তি আৰু অনিশ্চয়তাৰ মায়াজাল মনৰ পৰা আঁতৰ কৰি মাৰদত্তই ভক্তিত গদ্‌গদ্‌ হৈ মুনিক প্ৰাৰ্থনা জনালে জৈন ধৰ্মৰ দীক্ষা দিবলৈ। ৰজাৰ লগতে যৌধেয়ৰ সমস্ত প্ৰজায়ো জৈন ধৰ্ম গ্ৰহণ কৰিলে। সিংহাসনৰ মোহ এৰি অনুপ্ৰেক্ষা জপ ধ্যানত নিমগ্ন হ'ল ৰজা মাৰদত্ত আৰু অৱশেষত জৈন তপস্বীৰ জীৱন ধাৰণ কৰিবলৈ ল'লে। আনহাতে অভয়ৰুচি, অভয়মতি আৰু পিতৃ যশোমতিয়ে ত্ৰিৰত্ন-তত্ত্ব সৰ্বোৎকৃষ্ট নিষ্ঠাৰে পালন কৰি যোগ-সিদ্ধি লাভ কৰিলে। মৃত্যুৰ পিছত সুদত্ত মুনিৰে সৈতে আটাইকেইজন পুণ্যাত্মাই নিৰ্বাণ প্ৰাপ্ত হৈ দেৱত্ব লাভ কৰিলে।

শেহান্তৰত জৈন তত্ত্বৰ মহিমা আৰু কাব্যৰ আৰাধ্যদেৱীৰ বন্দনাৰে ৰচয়িতা সোমদেৱে 'যশস্তিলক' কাব্য কাহিনীটোৰ সামৰণি মাৰিছে :

**Somadeva sings the glory of the Jaina faith and acclaims the Goddess of Poetry at the end of the story :**

**जयतु जगदानन्दस्यन्दी जिनोक्तिसुधारसस्तदनु जयतात् कामारामः सतां फलसंगमैः।**
**जयतु कवितादेवी सम्यक्ततश्च यदाश्रयात् कृतिमतिरियं सूते सूक्तिं जगत्त्रयभूषणम्।। (p. 42)** □□

# যশস্তিলক এণ্ড ইণ্ডিয়ান্ কাল্‌চাৰ্
## —এটি চমু পৰিচয়

*'যশস্তিলক এণ্ড ইণ্ডিয়ান কাল্‌চাৰ্'* গ্ৰন্থখনত মুঠ ওঠৰটা অধ্যায় আৰু ওপৰঞ্চিৰ চাৰিটা অধ্যায়ৰ উপৰিও মহাকাব্যত উল্লিখিত প্ৰাচীন স্থান সমূহৰ ভৌগোলিক পৰিচয় দিয়া হৈছে। ওঠৰটা অধ্যায়ত আছে —

(১) সোমদেৱ আৰু তেওঁৰ সময়, (২) যশস্তিলকৰ সংক্ষিপ্ত কাহিনী (৩) যশোধৰৰ কাহিনী আৰু ইয়াৰ উৎস, (৪) গদ্য কাব্য হিচাপে যশস্তিলক, (৫) সামাজিক আৰু ৰাজনৈতিক দস্তাৱেজ ৰূপে যশস্তিলক, (৬) ধৰ্মীয় ৰোমান্স ৰূপে যশস্তিলক, (৭) সংস্কৃত কবিতামালাৰ থুপি ৰূপে যশস্তিলক, (৮) দাৰ্শনিক মতাৱলী, (৯) দাৰ্শনিক চিন্তাধাৰাৰ শ্ৰেণীবিভাগ, (১০) জৈন ধৰ্ম-মত আৰু নৈতিক-আধ্যাত্মিক শৃংখলা, (১১) অনুপ্ৰেক্ষা আৰু জৈন ধৰ্মীয় কবিতা, (১২) এটি প্ৰতিবাদী সংলাপ, (১৩) জৈন ধৰ্ম আৰু অন্যান্য ধৰ্ম, (১৪) বৈদিক বলি-বিধানৰ জৈন সমালোচনা, (১৫) অজৈন পূজাসেৱা, আচাৰ আৰু বিশ্বাস, (১৬) জৈন ধৰ্মীয় আৰু নৈতিক কাহিনীসমূহ, (১৭) পৌৰাণিক আখ্যান আৰু উপকথাসমূহ, (১৮) উদ্ধৃতি আৰু প্ৰসঙ্গসমূহ ; আৰু ওপৰঞ্চিত আছে —

(১) কনৌজৰ প্ৰতিহাৰ ৰাজসভা আৰু সোমদেৱ, (২) গণিকাৰ মৃতদেহৰ বিষয়ে শ্লোকসমূহ আৰু বৌদ্ধ উপকথা, (৩) শিৱ মন্দিৰসমূহ আৰু ইবোৰৰ ভৌগোলিক অৱস্থিতি, (৪) কালামুখ সম্প্ৰদায়।

ভাৰতীয় সংস্কৃতিৰ সম্যক আলোচনাৰে সমৃদ্ধ বিশ্বকোষহেন উপৰোক্ত মহাগ্ৰন্থখনৰ বিষয়ে কাব্যতীৰ্থ ডঃ মুকুন্দ মাধৱ শৰ্মাদেৱৰ ভাষাৰে "সংক্ষেপে ক'বলৈ গ'লে, সন্দিকৈৰ *'যশস্তিলক'*খন এখন মহাভাৰত। মহাভাৰতৰ ওঠৰটা পৰ্ব প্ৰকাৰ দৰেই ইয়াবো ওঠৰটা অধ্যায়ত বিশাল জ্ঞানৰাশি পুঞ্জীভূত হৈ আছে", (*সন্দিকৈৰ গ্ৰন্থত্ৰয়ী*, 'প্ৰকাশ', পৃঃ ১৫) । জ্ঞানৰাশিৰ অফুৰন্ত ভাণ্ডাৰৰ মহাগ্ৰন্থখনৰ যিবোৰ অংশেৰে *'যশস্তিলকৰ বেঙুনি'* সজাই পৰাই তোলা হৈছে, সেই অংশহে পাঠকক আঙুলিয়াই দিয়াৰ প্ৰয়াস কৰা হৈছে। কিয়নো এনে পাণ্ডিত্যপূৰ্ণ মহাগ্ৰন্থৰ পৰিচয় দিয়া একমাত্ৰ গৱেষণাপুষ্ট মনৰ সমকক্ষ পণ্ডিতৰ দ্বাৰাহে সম্ভৱ।

প্ৰাচীন ভাৰতৰ বিভিন্ন ধৰ্মাৱলম্বী তাৰ্কিক দাৰ্শনিক সকলৰ মাজত উদ্ভৱ হোৱা ধৰ্মীয় চিন্তাধাৰাৰ বাক বিতণ্ডাবোৰৰ ওপৰত ধৰি সন্দিকৈদেৱে গ্ৰন্থৰ নৱম অধ্যায়ত এটা সমীক্ষাত্মক আলোচনা আগবঢ়াইছে। এই অধ্যায়ত এটা দিশতে গুৰুত্ব আৰোপ কৰা

হৈছে। উদয়নৰ দ্বাৰা ৰচিত *'আত্মতত্ত্ব বিবেক'* আৰু জৈন লেখক সিদ্ধর্ষিৰ *'উপমিতি-ভৱ-প্রপঞ্চ কথা'*ৰ প্রসঙ্গ দাঙি ধৰি তেখেতে মন্তব্য কৰিছে,— "পৰম পুৰুষ এজনেই যি পৰম জ্ঞানেৰে সমৃদ্ধ। বিশ্বক তেঁৱেই প্রদান কৰিছে অসীম শক্তি। প্রকৃত ধর্মও একেটাই— যি সহিষ্ণুতা, দয়া, শুদ্ধতা, আত্মসংযম, সত্যতা, পৱিত্র ভাব, সাধুতা আৰু ত্যাগৰ প্রতীক। যি তত্ত্বই এক পৰমেশ্বৰ, এক ধর্ম আৰু একেটি সত্যক উদ্ভাসিত কৰি পৰম মুক্তিৰ পথৰ সন্ধান দিয়ে, সিয়েইহে কেৱল সর্বত্রে আস্থাৰ ভাব জগাই বিশ্বজনীন প্রাধান্যতা পাব পাৰে। বিশেষ যত্ন সহকাৰে মানুহে যি তত্ত্বজ্ঞানৰ শিক্ষা লয়, তাকেই প্রকাশ কৰে বিভিন্ন উক্তিৰে। তত্ত্বজ্ঞানৰ ভাবাৰ্থ একে হ'লে কি বৈষ্ণৱ, কি ব্রাহ্মণ্য (বৈদিক), কি শৈৱ অথবা কি বৌদ্ধ, কি জৈন আদি নামৰ পার্থক্যবোধ গণ্য কৰিব লগীয়া বিষয় নহয়।" ঃ

The Doctrine that reveals the One God, the One Dharma and the One Truth, and propounds such a state of final deliverance is alone authoritative and commands universal jurisdiction. It is the purport of this Doctrine that men learn with special care and enunciate in varieties of expression. Call it Vaiṣṇava, Brahmanical, Śaiva, Buddhist or Jaina, it is all the same : the difference in name does not count so long as the meaning remains the same. (p 244). □□

—লেখিকা

প্ৰথম অধ্যায় ঃ

# সোমদেৱ আৰু তেওঁৰ সময়

(পৃঃ ১—২১)

মহাগ্ৰন্থৰ প্ৰথম অধ্যায়ত মূল কাব্যৰ ৰচয়িতা সোমদেৱৰ পৰিচয় দি সমকালীন জৈন গ্ৰন্থকাৰসকলৰ সাহিত্য ৰচনাৰ বিষয়ে পৰ্য্যালোচনা কৰা হৈছে। যশস্তিলক ৰচনাৰ কালছোৱা আছিল জৈন সাহিত্যৰ এটা মহা পয়োভৰৰ যুগ। এই সময়তে সংস্কৃত, প্ৰাকৃত আৰু কানাড়ী ভাষাত অজস্ৰ জৈন গ্ৰন্থ ৰচিত হৈছিল আৰু ভাৰতীয় সাহিত্য জগতত জৈন সাহিত্যই এক উচ্চ স্থান অধিকাৰ কৰিছিল। শাস্ত্ৰজ্ঞ সোমদেৱক এজন মহান কবি, লোকবিদ, দাৰ্শনিক আৰু তৰ্কশাস্ত্ৰৰ অপৰাজেয় ব্যক্তি হিচাপে বহু অলঙ্কৃত উপাধিৰে বিভূষিত কৰা হৈছিল দশম শতিকাৰ ৰাজদৰবাৰত। কাব্যখনৰ শেষৰ ফালে সোমদেৱে নিজকে এজন দেৱসঙ্ঘ-পন্থী জৈন সন্ন্যাসী বুলি পৰিচয় দি উল্লেখ কৰিছে যে 'ৰচ্ছুক' নামে 'লেখক' শিখামণি' উপাধিৰে বিভূষিত এজন বিখ্যাত হস্তলেখকে *'যশস্তিলক'* কাব্যখন লিপিবদ্ধ কৰিছিল। 'ৰচ্ছুক' নামৰ এই লেখাৰুজনৰ অপূৰ্ব-সুন্দৰ হস্তলেখাৰ (calligraphy) নক্সাবিলাক সেইকালত নাৰীসকলৰ প্ৰেমপত্ৰত ব্যৱহৃত হৈছিল বুলি সন্দিকৈদেৱে মন্তব্য কৰিছে; কিন্তু সময়ৰ সোঁতত কাব্যৰ এই মূল পাণ্ডুলিপিবোৰৰ অস্তিত্ব নোহোৱা হয়।

গদ্য-পদ্যৰে ৰচিত চম্পূকাব্য *'যশস্তিলক'* ৰচিত হৈছিল দশম শতিকাত। ৰচনাৰ কালছোৱাৰ বিষয়ে সোমদেৱে বৰ্ণনা দিছে, '৯৫৯ খ্ৰীষ্টাব্দত (৮৮১ শক) যেতিয়া বিশাল ৰাষ্ট্ৰকূট ৰাজ্যৰ সম্ৰাট তৃতীয় কৃষ্ণৰাজদেৱে ৰাজ্য বিস্তাৰৰ অৰ্থে পাণ্ড্যদেশ, চোলা*, চেৰেমা* (চেৰা), সিংহলী আৰু অন্যান্য ৰজাসকলক যুদ্ধত পৰাস্ত কৰি বশ কৰিছিল, সেই সময়তে গঙ্গাধাৰা* নামৰ অঞ্চলত মদন ত্ৰয়োদশীত যশস্তিলক কাব্য ৰচনা কৰা হৈছিল।' দক্ষিণ ভাৰতৰ এই সমৰ যাত্ৰাত 'মেলপাটী' চহৰত কৃষ্ণৰাজদেৱে খোদিত

---

**YASASTILAKA AND INDIAN CULTURE**

* **Cola,**............ The traditional Cola Country is represented by the modern districts of Trichinopoly and Tanjore and part of Pudukkottah State...... (p. 512)

**Cerama,** Book III. Yaśodhara is described as पञ्चपाण्ड्यचोलचेरमहर्म्यनिर्माण-प्रकाश्यमानदिग्विजयवाहिनीप्रचार: Cerama=Cera=Kerala (Malabar). (p. 511)

**Gaṅgadhārā**............it seems to have been somewhere in or around Dharwar District. It may perhaps be identified with Gangawati in the south-western corner of Hyderabad State in Raichur District, quite near Dharwar. (p. 4)

**Melpāṭi,** Melpaḍi in North Arcot District. (p.2)

**Karahāṭa,** Karhāḍ on the confluence of the Krishnā and Koinā in Sātārā District, *Bombay Province. (p 513)*

কৰি যোৱা শিলা লিপিয়ে সোমদেৱৰ উক্তিক সমৰ্থন কৰিছে। কৰ্হাড* অনুশাসনৰ উক্ত শিলা লিপি খোদাই কৰাৰ তাৰিখ আছিল ৯ মাৰ্চ ৯৫৯ চন (৮৮১ শক)।

দক্ষিণৰ ৰাষ্ট্ৰকূট সম্ৰাটসকল ক্ষমতাত অধিষ্ঠিত হোৱা কালৰ ঐতিহাসিক ভিত্তিত সন্দিকৈদেৱে মত পোষণ কৰিছে যে, সোমদেৱ সম্ৰাট কৃষ্ণৰাজদেৱৰ ৰাজদৰবাৰৰ এজন পৰ্য্যবেক্ষক আছিল। ৰাজসভাৰ এজন প্ৰত্যক্ষদৰ্শী হিচাপে তেওঁ ৰাজকাৰ্য্যাৱলীৰ পৰা অভিজ্ঞতা অৰ্জন কৰি যশস্তিলক চম্পূ ৰচনা কৰিছিল। সোমদেৱ কেৱল এজন জৈন আচাৰ্য্যই নাছিল; এওঁ এজন দেশপ্ৰেমী শাস্ত্ৰকাৰ হিচাপেও ৰাষ্ট্ৰকূটৰ প্ৰজাৰ কল্যাণৰ অৰ্থে যশস্তিলকৰ লগত ৰজিতা খুৱাই 'নীতিৱাক্যামৃত' নামেৰে প্ৰশাসন বিধিৰ এখন অৰ্থশাস্ত্ৰ ৰচনা কৰি উলিয়াইছিল।

বুৰঞ্জীৰ আধাৰত কাব্যখনৰ মূল্য নিৰ্দ্ধাৰণ কৰি সন্দিকৈদেৱে এই অধ্যায়ত প্ৰাচীন সাহিত্যৰ বিশেষকৈ জৈন সাহিত্যৰ বিস্তৃতভাৱে আলোচনা কৰিছে। ভাৰতীয় সাহিত্যৰ অবিচ্ছেদ্য ধাৰাৰ বৰ্ণনা দি তেখেতে মন্তব্য কৰিছে যে, দশম শতিকাৰ পূৰ্বৰ ৰচয়িতা সকলৰো সাহিত্য প্ৰতিভা কাব্যখনত লিপিবদ্ধ হৈ আছে; যশস্তিলকত পদ্যৰ লগতে যি বাক্ বিতণ্ডাৰ গদ্যাংশ অৱতাৰণা কৰা হৈছে, ভাৰতীয় সাহিত্যৰ বুৰঞ্জীত এই তৰ্ক আৰু কবিতাৰ যুগল অভিব্যক্তি এটা বিৰল বিষয় নহয়; শ্ৰীহৰ্ষই ৰচনা কৰা 'নৈষধচৰিত' আৰু 'খণ্ডনখণ্ডখাদ্য' নামৰ গ্ৰন্থ দুখনতো কবিতাৰ লগতে তৰ্ক-বিতৰ্কৰ অৱতাৰণা কৰা হৈছে; সোমদেৱৰ দৰে একেধাৰে কবি আৰু তাৰ্কিক হোৱা পাৰদৰ্শিতা সমসাময়িক কবিসকলৰ মাজতো দেখা গৈছিল।

বিবিধ শাস্ত্ৰীয় নীতি বাক্যৰে ভৰা যশস্তিলকৰ ৰচনা ৰীতিৰ বিষয়ে সন্দিকৈদেৱে লিখিছে যে, সোমদেৱৰ মতে এবিধ কাব্য আছে যি শ্ৰুতিমধুৰ আৰু বৰ্ণনামুখৰ, আৰু এবিধ অৰ্থবহুল কাব্য আছে যি হৃদয় আলোড়িত কৰিব পাৰে; জ্ঞানীজনে দুয়োবিধ কাব্যৰে কোনো খুঁত উলিয়াব নোৱাৰে; কিন্তু যি কাব্যই কবি আৰু অন্যজনৰো সৰ্বতোমুখী ব্যুৎপত্তি বা সৰ্বশাস্ত্ৰীয় হিতোপদেশৰ জ্ঞান পাঠকক প্ৰদান কৰিব পাৰে, সেই কাব্যকহে সম্যক আৰু উপযুক্ত কাব্য বুলিব পাৰি; সৰ্বশাস্ত্ৰৰ গূঢ়াৰ্থ কাব্যৰ জৰিয়তে প্ৰকাশ কৰি কাব্যক শিক্ষাৰ মাধ্যম ৰূপে লোৱা যি কাব্যাদৰ্শ, সি দশম শতিকাৰ পূৰ্বৰে পৰা প্ৰচলিত আছিল বাবেই যশস্তিলক কাব্যখন নীতিবাক্যমালাৰে পৰিপূৰ্ণ। :

"It will be thus seen that the idea that a Kāvya should be a medium of instruction for its readers was prevalent long before the tenth century, and this idea no doubt greatly influenced the scope and composition of Somadeva's *Yaśastilaka.*" (p. 14)

যিকোনো পৰিৱেশৰ ৰূপান্তৰ ঘটাব পৰা কবিতাৰ শক্তি আৰু কবিৰ কাৰয়িত্ৰী প্ৰতিভাৰ বিষয়ে তেখেতে কৈছে যে, 'চিনাকি পৰিৱেশক অচিনাকি কৰি' আৰু 'অচিনাকিক চিনাকি কৰি' যি কাব্যই পৰিৱেশৰ ৰূপ সজাব পাৰে, সেই কাব্যৰ কাৰয়িতা জনহে প্ৰকৃত কবি।

"Familiar things and awful, the minute
And grand, are destined here to meet..............[3]

কবি Wordsworth ৰ (১৭৭০—১৮৫০) উপৰোক্ত কথা ফাকিৰ উদ্ধৃতি দি সন্দিকৈদেৱে মন্তব্য কৰিছে,

'But it is obviously the genius of the poet, working on a broader canvas, that makes the familiar awful and the awful familiar.' (p 15)

সোমদেৱৰ মতে সোণ সাধাৰণ কষটি শিলতকৈ অনেক মূল্যবান হ'লেও, যেনেকৈ আচল সোণ পৰীক্ষা কৰি চাবলৈ কষটি শিলৰহে আৱশ্যক সেইদৰে মহান কবিৰ কাব্য প্ৰতিভা বিচাৰ কৰি চাবলৈ পাঠক বিদ্বান হোৱাৰ আৱশ্যক নাই; অশিক্ষিত মানুহেও কাব্যৰ সৌন্দৰ্য্য উপলব্ধি কৰিব পাৰে—যেনেকৈ মিঠাইৰ ৰন্ধন প্ৰণালী নজনা মানুহেও মিঠাইৰ জুতি ল'ব জানে; অৱশ্যে এই বিষয়ত লোকে ভাল বোলা কবিতাক বিনা বিচাৰে ভাল বোলাসকলে নিজৰ অজ্ঞানতাৰহে পৰিচয় দিয়ে। যিসকল কাব্য সমালোচকে কেৱল কাব্যৰ দোষখিনিহে দেখে, কাব্য সমালোচক হোৱাৰ সেইসকলৰ যোগ্যতা নাই। কাব্যৰ ৰচয়িতাজন প্ৰকৃততে কবি হয় নে নহয়, তাৰ বাবে তৰ্কত উপনীত হোৱা অমূলক; কিয়নো শেহান্তৰত কবিৰ উক্তিৰ বিষয়ে পাঠকে নিজৰ কাণ আৰু মনন শক্তিৰ দ্বাৰাইহে বিচাৰ কৰে।

*'যশস্তিলক'*ৰ বিষয়ে সোমদেৱে এটা শ্লোকত কৈছে,

'তেওঁৰ কাব্য পাঠ কৰি দুৰ্জনে আমোদ পাব, জ্ঞানীলোকৰ শুভবুদ্ধি উদয় হ'ব আৰু নিৰপেক্ষজনো নিৰব হৈ নাথাকে; যিসকল জ্ঞানী পাঠক সচেতন নহয়, সেইসকলে অন্য সুকবিৰ সোৱাদ লগা কাব্যৰস পান কৰাৰ পিছত অতিকৈ মিঠাই খাই নিম তিতাৰে মুখশুদ্ধি কৰাৰ দৰে সোমদেৱৰ বিসোৱাদ উক্তিৰ কাব্য পঢ়ি ভালপাব।'

*যশস্তিলকৰ* গুণ বখানি তেওঁ কৈছে,

উক্তয়ঃ কবিতাকান্তাঃ সূক্তয়োহ'ৰসবোচিতাঃ।
যুক্তয়ঃ সৰ্বশাস্ত্ৰান্তাস্তস্য যস্যাত্ৰ কৌতুকম্।। (১.১৫)

কাব্যতীৰ্থ ড° মুকুন্দ মাধৱ শৰ্মাই উক্ত শ্লোকৰ ভাঙনি দিছে—'যিজনৰ এই গ্ৰন্থ পঢ়ি চাবলৈ আগ্ৰহ আছে তেওঁৰ বাবে কাব্যৰ সৌন্দৰ্য্যৰে সমৃদ্ধ উক্তিসমূহ, উপযুক্ত সময়ত প্ৰয়োগ কৰিব পৰা নীতিবাক্যসমূহ আৰু সকলো শাস্ত্ৰৰ উত্তম যুক্তিসমূহৰ পৰিবেশন কৰা হৈছে।' (সন্দিকৈ গ্ৰন্থৰত্নত্ৰয়ী, 'প্ৰকাশ', দশম সংখ্যা, পৃঃ ১১)।

ৰাজ্যৰ শাসকবৰ্গৰ চাৰিত্ৰিক দুৰ্বলতা আৰু দুৰ্নীতিৰ বিৰুদ্ধে কৰা গুপ্তচৰৰ অভিযোগবোৰ ব্যঙ্গাত্মক শ্লোকেৰে কাব্যত অৱতাৰণা কৰা হৈছে। অসৎ আচৰণৰ তাৎপৰ্য্যপূৰ্ণ ব্যঙ্গাত্মক শ্লোকবোৰক সন্দিকৈয়ে "the first systemetic attempt at

---

YASASTILAKA AND INDIAN CULTURE

3. Herbert Read : Wordsworth, p 193. The lines occur in the first draft of a passage intended as an alternative for some lines in Book VIII of the 'Prelude'

political satire in Sanskrit poetry." (p 20) বুলি অভিহিত কৰিছে। কাব্যৰ মাধ্যমেৰে কৰা এনে ৰাজনৈতিক ব্যঙ্গই সমকালীন সমাজখনৰ অন্যায় আৰু দুৰ্নীতিৰ বিষয়েই আলোকপাত কৰিছে আৰু এনে ধৰণৰ ৰাজনৈতিক ব্যঙ্গৰ শ্লোক পৰৱৰ্ত্তী কালতো কাশ্মীৰৰ শাসকগোষ্ঠীৰ বিৰুদ্ধে ৰচিত হৈছিল।

গদ্য-পদ্যৰে ৰচিত কাব্যখনত মাজে মাজে কৃত্ৰিমতা, পুনৰুক্তি আৰু বহুবাক্য প্ৰয়োগ দেখা যায় যদিও এই কাব্যত আদিৰ পৰা অন্তলৈকে সমকালীন সমাজৰ জীৱন ধাৰা গভীৰ পৰ্য্যালোচনাৰে স্পন্দিত হৈ আছে। জৈন কবিসকলে মনৰ সাৱলীল ভাব কাব্যৰ জৰিয়তে প্ৰকাশ কৰাৰ যি অৱলম্বন লৈছিল, সেইসকলৰ ভিতৰত সোমদেৱেই শ্ৰেষ্ঠ আৰু জৈন নীতি কথাৰে ৰচনা কৰা তেওঁৰ কাব্যসমূহ সংস্কৃত সাহিত্যলৈ এটা অভিনৱ অবদান। জৈন আচাৰ্য্য হিচাপে কাব্যৰ জৰিয়তে সোমদেৱে জৈন মত প্ৰচাৰ কৰিছিল। বুৰঞ্জীৰ এটা বিশেষ যুগৰ নিৰৱ ধৰ্মীয় সংঘাতৰ পৰা জৈন ধৰ্মক মুক্ত কৰাৰ প্ৰয়াসেৰে যে যশস্তিলক ৰচনা কৰিছিল, সেই কথা তেওঁৰ লেখাত প্ৰস্ফুটিত হৈ উঠিছে।

সন্দিকৈদেৱে মত প্ৰকাশ কৰিছে যে সোমদেৱৰ বহুমুখী সাহিত্য প্ৰতিভা থকা সত্ত্বেও কেৱল জৈন সাহিত্যৰ গণ্ডীৰ ভিতৰতে তেওঁৰ কাব্যৰ যশকীৰ্ত্তি আবদ্ধ হৈ আছিল; অজৈন বিদ্বান সমাজত এই কাব্যই স্বীকৃতি পোৱা নাছিল আৰু জৈন ধৰ্মীয় পাঠক সমাজৰ বাহিৰত তাৰ আদৰ নাছিল। সন্দিকৈদেৱে কৰা গৱেষণাৰ দৰে আধুনিক যুগৰ গৱেষণা কৰ্মইহে সোমদেৱ আৰু তেওঁৰ কাব্যক পোহৰলৈ আনিলে। ঃ

"Despite the allround importance of Somadeva as a writer, he seems to have exercised very little influence in any department of thought outside the sphere of Jaina religious literature. He was completely ignored by the non-Jaina *literati*, and his literary rehabilitation is due to the interest taken in him by modern research." (p.18) ◻

দ্বিতীয় অধ্যায় ঃ

# যশস্তিলকৰ সংক্ষিপ্ত কাহিনী

## (পৃঃ ২১ - ৪২)

দ্বিতীয় অধ্যায়ত যশস্তিলকৰ সংক্ষিপ্ত কাহিনী তলত দিয়াৰ দৰে আঠোটা খণ্ডত (আশ্বাস) ভগোৱা হৈছে—

প্ৰথম খণ্ড (Book I) —যৌধেয়দেশৰ ৰজা মাৰদত্তৰ কাহিনী।

দ্বিতীয় খণ্ড (Book II) — অৱন্তি দেশৰ ৰাজকুমাৰ যশোধৰৰ বিবাহ আৰু ৰাজঅভিষেক।

তৃতীয় খণ্ড (Book III) — অৱন্তিৰ ৰজা যশোধৰৰ দৈনন্দিন কাৰ্য্যাৱলী।

চতুৰ্থ খণ্ড (Book IV) — যশোধৰৰ কৰুণ বৈৱাহিক জীৱন আৰু মৃত্যু।

পঞ্চম খণ্ড (Book V) — যশোধৰৰ পৰজন্ম আৰু অভয়ৰুচিৰ কাহিনী।

ষষ্ঠ খণ্ড (Book VI) — জৈন মুনিৰ দ্বাৰা ৰজা মাৰদত্তক ধৰ্মীয় উপদেশ।

সপ্তম খণ্ড (Book VII)— জৈন তত্ত্বৰ সংকলনৰ ব্যাখ্যান।

অষ্টম খণ্ড (Book VIII)— জপ-ধ্যান প্ৰভৃতি জৈন উপাসনা বিধিৰ ব্যাখ্যান আৰু ধৰ্মান্তৰকৰণ।

*যশস্তিলকৰ বেণ্ডৰ্ণিৰ* অন্তিম 'ত্ৰিৰত্ন-তত্ত্ব' শীৰ্ষক অধ্যায়টোত উপৰোক্ত ষষ্ঠ, সপ্তম আৰু অষ্টম খণ্ড কেইটা চমুকৈ সামৰা হৈছে।

প্ৰথম খণ্ডৰ এটা উদাহৰণ তলত সংযোগ কৰা হ'ল ঃ

**BOOK I**

**In the Yaudheya country there was a beautiful city named Rājapura, adorned with magnificent temples and lofty mansions belonging to the wealthy. Here reigned Māradatta, son of Caṇḍamahāsena, a powerful prince who surpassed in valour such kings of old as Nṛga, Nala, Nahuṣa, Bharata, Bhagīratha and Bhagadutta. Ascending the throne while still quite young, he embarked on a wild career of reckless adventure along with companions who had passions and traits of character similar to his own. (p. 21)**

.....Sometimes he dallied with young women in pleasure gardens, and, on other occasions, indulged in water-sports, surrounded by beautiful women, in artificial lakes, perfumed and abounding in flowers, with emerald floors, crystal embankments, golden steps and islets of pearls. Although reckless and self-willed, and addicted to wine, hunting, and courtesans, Māradatta was free from dangers and calamities, and considered himself akin to the gods.

One day a Tantric teacher named Vīrabhairava told him that he would obtain a miraculous sword with which he could conquer the realm of the Vidyādharas, if only creatures of all kinds were sacrificed in the temple of the goddess Caṇḍamārī in his capital, and if at the same time he killed with his own hands a couple of human beings possessing all auspicious physical characteristics. Hearing this, Māradatta summoned the entire population to the temple of the dreadful goddess under the pretext of celebrating the Mahānavami festival, although it was not the proper season for it, and himself repaired to the shrine and ordered the guards to fetch the required couple of human beings for the purpose of sacrifice......(p. 22)□ □

তৃতীয় অধ্যায় ঃ

# যশোধৰৰ কাহিনী আৰু ইয়াৰ উৎস

(পৃঃ ৪২ - ৫২)

যশোধৰ ৰজাৰ কাহিনীটো দশম শতিকাৰ অনেক আগৰ কালৰে পৰা প্ৰচলিত আছিল। সোমদেৱৰ ৰচনাৰ দুশবছৰৰ পূৰ্বে প্ৰাকৃত সাহিত্যাত যশোধৰ ৰজাৰ করুণ কাহিনীৰ আধাৰত কাব্য ৰচিত হৈছিল। দশম শতিকাৰ পৰৱৰ্ত্তী কালতো তামিল, কানাড়া, প্ৰাচীন হিন্দী আৰু গুজৰাটী সাহিত্যাত এই করুণ কাহিনী এটা জনপ্ৰিয় প্ৰসঙ্গ। ওঠৰ শতিকাত ইয়াৰ গদ্য সাহিত্য ৰচিত হৈছে।

এই অধ্যায়ত্ সন্দিকৈদেৱে বিভিন্ন ভাষাত ৰচিত যশোধৰৰ কাহিনীসমূহৰ তাৰতম্য আৰু উৎস সম্বন্ধে আলোচনা কৰি সোমদেৱৰ কাব্যখনৰ বৈশিষ্ট্যৰ বিষয়ে আলোকপাত কৰিছে। ৰাণী অমৃতমতিৰ চৰিত্ৰটোৰ প্ৰতি আঙুলিয়াই তেখেতে মন্তব্য কৰিছে, স্বামীহত্যাৰ অপৰাধত পৰকামাসক্ত অমৃতমতিক নৰক যান্ত্ৰণা ভোগাইছে যদিও স্বামী হত্যাৰ কাৰণসমূহ স্পষ্টকৈ দৰ্শাই সোমদেৱে হত্যাকাৰিণীক চতুৰ বুলি আখ্যা দিছে। চৰিত্ৰসমূহৰ সংলাপৰ দ্বাৰা বৈবাহিক জীৱনৰ নৈৰাশ্যৰ বিষয়ে ইঙ্গিত দি ঘটনাটোক এটা ঘৰুৱা ট্ৰেজেদি হিচাপে উপস্থাপন কৰা হৈছে। উপৰোক্ত সংলাপবোৰৰ মূল সংস্কৃত অংশৰ উদ্ধৃতি দি ইংৰাজী অনুবাদেৰে তেখেতে উদাহৰণ দিছে।

যেনে ঃ "He, (Somadeva) of course, regards her as sinner, but takes care to analyse her motives, explain her conduct, and exhibit her point of view. Thus Yaśodhara, in the course of his long and bitter tirade against women, tries to discover the cause of the queen's strange infatuation with the deformed elephant driver and attributes it to his melodious singing. He says : "The preceptors declare singing to be the greatest of the arts. A well-sung song makes even a man, wretched by nature, the resort of the eyes of young women as of their minds. A singer, though ugly in appearance, is more beautiful in the eyes of women than even the god of love. Even women, not easily visible, are deeply attracted by song, as if dragged by a halter. Singing done by expert singers does away with the obstinate pride of proud women, and produces in them an anguish that cannot be remedied by others." This at least partially explains the queen's undignified passion for a paramour of humble station.

Further, it is apparent from the words put in the mouth of Amṛtamati, after the discovery of her infidelity, that her married life was an unhappy one, and she had come to Yaśodhara as an unwilling bride This seems to be the meaning of her assertion that Yaśodhara and others like him can only be the masters of the bodies of their wives, sold to them by their parents in the presence of the gods, the Brāhmaṇas, and the Fire, but not of their hearts : the lord of one's heart is he who is the object of one's undivided love, 'the haven of confidence." p. 51

".................The next episode, the murder of Yaśodhara, can be regarded only as a premeditated crime without any redeeming feature; but even here, as already pointed out, Somadeva represents Amṛtamati as acting in self-defence. She regards the story of Yaśodhara's dream and his plan to renounce the world as feint, that is, as a device to take her unawares, and resolves to act quickly : 'Before he lets loose the poison of his wrath on me, I will let it loose on him!" She opines that a person who is honest in his dealings with cheats and villains, the wily and the selfish, and those who lack in self-respect, is a fool and becomes the dupe of all. So she decides to follow 'the policy of deceit for deceit' *(śaṭhapratiśaṭhanyāya)*, and pay Yaśodhara in his own coin. The plea of self-defence is, however, hardly convincing, as there is nothing in Yaśodhara's attitude to justify any suspicion of revengeful action on his part. Somadeva is well aware of this, and does not, in fact, try to palliate Amṛtamati's crime. But he depicts her as a weakling who cannot help her instincts, and lacks the moral strength to resist their power over her life. He analyses her motives and examines her conduct from different points of view, and seeks to preserve to some extent our sympathy for the guilty women." (p-52) □

# গদ্য-কাব্য হিচাপে যশস্তিলক

(পৃঃ ৫৩ - ৮৮)

সংস্কৃত সাহিত্যত গদ্য-কাব্যৰ উদ্ভৱ আৰু বিকাশৰ বিষয়ে সন্দিকৈদেৱে পৰ্য্যালোচনা কৰি উল্লেখ কৰিছে যে বাণভট্ট (*হৰ্ষচৰিত, কাদম্বৰী*) আৰু সুবন্ধুৰ (*বাসৱদত্তা*) অপূৰ্ব সুন্দৰ লেখাসমূহৰ পিছত এনে গদ্য কাব্যৰ সুঁতি শুকাই পৰিছিল; ইয়াৰ দুটা শতিকাৰ পিছত যেতিয়া জৈন সাহিত্যিকসকলে কাহিনী-কাব্যবোৰ ৰচনা কৰিবলৈ ল'লে, তেতিয়া ইয়াক সম্পূৰ্ণ পৃথক ৰূপত দেখা পোৱা গ'ল।

দশম আৰু একাদশ শতিকাৰ জৈন ৰচয়িতাসকলেই প্ৰথমতে গদ্য কাব্যত ধৰ্মীয় বিষয়বস্তু অৱতাৰণা কৰি সাহিত্যজগতত এক নতুন পৰিবেশৰ সৃষ্টি কৰিলে। এই শাস্ত্ৰকাৰসকল স্বকীয় ধৰ্মৰ গুণ-কীৰ্ত্তনৰ বাবে অতি আগ্ৰহান্বিত আছিল আৰু দ্বিতীয়তে এই কালতেই পদ্যৰ লগত গদ্য মিলাই চম্পূ ৰচনা কৰাৰ পৰিবেশে গঢ় লৈছিল। প্ৰচলিত দুখন প্ৰাচীনতম চম্পূ দশম শতিকাতে ৰচনা কৰা হৈছিল।

অগ্ৰৱৰ্ত্তী শাস্ত্ৰকাৰ বাণভট্ট আৰু সুবন্ধুৰ ৰচনাৰে সোমদেৱ প্ৰভাৱান্বিত আৰু কাব্যৰ অ'ত ত'ত তেওঁলোকৰ ৰচনা-ৰীতি অনুকৰণ কৰিছে বুলি সন্দিকৈদেৱে মন্তব্য কৰি *কাদম্বৰী, বাসৱদত্তা, হৰ্ষচৰিত* আদি গদ্য-ৰোমান্সবোৰৰ লগত তুলনা কৰি *যশস্তিলকৰ* বৈশিষ্ট্যখিনি ফঁহিয়াই দেখুৱাইছে। অন্য সংস্কৃত কাব্যৰ আৱেগমধুৰ প্ৰণয় দৃশ্যৰ সলনি এই কাব্যত জীৱনৰ কঠোৰ বাস্তৱতা, নিয়তিৰ নিঠুৰ বিধান আৰু বৈবাহিক জীৱনৰ নৈৰাশ্যময় ঘটনাসমূহৰ সজীৱ বৰ্ণনা কৰা হৈছে। সচৰাচৰতে পাঠকৰ মনত আমনি লগাকৈ কৰা দীঘলীয়া নাৰী ৰূপৰ বৰ্ণনাৰ প্ৰাচুৰ্য্য *যশস্তিলকৰ* নিচিনা বাস্তৱধৰ্মী কাব্যখনত পোৱা নাযায়।

সমকালৰ জীৱনধাৰা আৰু সমাজৰ জীৱন্ত চিত্ৰণ ইয়াৰ দুটা প্ৰধান বৈশিষ্ট্য। অমৃতমতিৰ প্ৰেমিক বিকলাঙ্গ হাতী মাউটটোৰ কুৎসিত চেহেৰাৰ জীৱন্ত বৰ্ণনাক 'a minute study in ugliness' (p. 58) বুলি অভিহিত কৰি সন্দিকৈদেৱে মন্তব্য কৰিছে, অন্য সংস্কৃত কাব্যত এনে বীভৎস ৰূপৰ বাস্তৱ চিত্ৰণ সততে পোৱা নাযায়।

যুদ্ধৰ ৰণচালি দিয়া যশোধৰৰ সুসজ্জিত সৈন্যদলৰ সাজপাৰ আৰু ভাৱমূৰ্ত্তিৰ পুঙ্খানুপুঙ্খ কৰা সূক্ষ্ম বৰ্ণনাটোও জীৱন্ত চিত্ৰণৰ অন্য এটা উদাহৰণ। এনে সজীৱ চিত্ৰণৰ দ্বাৰা প্ৰাচীন ভাৰতৰ সৈন্য বাহিনীৰ গাঁথনিৰ কথা আলোকপাত কৰা হৈছে বুলি তেখেতে কৈছে, "..................It is one of the most remarkable descriptions not only in Yaśastilaka but in Sanskrit literaure as a whole." (p.59)

*যশস্তিলকৰ* কাব্য-ৰীতি সম্পৰ্কে বিস্তাৰিত ভাৱে আলোচনা কৰি কাব্যৰ আদিৰ পৰা অন্তলৈকে থকা উপমাবিলাকৰ তেখেতে উদাহৰণ দিছে। যশোধৰৰ ক্ৰোধ আৰু নৈৰাশ্যময় ভাববোৰত সন্নিবিষ্ট হৈ থকা উপমাবোৰৰ কেইটামান উদাহৰণ তলত দিয়া হ'ল—

"Frequent and sometimes felicitous use of similes is made by Somadeva in his narrative and descriptive prose......................

After the discovery of Amṛtamati's guilt, Yaśodhara's heart burnt like a tree enveloped by fire; he was furious like the ocean overflowing its shores; he changed countenance like the moon attacked by Rāhu, and trembled like creatures at the approach of death; his lips quivered like a leaf that is being cut to pieces; he frowned like Śiva intent on burning the Three Cities; and his bosom was aglow like a heated cauldron. The guilty woman, after her transgression, crept back to her husband's bed and slept, clinging to his bosom, like as a female rogue elephant enters a grove of trees, just as a sheet of lightning plunges into a rain-cloud, just as a serpent enters a mountain cave, just as the messenger of death enters the world, just as a crocodile enters the ocean, or a female goblin the dense woods. This may be contrasted with another series of similes, in which the conjugal harmony of Candramati and her consort Yaśorgha is likened to the relationship existing between wise policy and a kingdom, forbearance and religious austerities, modesty and learning, fame and life, the Flag of triumph and the god of love, mango blossoms and springtime, the Kalpa creeper and a tree of heaven, and a series of beneficial happenings and a sacred day of religious piety. A long series of similes occurs also in Yaśodhara's reflections on women as an indispensable factor in the joys of life. Without women, a kingdom is like a forest, ornaments are like the decoration of a dead body, beauty paint is like smearing of clay, adornment of the body is like shampooing a man who is asleep, the flurry of fly-whisks and parasols is like the worship of evil spirits, the practice of the arts is like a device for wasting time, the study of poetry is like an attempt to remove the irritation of the mouth, deliberations in the council chamber are like possession by evil spirits, public audience is like entering a prison, music is like a loud sermon on the futility of life, the sound of drums is like a trumpet proclaiming the banishment of worldly happiness, mansions are like mountain caves, pleasure gardens are like charnel-fields, protecting one's subjects is like wage earning.....". (p. 78) □□

পঞ্চম অধ্যায় ঃ

# সামাজিক আৰু ৰাজনৈতিক দস্তাৱেজ ৰূপে যশস্তিলক

(পৃঃ ৮৯-১২৩)

মধ্যযুগৰ সামাজিক আৰু ৰাজনৈতিক ধ্যান-ধাৰণাৰ বিশেষকৈ ৰজাঘৰৰ কাৰ্য্যকলাপ আৰু শাসন প্ৰণালীৰ বিষয়ে যশস্তিলকত যি সামূহিকভাৱে আলোকপাত কৰা হৈছে, সেই দস্তাৱেজ সদৃশ শাস্ত্ৰকাব্যৰ কাহিনীটোক ঐতিহাসিক বিচাৰেৰে বিশ্লেষণ কৰি সন্দিকৈদেৱে তিনিটা ভাগত ভগাইছে; যেনে-ৰজাঘৰীয়া জীৱন, দেশ শাসনৰ সমস্যাৱলী আৰু তৎকালীন সমাজৰ অৱস্থা।

**ৰজাঘৰীয়া জীৱন**

*যশস্তিলকৰ* দ্বিতীয় আৰু তৃতীয় খণ্ডই ৰাজদৰবাৰৰ নানান তথা পৰিৱেশন কৰিছে। যশোধৰৰ বিবাহ, ৰাজঅভিষেক আৰু ৰাজপুৰুষসকলৰ কাৰ্য্যাৱলীৰ সংশ্লিষ্ট তথ্যাবোৰে দশম শতিকাৰ মাজভাগৰ ৰাষ্ট্ৰকূট সম্ৰাটসকলৰ ৰাজকীয় জীৱনৰ ঘটনাৱলীৰ আলোকপাত কৰিছে। কাব্যখনত বিদ্বান স্তুতিগায়ক সকলে সততে বিবাহ কাৰ্য্য, ৰাজঅভিষেক আদি বিভিন্ন ৰাজকীয় অনুষ্ঠানৰ বিষয়ে যথাযোগ্য স্তৱ গাই ৰজাঘৰৰ কলাসুলভ সাংস্কৃতিক পৰিবেশ বজাই ৰখা দেখা যায়; সেইদৰেই ৰাজসভাৰ চাৰণবোৰে প্ৰশস্তি শ্লোকেৰে পুৱা-গধূলিৰ মনোৰম দৃশ্য, প্ৰাসাদৰ বসন্তোৎসৱ, পূজা-পাৰ্বণ, ৰজাৰ পাকৈত তীৰ চালনা আদিৰ বিৱৰণ দিছে। এই স্তৱবোৰৰ ৰচনাৰ পৰাই ৰাজসভাৰ মন্ত্ৰী, সন্ধি-বিগ্ৰহী (সচিৱ), অভিজ্ঞ বৈদ্য, ৰাজপুৰোহিত, জ্যোতিষী, ঘাই ৰান্ধনি, স্থপতিবিদ, সুদক্ষ চোৰাংচোৱা আদি বিভাগীয় ৰাজকৰ্মচাৰীৰ গাঁথনিটো ধৰিব পৰা যায়। সেইকালত ভাৰতৰ বাহিৰেও প্ৰাচ্য আৰু পাশ্চাত্যৰ উক্ত ৰাজবিষয়াৰ গাঁথনিৰ সাদৃশ্য আছিল বুলি সন্দিকৈদেৱে সমৰখণ্ডৰ লগত তুলনা কৰি এফাকি উদ্ধৃতি দিছে ঃ

"The composition of the personnel of medieval courts seems to have been more or less similar in India and elsewhere. Nizami of Samarcand declared about 1155 that a properly constituted court should have four classes of educated men : secretaries of state, poets, astrologers and physicians, for "the business of kings cannot be conducted without competent secretaries; their triumphs and victories will not be immortalized without eloquent poets; their enterprises will not succeed unless undertaken at seasons adjudged propitious by sagacious astrologers; while health, the basis of all happinses and

activity, can only be secured by the services of able and trustworthy physicians".[3] This is a fairly accurate description of the composition of medieval courts, whether oriental or occidental. We are told that "even in the West most courts had their astrologers[4] by the thirteenth century-the earl of Chester even in the twelfth-and the other three might well be found still earlier, but in a less bureaucratic form." The description is particularly true of the Sicilian court of the twelfth and thirteenth centuries with "its astrologers and poets, its Arab physicians and many-tongued secretaries"; and the entourage of the Indian court was not, we presume, materially different, to judge from Somadeva's circumstantial account. As regards secretaries and state officials, we may here refer to the Sandhivigrahins, who appear in our work in the role of secretaries of state, and can be accurately described as 'many-tongued,' as will be seen later." (p. 91)

এই শিতানত যশোধৰ ৰজাৰ সৈন্যবাহিনী পৰিদৰ্শন, অৰ্থশাস্ত্ৰ আৰু দৰ্শনৰ আলোচনাত যোগদান আদিৰ বিষয়ে আলোচনা কৰি সন্ধিবিগ্ৰহী বিষয়াৰ দ্বাৰা ৰাজপত্ৰ পাঠ আৰু অভ্যাগতসকলৰ আগমনৰ ঘোষণা আদিৰ উদ্ধৃতি সমূহ সন্নিবিষ্ট কৰা হৈছে।

### দেশ শাসনৰ সমস্যাৱলী

*যশস্তিলক* কাব্যই নৃপতিসকলক দিয়া প্ৰশাসন বিধিৰ পৰামৰ্শৱলীৰ বিশ্লেষণ কৰি ইয়াৰ এফাকি কথা উল্লেখ কৰিছে যে, ৰজাৰ ভাল বা বেয়া সকলো কামৰ দৃষ্টান্তৰ দ্বাৰাই প্ৰজা প্ৰভাৱান্বিত হয় বাবে ৰজাৰ চাল-চলনৰ ওপৰতে ঘাইকৈ প্ৰজাৰ চৰিত্ৰ গঠন নিৰ্ভৰ কৰিছে। যেনেকৈ দিন আৰু ৰাতিয়ে পোহৰ আৰু অন্ধকাৰৰ সৃষ্টি কৰে, সেইদৰে ৰজাৰ ক্ৰিয়া কৰ্মবোৰ প্ৰজাৰ সৎ বা অসৎ কামৰ হেতু হয়।

ৰাজাৰ মাত্ৰ এজন মন্ত্ৰীৰ দুৰ্নীতিয়েই কিমান দূৰ শিপাব পাৰে তাক গুপ্তচৰৰ জৰিয়তে প্ৰকাশ কৰি অন্যান্য মন্ত্ৰীসকলৰো সম্ভাব্য নীচ আচৰণবোৰ বৰ্ণোৱা হৈছে। কু-কৰ্মৰ ফলত ভৱিষ্যতে উদ্ভৱ হ'ব পৰা দেশৰ ধ্বংসোন্মুখ পৰিস্থিতিৰ বিষয়ে কবিসকলে ৰচনা কৰা শ্লোকৰ উদ্ধৃতি দিছে,

"प्रकृतिविकृतिः कोशोत्क्रान्तिः प्रजाप्रलयागतिः स्वजनविरतिर्मित्राप्रीतिः कुलीनजनापस्थितिः।
कुसचिवगते राजन्येतद्ध्रुवं ननु जायते तदनु स परैर्दायादैर्वा बलादवलुप्यते॥"

"Sedition among the citizens, depletion of the treasury, decimation of the population, disaffection of kinsmen, hostility of friends, and the emigration of the high-born : verily, this is sure to

---

3. Haskins : *The Renaissance of the twelfth century,* p. 54.
4. 'The court astrologer...became and indispensable adjunct of the 'Abbasid throne'

   Hitti : *History of the Arabs,* p. 318.

happen when a king is attached to a wicked minister. Thereafter the former is ousted by force by his enemies or by his kinsmen." (p.103)

অমৃতমতিৰ বিশ্বাসঘাতকতাৰ দৃষ্টান্তৰে সমতুল্য অনেক ৰজাঘৰীয়া ঘটনাৰ উদাহৰণ দি সোমদেৱৰ এষাৰ কথালৈ তেখেতে আঙুলিয়াইছে যে প্ৰাসাদৰ অন্তেষপুৰ বাসিনীসকলৰ লগত অবাধ আৰু অসাৱধান সংসৰ্গই ৰজাৰ পতন ঘটায় ঃ

"Free and careless association with the inmates of the harem is held to be a source of danger to the king............"Verily, the king who, blind with passion, associates with women in the inner apartments, soon loses his life, like a frog entering a serpent's hole" (p. 104)

কিন্তু বৌদ্ধিক ক্ষেত্ৰত নাৰী পুৰুষতকৈ শ্ৰেষ্ঠ বুলি কৰা মন্তব্যৰ উদ্ধৃতি দিছে—

"Discrimination between men and women is valid in respect of physical activity. But women are superior and men inferior in intellectual activity." It may also be noted that Somadeva as a practical thinker tells us in *Nītivākyāmṛta* that women are neither good nor bad : they are, like the Ocean of Milk, the source of poison as well as nectar (24. 10), and have neither any innate merit nor blemish, but become just like their husbands, as rivers assume the character of the ocean when they are merged therein." (p.106)

তদুপৰি এই অধ্যায়ত ৰাজধৰ্ম, বৈদেশিক নীতি, যুদ্ধ আৰু শান্তি, প্ৰজা পালন আদিৰ বিষয়ে যশোধৰক দিয়া মন্ত্ৰণাসমূহ আৰু ৰাজবৈদ্যৰ পৰিমিত আহাৰৰ বাবে দিয়া সদুক্তিবোৰৰ পৰ্য্যালোচনা কৰি মন্তব্য দিয়া হৈছে ঃ

"Somadeva's ideal of kingship is evident from his description of the life of Yaśodhara as a ruler. In presenting before us a picture of his activities, the author of *Yaśastilaka* does not attempt to make him a paragon of virtue or even a hero, but is content to depict him as a prince diligent in discharging the duties that devolve upon him as the ruler of the state. Yet he came to an untimely end, because of his failure to take precaution against a woman's perfidy; and his example is intended to be an object lesson for other kings to profit by." (p.116)

## সামাজিক অৱস্থা

তৎকালীন সামাজিক অৱস্থাৰ তাৎপৰ্য্য হিচাপে যাইকে শাসকগোষ্ঠীৰ ক্ষমতাৰ অপব্যৱহাৰৰ দিশটোলৈ সন্নিবেশেৰে উল্লেখ কৰিছে। বলপূৰ্বকভাৱে বিনা মজুৰীৰ শ্ৰম আদায় কৰি কৃষকক কৰা উৎপীড়ন, অবতৰত কৰ-কাটল সংগ্ৰহ, পকা ধানৰ পথাৰত

সৈন্য চলাচল আদি শাসকবৰ্গৰ শোষণৰ বিষয়ে লেখিছে ঃ

"As regards unpaid or forced labour (*viṣṭi*), it goes back to early times; and Kauṭilya says in *Arthaśāstra* (II. 1) that the king should protect agriculture from the abuses of fines, *forced labour*, and taxation. Forced labour seems to have been the poor man's terror." p.117

মন্দিৰৰ সোণৰ মূৰ্ত্তি লুণ্ঠন, অগ্ৰহাৰ আৰু দেৱভোগ সম্পত্তিৰ আত্মসাৎ, উৎকোচ গ্ৰহণ আদি প্ৰজাক শাসকসকলে কৰা অত্যাচাৰৰ প্ৰতিবাদকল্পে কাব্যখন ৰচনা কৰি ব্যঙ্গাস্ত্ৰ নিক্ষেপ কৰা হৈছে বুলি তেখেতে মন্তব্য কৰিছে। এই সন্দৰ্ভত গুপ্তচৰৰ প্ৰতিবেদন, স্তৱ, নীতিবাক্য আদি শ্লোকবোৰৰ উদ্ধৃতি দিছে। সমসাময়িক কাশ্মীৰ আৰু গুজৰাটৰ ৰজাসকলেও মন্দিৰৰ সোণৰ বিগ্ৰহ ভঙাই ৰাজকোষৰ ঘাটি পূৰণ কৰাৰ ঐতিহাসিক তথ্য তেখেতে পৰিৱেশন কৰি ইউৰোপৰ 'বাইজান্টাইন' সম্ৰাট সকলেও (Byzântine Empire—the Eastern division of the Roman Empire) গীৰ্জাৰ মূৰ্ত্তি ভাঙি এনে প্ৰতিবাদৰ সমুখীন হোৱাৰ দৃষ্টান্ত দিছে।

বলপূৰ্বক আদায় আৰু উৎকোচেই সকলো কু-কৰ্মৰ মূল বুলি ৰজাক অৰ্থলোভী ৰাজকৰ্মচাৰীৰ হাতত লুণ্ঠিত নহ'বলৈ শাস্ত্ৰকাব্যখনত সৰ্তক কৰি দিয়া হৈছে। □□

ষষ্ঠ অধ্যায় ঃ

# ধৰ্মীয় ৰোমান্স ৰূপে যশস্তিলক

(পৃঃ ১২৪ - ১৩৪)

যশস্তিলক কাব্যত মধ্যযুগৰ বিভিন্ন ৰাজনৈতিক আৰু আৰ্থসামাজিক বাৰ্ত্তা পোহৰলৈ অনা হৈছে। তুলনামূলক বিশ্লেষণ গৱেষণাৰে সন্দিকৈদেৱে উল্লেখ কৰিছে যে, প্ৰাকৃত সাহিত্যত জৈন ধৰ্মকথা বা ধৰ্মীয় ৰোমান্সবোৰ সপ্তম শতিকাৰ পূৰ্বৰে পৰা ৰচিত হৈছিল যদিও জৈন লেখকসকলে সৃষ্টি কৰা সাহিত্যৰ এই বিশেষ ৰূপ সংস্কৃতত দশম শতিকাৰ পিছৰ পৰাহে চলিছে। তেতিয়াৰ পৰাই ধৰ্মৰ বিষয় বস্তু অন্তৰ্ভুক্ত কৰা সংস্কৃত ধৰ্মীয় ৰোমান্সবোৰ প্ৰচলন হ'বলৈ ধৰে। দণ্ডি, সুবন্ধু বা বাণভট্টৰ ৰচনাৰাজিত এনে ধৰ্মীয় বিষয়বস্তুৰ অৱতাৰণা কৰা হোৱা নাই। সিবোৰৰ লগত সোমদেৱৰ ৰচনাৰ ইয়াতেই পাৰ্থক্য। সোমদেৱৰ *যশস্তিলক* আৰু সিদ্ধৰ্ষি নামৰ তেওঁৰ সমসাময়িক জৈন লেখক জনৰ দ্বাৰা ৰচিত *উপমিতিভৱপ্ৰপঞ্চ কথাই* দশম শতিকাৰ আটাইতকৈ নামজ্বলা ধৰ্মীয় ৰোমান্স।

ধৰ্মমত প্ৰচাৰৰ অৰ্থে *যশস্তিলক* লেখা হৈছে যদিও অহিংসা নীতিৰ অন্তৰ্নিহিত তাৎপৰ্য্যৰ উদাহৰণ দিয়াহে চম্পূখনৰ মূল উদ্দেশ্য আছিল। দেৱী গোসাঁনীক জীৱ-বলি দান দিয়াৰ পৰিবৰ্ত্তে জীৱৰ প্ৰতিমূৰ্ত্তি বলি দি জীৱ হত্যাৰ পৰা বিৰত থকা সত্ত্বেও যশোধৰে জীৱ-হত্যা পাপৰ ক্লেশৰ পৰা হাত সাৰিব পৰা নাছিল। জীৱ বলিৰ উছৰ্গা প্ৰতিবাদ কৰা সকলে জীৱৰ প্ৰতিমূৰ্ত্তি উছৰ্গা কৰাই একমাত্ৰ উপায় বুলি ধৰি লোৱা কথাষাৰ ভাৰতীয় সাহিত্যৰ বাহিৰেও গ্ৰীক্ সাহিত্যতো এনে উদাহৰণ আছে বুলি সন্দিকৈদেৱে ইয়াৰ সংশ্লিষ্ট তথ্যসমূহ সন্নিবিষ্ট কৰিছে ঃ

"Apart from the fact that it is a comprehensive manual of Jaina moral and religious doctrines, its purpose is to illustrate the great doctrine of *ahiṁsā* and its manifold implications. Yaśodhara, it will be remembered, had to undergo grievous suffering in several births even for the sin of sacrificing the paste model of a cock with the idea of killing. This aspect of the story brings into relief certain moral and religious issues which throw interesting light on the Jaina view of *ahiṁsā*.

In the first place, the practice of sacrificing the effigy of an animal seems to have been an expedient favoured by those who were opposed to animal sacrifices as such, and instances of this are recorded not only in Indian but also Greek literature."........

"As regards Greek tradition, Philostratus likewise says in the *Life* of Apollonius of Tyana, the Greek saint and mystic of the first

century A.D., that Empedocles of Acragas (in Sicily). made at Olympia a bull out of pastry *(pemma poiēsamenos)* and sacrificed it to the god, showing thereby that he approved of the sentiments of Pythagoras. (Greek philosopher, 6th century B.C.)" (p.125)

জৈন ধৰ্মমতে হত্যা বা হত্যাৰ মনোভাৱৰ মাজত কোনো প্ৰভেদ নাই। কাৰণ এবাৰ হত্যাৰ মনোভাৱেৰে মন কলুষিত হ'লে তাক সহজে নিকা কৰা কঠিন। হত্যাৰ পৰা বিৰত হোৱাই অহিংসাৰ অৰ্থ নহয়; এনে ভাব মনৰ পৰা সমূলঞ্চে দূৰ কৰিলেহে অহিংসা ভাবৰ দ্বাৰা উদ্বুদ্ধ হোৱা যায়। জীৱ হত্যা আৰু হত্যাৰ মনোভাবৰ দ্বাৰাই জৈন তত্ত্বই যি অহিংসাৰ বিশেষ ৰূপ দিছে, সেই মনোভাব লৈ দক্ষিণ ভাৰতত জৈন ধৰ্ম আৰু অন্য প্ৰতিদ্বন্দ্বী ধৰ্ম সমূহৰ মাজত হোৱা সংঘাতৰ যুগটোৰ সন্দৰ্ভত সন্দিকৈদেৱে ঐতিহাসিক দিশত পৰ্য্যালোচনা কৰিছে ঃ

"The insistence on *ahiṁsā* brought Jainism into conflict with diverse cults, and *Yaśastilaka* preserves a faithful record of the religious conflict of the times. Somadeva's romance is a notable protest not only against the Vedic sacrificial system but against the debased form of contemporary Kaula or Tantric cults involving human sacrifice, and contains also important data on the historic conflict between Śaivism and Jainism in the South. These topics have been dealt with in subsequent chapters, and we may here confine our remarks to the protest against Tantric and Vedic rites. It may be noted that such protests occur also in Jaina works outside Sanskrit literature, for example, in the poem *Neelakeśi*, one of the early Tamil classics, which describes how the Jaina ascetic Municandra puts a stop to blood offerings to Kālī,......" (p.128)

সাহিত্যসৃষ্টিৰ এই প্ৰত্যাপবাদৰ দিশটো পাশ্চাত্যৰ খৃষ্টান ধৰ্মীয় উপন্যাসৰ লগত তেখেতে তুলনামূলকভাৱে বিশ্লেষণ কৰি দেখুৱাইছে যে ধৰ্মীয় উপন্যাস বিলাকত ধৰ্মান্তৰকৰণৰ যি মূল উদ্দেশ্য নিহিত হৈ থাকে, সেই বিষয়ে ইউৰোপৰ চতুৰ্থ শতিকাত ৰচিত উপন্যাসৰ কথাও উল্লেখ কৰিব পাৰি ঃ

**"In our work Māradatta and his subjects are, of course, converted to Jainism at the end; and the conversion *motif* is an appropriate feature of a religious romance, and found, for example, in early Christian novels like *Xanthippe and Polyxena* attributed to about the fourth century,[1] and St. John Damascene's *Barlaam and Ioasaph etc.* " (p. 129)**

**ৰাজমাতা চন্দ্ৰমতি আৰু ৰজা যশোধৰৰ ধৰ্ম সম্পৰ্কীয় তৰ্ক বিতৰ্কৰ বিশ্লেষণ কৰি পৰিশেষত সন্দিকৈদেৱে মন্তব্য দিছে যে, মধ্যযুগত জৈন ধৰ্মৰ বিষয়ে জনসাধাৰণৰ**

---

1. **Glover : *Life and letters in the fourth century,* p. 376**

মাজত যি ভুল ধাৰণা আছিল, তাক খণ্ডন কৰি দেশৰ অন্য স্বীকৃত ধৰ্মতত্ত্ব আৰু ৰীতি -নীতিৰ মাজত এই ধৰ্মক সুপ্ৰতিষ্ঠিত কৰাই *যশস্তিলক* ৰচনাৰ ঘাই উদ্দেশ্য।

"The dialogue between Yaśodhara and his mother in *Yaśastilaka*, Book IV, is highly interesting from the standpoint of comparative religion......., it is noteworthy that in the dialogue in question Yaśodhara takes pains to prove the antiquity of Jainism in order to refute the charge that it is a modern creed, and cites in support of his thesis evidence that is not altogether convincing and reliable. The anxiety of minority faith to establish its ancient origin by all kinds of literary evidence at its disposal for the purpose of enhancing its prestige is inevitable in its struggle for recognition, and instances of this are found also in the literature of Christianity in the early period of its conflict with the pagan cults. (p. 132).........

..........."It will also be seen that, in Yaśodhara's dialogue with his mother Candramati, he makes a serious attempt to refute the charges levelled against Jainism by her; and elsewhere in the work Somadeva justifies certain typical beliefs and practices of the Jaina faith. It is, as a matter of fact, one of the objects of *Yaśastilaka* to remove misconceptions and prejudices concerning the religion of the Arhat, and establish its legitimate place among the recognised schools and systems of the land." (p. 133)

পুনৰ্জন্মৰ কাহিনীবোৰ জৈন ৰচনাৰ এটা বিশেষ ৰূপ। নিৰীশ্বৰবাদৰ প্ৰতিবাদকল্পে কৰ্ম আৰু পুনৰ্জন্মৰ অনুক্ৰম দৰ্শোৱা কাহিনীবোৰ ধৰ্মৰ আস্তিক্য প্ৰমাণ কৰিবলৈকে ৰচনা কৰা হৈছিল। এই বিষয়ে এটা শ্লোকৰ অনুবাদ ঃ

"Dharma need not, of course, be practised if the existence of the Self were limited to the period between birth and death. But that is not the case. Because, do we not see in the world people who can remember their past lives as well as those who become ghosts after death? If self-done Karma had no effect on sentient beings, would all creatures not be equal in status? It is also false to say that the mind is composed of matter, because mind and matter essentially differ, like earth and air. On these grounds the following statement turns out to be true. The science of astrology[1] reveals the consequences of good and bad Karma accumulated in another birth, just as a lamp reveals things in darkness." (p. 136) ◻◻

***YASASTILAKA AND INDIAN CULTURE***

1. Śrutasāgara says in his commentary that the verse is written at the beginning of horoscopes. The evidence of astrology is cited to prove the existence of Karma and rebirth. p. 136

সপ্তম অধ্যায় ঃ

# সংস্কৃত কবিতামালাৰ থুপি ৰূপে যশস্তিলক

## (পৃঃ ১৩৯-১৮৩)

বিভিন্ন ধৰণৰ সংস্কৃত কবিতাৰ আকৰ ৰূপে *যশস্তিলকৰ* মূল্যায়ন কৰি সন্দিকৈদেৱে তাৰ কাব্যাংশৰ ৰচনা ৰীতি, ছন্দ আৰু বিষয় বস্তুৰ ৰস পাঠকক জানিবলৈ দিছে। দৰাচলতে *যশস্তিলকত* সিচৰিত হৈ থকা বিস্তৰ কবিতা ৰাশি প্ৰকাশিত হৈছে দশম শতিকাৰ এধাৰি বিভিন্ন থুপিৰ কবিতামালাৰ দৰে। মূল কাহিনীৰ লগত সংশ্লিষ্ট নোহোৱাকৈয়ে নানা প্ৰসঙ্গৰ শ্লোকৰ কবিতা মালাই আৰু পাইগুটীয়া শ্লোকবোৰে সমকালৰ কবিতাৰ সুঁতিটো অধ্যয়ন কৰাৰ প্ৰচুৰ অৰিহণা যোগাইছে। ঃ

The large number of verses interspersed in *Yaśastilaka* makes it a veritable anthology of Kāvya poetry in the tenth century. There are groups of verses on diverse topics as well as individual ślokas, which can be detached from the context without causing any appreciable break in the narrative, and form, so to speak, an independent body of verse valuable for the study of the poetry of the period. (p 139)

যশোধৰৰ বিবাহ, স্নানপৰ্ব, অভিষেক, ৰাজসভাৰ কাৰ্য্যাৱলী আদি নানান ৰাজকীয় অনুষ্ঠানসমূহৰ বৰ্ণনাত্মক শ্লোক, সদুক্তি আৰু ৰজাক মন্ত্ৰীমণ্ডলীয়ে দিয়া মন্ত্ৰণাবিলাকৰ উদ্ধৃতি দি সন্দিকৈদেৱে সিবোৰৰ ইংৰাজী অনুবাদ কৰিছে।

মন্ত্ৰীমণ্ডলীৰ মন্ত্ৰনাৰ এটি উদাহৰণ :—

"There are three periods in the life of a king : that of superiority to an enemy, that of equality with an enemy, and that of inferiority to him. It is in the first of these that warlike operations should be undertaken. Fighting with a powerful enemy is like fighting with an elephant on foot; while a clash between two equals, like that of two raw vessels, leads to the destruction of both. A powerful enemy should be attacked, like a wild elephant, by a combination of forces; while an equal should be subdued by employing others against him, just as one captures an elephant with the help of other elephants" (p 148) :

"ৰজাৰ জীৱনকাল তিনিভাগে বিভক্ত— শত্ৰুৰ ওপৰত প্ৰাধান্যতা বিস্তাৰ কৰা কাল, শত্ৰুৰ লগত সমতাৰ কাল আৰু শত্ৰুৰ তলত বশীভূত হোৱা কাল। [illegible]

প্ৰথমটোত যুদ্ধ প্ৰস্তুতিৰ দৰে শক্তিশালী শত্ৰুৰ বিৰুদ্ধে ব্যৱস্থা লব লাগিব আৰু হস্তীৰ লগত পদব্ৰজে যুঁজ দিয়াৰ দৰে যুঁজিব লাগিব। অন্যহাতে সমশক্তিৰ শত্ৰুৰ লগত যুঁজিলে ধ্বংসপ্ৰাপ্ত হ'ব লাগিব, যেনেকৈ দুটা কেচা পাত্ৰৰ দুয়োটাই খুন্দা খাই ভাগি যায়। সন্মিলিত শক্তিৰে শক্তিশালী শত্ৰুক আক্ৰমণ কৰা যুগুত— বনৰীয়া হাতীৰ দৰেই। সেইদৰে সমশক্তিৰ শত্ৰুক পৰৰ দ্বাৰা যুঁজ লগোৱাই বশ কৰিব লাগে, যেনেকৈ ঘৰচীয়া হাতীৰ দ্বাৰায় বনৰীয়া হাতীক বশ কৰা যায়।"

"No enemy, however small, should be neglected; mighty elephants often meet with death at the hands of lion cubs. Sowing dissension among enemies is an important step : a king neglecting this is like a man who pulls at bamboos interlaced in tall clumps. A king without power is like a lame man, unable to use his intelligence; and a king without intelligence is like a blind man, unable to use his power :" (p. 149)

"ক্ষুদ্ৰতম শত্ৰুকো অৱহেলা কৰাটো অযুগুত। কিয়নো সিংহ পোৱালীয়েও মহাবলী হস্তীৰ মৃত্যু ঘটাব পাৰে। শত্ৰুৰ মাজত বিভেদৰ গুটি সিঁচা এটা বিশেষ উপায়। যি ৰজাই এই সাৰুৱা কথালৈ আওকাণ কৰে, সেইজন ওখ বাঁহৰ জোটৰ পৰা বাঁহ টানি উলিয়াবলৈ যত্ন কৰা নিৰ্বোধৰ লেখীয়া। শক্তিবিহীন ৰজা নিজৰ বুদ্ধি খটাব নোৱাৰা খোৰাৰ সদৃশ, বুদ্ধিহীন ৰজা শক্তি খটাব নোৱাৰা কণাৰ সদৃশ।"

গুপ্তচৰৰ প্ৰতিবেদনৰ জৰিয়তে মন্ত্ৰীক কৰা ককৰ্থনাৰ কেইটামান উদ্ধৃতিৰ অনুবাদ ঃ-

"An enemy he is in the guise of a minister, who empties the royal treasury, ruins the people, stirs up rebellion in the army, and does harm to the leading citizens. (p. 152) :

"মন্ত্ৰীৰ মুখা পিন্ধি যি ৰাজকোষ উদং কৰে, প্ৰজাৰ সৰ্ব্বনাশ ঘটায়, সেনাদলক বিদ্ৰোহ কৰিবলৈ উচটায় আৰু নেতৃস্থানীয় লোকৰ অনিষ্ট সাধন কৰে সেইজন দেশৰ মহাশত্ৰু।"

"A prince devoted to villains and a wicked minister, and the virtuous poor, and the wealthy miser cause headache to the wise (p. 152) :

"যি ৰাজকুমাৰ এহাতে অসৎলোক আৰু দুষ্টমতি মন্ত্ৰী, আৰু অন্যহাতে বিত্তশালী কৃপণ আৰু দৰিদ্ৰ সাধু পুৰুষৰ বশ, তেনে জন জ্ঞানীলোকৰ বাবে এটা মূৰ কামোৰণি।"

"If you wish to bring a king under your control, cultivate two things, an extremely deceitful character and a cruel heart." (p. 152):

"মহা প্ৰবঞ্চক আৰু অতি নিৰ্দয় হ'বলৈ অভ্যাস কৰিলেহে তুমি ৰজাক বশ কৰিব পাৰিবা।"

"Like a mirage in a desert, the ministers daily deceive those (thirsty) deer, the simpletons. Outwardly they have charming manners, but inwardly they are good for nothing" (p 152) :

"মন্ত্ৰীসকলে প্ৰতিদিনে মৰুভূমিৰ তৃষ্ণাতুৰ হৰিণৰ লেখীয়া হোজা মানুহবোৰক ঠগে। দেখাত তেওঁলোকৰ ব্যৱহাৰ অতি মনোৰঞ্জক, কিন্তু প্ৰকৃততে সেইসকল কোনো কামৰে উপযুক্ত নহয়।"

"A minister executes a task even by violent means when it serves his purpose. But when it serves the purpose of another, he simply says : "The king has so many ministers; what authority have I?" (p. 152) :

"স্বাৰ্থসিদ্ধিৰ বাবে মন্ত্ৰীয়ে বল প্ৰয়োগ কৰি হলেও নিজৰ কামফেৰা সম্পন্ন কৰি ল'ব, কিন্তু ই যেতিয়া আনৰ স্বাৰ্থ পূৰণ কৰা যেন দেখে, তেতিয়া অতি সহজে কথাৰ মোখনি মাৰি ক'ব, ৰজাৰ অতবোৰ মন্ত্ৰী থাকোঁতে মোৰনো কি কতৃত্ব আছে?"

"Albeit thou grantest not our desires, o Fate, we beg this favour of thee : inflict death upon us, but never cause the good to associate with villains". (p. 152) :

"হে অদৃষ্ট! আমাৰ মনোকামনা পূৰণ কৰিব নোৱাৰিলেও অন্ততঃ আমাক মৃত্যুৰ মুখতে পৰিবলৈ দিয়া; তথাপি সৎলোকক দুষ্টৰ হাতত পৰিবলৈ বাধ্য নকৰাবা!"

বিভিন্ন বিষয়ৰ সাৰগৰ্ভ সদুক্তিসমূহৰ কেইটিমান উদাহৰণ ঃ—

*পঞ্চমহাপাপ ঃ*

"ৰক্ষাৰ প্ৰতিশ্ৰুতি দিয়াৰ পিছত কৰা হত্যা, নাৰী হত্যা, শিশুৰ প্ৰতি অত্যাচাৰ, গৰাকীৰ শত্ৰুতা কৰা আৰু গোপনীয় কথা প্ৰকাশ কৰাৰ পঞ্চমহাপাপে মানুহৰ দুখ দুৰ্গতি শীঘ্ৰে ঘটায়।"

*শত্ৰুৰ প্ৰতি আচৰণ* .

"শত্ৰুৰ বিৰুদ্ধে পাতি থোৱা কাৰ্য্য সম্পন্ন কৰিলেও শত্ৰুৰ লগত সম্প্ৰীতি আচৰণ কৰি মিলাপ্ৰীতিৰ ভাব দেখুওৱাৰ লাগে। ময়ূৰে বিষাক্ত সাপ গিলিলেও কণ্ঠত মিঠা মাত উলিয়াব পাৰে। যেনেকৈ জুলাবলৈ লোৱা খৰি মূৰৰ ওপৰত কঢ়িয়াই নিয়াৰ পিছত পুৰি ছাই কৰা

হয়, সেইদৰে পৃথিৱীত সাহিয়াললোকে শত্ৰুক পোনতে ভাল ব্যৱহাৰ কৰাৰ পিছতহে ধ্বংস কৰে। পোনপটিয়া সৰললোকৰ সদায়েই বিঘিনি ঘটে। চিধা গছ যি সহজ উপায়েৰে কাটিব পৰা যায়, কেঁকুৰি লগা গছ সেই উপায়েৰে কাটিব নোৱাৰি।”

*বাতৰি উত্থাপন কৰাৰ মূল্যাঙ্কন ঃ*

“এজন মূৰ্খক সকলোৱে জ্ঞানী বুলি কোৱাকুই কৰি থাকিলে, জ্ঞানীলোকেও সেই কথাত হয়ভৰ দিয়ে। সোণাৰিৰ হাতৰ কৌশলত আইনাৰ টুকুৰা এটাও ৰত্নমণিৰ নিচিনাকৈ জিলিকে; সেইদৰে ভাল বুলি বাতৰি পৰিৱেশন কৰিব পাৰিলে সকলোৱে নিজৰ বিচাৰ বিবেচনাৰ কথা তল পেলায়।”

*যোগ্যস্থানত যোগ্য বস্তু ঃ*

যোগ্য বস্তু প্ৰকাশিত হয় যোগ্য স্থানত। শক্তিমন্ত জনৰ শক্তি যোগ্য স্থানত দেখুৱাব পাৰিলেহে ভাল ফল পায়। সূৰ্য্যৰ উজ্জ্বল কিৰণ ৰত্নমণিত পৰিলে যেনেকৈ জিলিকে, শিলনিত পৰিলে সেইদৰে জিলিকি নুঠে।”

*চোৰে সকলোকে সন্দেহ কৰে ঃ*

“সাধাৰণতে মানুহ নিজে যেনেকুৱা, আনকো থিক তেনে বুলিয়েই ধাৰণা কৰে। চোৰে নিজৰ প্ৰকৃতিগত অভ্যাসৰ বাবে সৎলোককো চোৰ বুলি সন্দেহ কৰে।”

*লোকক দিয়া উপদেশ ঃ*

“মানুহে নিজে কৰিব লগীয়া কামখিনি তল পেলাই অন্যক উপদেশ দিয়াত পাকৈত, যেনেকৈ চকু দুটাই দূৰৰ বস্তুহে দেখে, নিজৰ আকৃতি দেখা নাপায়।”

*প্ৰাণনাশক প্ৰলোভন ঃ*

“পানীৰ মাজত একো আহাৰেই নাই নে— যে মাছে বৰশীৰ টোপ দেখাৰ লগে লগে গিলি থয়? প্ৰকৃততে মৃত্যু ঘটোৱা বস্তুলৈ সকলো প্ৰাণীয়েই অতি সোনকালে আকৰ্ষিত হয়।” ◻◻

অষ্টম অধ্যায় ঃ

# দাৰ্শনিক মতাৱলী

(পৃঃ ১৮৪ - ২১৬)

বিভিন্ন দাৰ্শনিক মতাৱলী, যেনে—তাৰ্কিক বৈশেষিক, সৈদ্ধান্ত বৈশেষিক, বৌদ্ধ, সাংখ্য, বেদান্ত, জৈমিনীয় (মীমাংসা), পাশুপত, কুলাচাৰ্য্য, ত্ৰিকমত, শৈব, চাৰ্বাক আদিৰ বিষয়ে সন্দিকৈদেৱে আলোচনা কৰিছে, যদিওবা ইবোৰৰ বিষয়ে যশস্তিলক কাব্যত পোনপটিয়াকৈ উল্লেখ কৰা হোৱা নাই।

তেখেতে দাৰ্শনিক মতাৱলীসমূহৰ বিস্তাৰিত ভাবে পৰিচয় দি সোমদেৱৰ ৰচনাৰ সংশ্লিষ্ট প্ৰসঙ্গ সমূহৰ সমীক্ষাত্মক আলোচনা আগ বঢ়াইছে। 'যশস্তিলকৰ বেঙণি'ৰ লগত সঙ্গতি থকা চাৰ্বাক মতৰ এটি আলোচনাৰ উদাহৰণ তলত দিয়া হ'লঃ

চাৰ্বাক বা জড়বাদীসকলৰ মতে মানুহৰ সজ্ঞান এই পৃথিৱীত জন্ম আৰু মৃত্যুৰ মাজতে সীমাবদ্ধ; গছৰ সৰাপাতৰ দৰে এবাৰ জীৱনকালৰ ম্যাদ উকলিলে, ই পুনৰ ফিৰি নাহে আৰু মৃত্যুৰ লগে লগে জীৱনৰো সমাপ্তি ঘটে; গতিকে পানীৰ বুৰবুৰণিৰ লেখীয়া মানুহৰ জীৱনকালত পালন কৰা কঠোৰ বিধি বিধানৰ ধৰ্মীয় ক্ৰিয়া কৰ্মবোৰ অৰ্থহীন; যিহেতু মৃত্যুৰ পৰা কোনেও হাত সাৰিব নোৱাৰে আৰু এবাৰ দেহা পুৰি ছাই হৈ গ'লে ইয়াৰ কেতিয়াও উদ্ভব হ'ব নোৱাৰে সেয়ে জীৱন কালছোৱাতে মানুহে ৰং আনন্দত লিপ্ত হোৱাই যুগুত।

যশস্তিলকৰ কাহিনীটোত চণ্ডকৰ্মন নামৰ ৰজাৰ ঘাতকজনে মন্তব্য দিয়া উপোৰোক্ত চাৰ্বাক মতক জৈন মুনি সুদত্তই খণ্ডন কৰি পুনৰ্জন্ম আৰু আত্মাৰ স্থিতিৰ প্ৰামাণিক যুক্তি দৰ্শাইছে ঃ

"সুদত্ত মুনিয়ে চাৰ্বাক মতৰ বিৰোধিতা কৰি আত্মাৰ অস্তিত্ব আৰু জন্মৰ লেখেৰিৰ সপক্ষে তিনিটা যুক্তি দৰ্শাইছে। প্ৰথমতে নৱজাত শিশুৱে উপজিয়েই মাতৃৰ স্তন চুহি গাখীৰ খোৱাটো পূৰ্বজন্মতে শিকি অহা বুলি গণ্য কৰাৰ বাহিৰে অন্য ব্যাখ্যা দিব পৰা নাযায়; দ্বিতীয়তে কোনো লোকে মৃত্যুৰ পিছত ভূত প্ৰেত হোৱা দেখা যায়; তৃতীয়তে কোনো কোনোৱে পূৰ্বজন্মৰ কথা স্মৰণ কৰিব পাৰে।

যিহেতু কোনো প্ৰাণীয়েই মৌলিক পদাৰ্থৰ পৰা উৎপত্তি নহয়, সেয়ে চূড়ান্ত সিদ্ধান্তলৈ আহিব পাৰি যে আত্মাৰ অস্তিত্ব আছে, ই অনন্ত আৰু জড়দেহত প্ৰকাশিত হয়। তাৰোপৰি দেহ, বোধ আৰু জ্ঞান আত্মাৰ স্থিতিৰ কালছোৱাতহে বৰ্তি থাকে, আত্মাই এৰা দিয়াৰ লগে লগে ইবোৰ ক্ষয় প্ৰাপ্ত হয়। আত্মাক যদি অস্তিত্বহীন বুলি ধৰা যায়, তেনেহলে, দেহ আৰু জ্ঞানেন্দ্ৰিয়সমূহ মৃত্যুৰ পিছতো বৰ্তি থাকিলহেঁতেন। যিহেতু ই কেতিয়াও ঘটা নাই, গতিকে আত্মাৰ গুপৰত দেহ যে নিৰ্ভৰশীল তাৰ সত্যতা স্বীকাৰ কৰিব লাগিব।"

"Sudatta while criticizing the above doctrines tries to establish the existence of the Self and continuity of births. He cites three factors in favour of his contention. First, a new-born child, just after his birth, sucks his mother's breast, which cannot be explained otherwise than by supposing the continuity of impressions acquired in a previous birth.[1]* Secondly, it is seen that certain persons become evil spirits after death. Thirdly, there are people who can remember their previous lives.[2]* Fourthly, no sentient being ever originates from the elements. Hence the conclusion that the Self exists, eternal, and conscious of the manifestations of Matter. Further, it is seen that the body, the sense organs, and the intellect exist only so long as the Self exists, and decay as soon as the Self departs. The Self might be supposed to be non-existent if the body and the sense-organs continued to exist even after death, but as this does not take place, the dependence of the body upon the Self must be accepted as true. The fact is that the self is not composed of the elements; it possesses qualities different from theirs. Besides, if the self were composed of the elements, the latter would also cease to exist when the former ceased to exist. The self has characteristic qualities such as knowledge, pleasure and pain; and the elements, too, for example, earth, air and fire have their own distinctive qualities: upholding, impelling and burning respectively." (p. 198) □□

---

*1.Sallustius, a Greek writer of the fourth century A.D., employs a similar argument in support of transmigration of Souls. "The transmigration of souls can be proved from the congenital afflictions of persons. For why are some born blind, others paralytic, others with some sickness in the soul itself?" Sallustius : *On the Gods and the world*, Eng. trans. in Murray : *Five Stages of Greek Religion*, pp. 241-267.

*2. Empedocles likewise speaks (fr. 129) of a man of rare knowledge, believed to refer to Pythagoras, who could remember what happened ten or twenty generations before, Burnet (*op. cit.*), p. 224

নৱম অধ্যায় ঃ

# দাৰ্শনিক চিন্তাধাৰাৰ শ্ৰেণী বিভাগ

(পৃঃ ২১৭ - ২৪৫)

এই অধ্যায়ত যশস্তিলকত উল্লেখ কৰা ধৰ্মমত আৰু দাৰ্শনিক তত্ত্বসমূহৰ শুদ্ধাশুদ্ধতা সন্দিকৈদেৰে বিচাৰ কৰি চাইছে। বৈদিক প্ৰমাণবাদ, ব্ৰহ্মবাদ, নাৰায়ণীয় বা বৈষ্ণৱবাদ, সৈদ্ধান্ত-বৈশেষিক, বৌদ্ধ, বেদান্ত, শৈৱবাদ, জৈন, সাংখ্য, বাৰ্হস্পত্য, নৈয়ায়িক আৰু পাশুপত মতাৱলীৰ স্বৰূপ ব্যাখ্যা কৰি তেখেতে মত প্ৰকাশ কৰিছে যে সমকালীন বিভিন্ন ধৰ্মৰ মতাৱলী আৰু দৰ্শনে দশম শতিকাৰ বৌদ্ধিক চিন্তা জগতত এটা বাদানুবাদৰ সংঘৰ্ষ সৃষ্টি কৰিছিল, বিভিন্ন ধৰ্মমতক কেন্দ্ৰ কৰি তাৰ্কিক দাৰ্শনিকসকলৰ মাজত অভিযোগৰ প্ৰতি অভিযোগ কৰা প্ৰতাপবাদৰ এটা সঁজাল বাতাবৰণ গঢ় লৈ উঠিছিল ঃ

"The Pāśupatas as a Śaiva sect were in conflict with the Jainas. They are, for instance, mentioned along with Śaivas, Kāpālikas, Sāmkhyas and Buddhists in the Śravaṇa Belgola epitaph of Malliṣeṇa of 1129. A.D. or thereabouts, engraved on a pillar of the temple of Pārśvanātha on the Candragiri hill, which describes a Jaina teacher named Vimalacandra as having publicly challenged all of them to controversy (p 240)."

এই পৰিপ্ৰেক্ষিতত সকলো ধৰ্মৰে একেই চূড়ান্ত লক্ষলৈ আঙুলিয়াই সন্দিকৈদেৱে জৈন শাস্ত্ৰকাৰ সিদ্ধৰ্ষিয়ে ৰচনা কৰা *'উপমিতি-ভৱ-প্ৰপঞ্চ কথা'*ৰ এফাকি বাণীৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে ঃ

"The interrelation of the various schools is outside the scope of our discussion; But it is evident that there was considerable activity in the sphere of speculative thought, and the doctrines put forward by the different systems formed the basis of the intellectual movement of the century. It is perhaps the mutual conflict of so many schools of thought that led certain thinkers of the age to suggest the way to a synthesis, or proclaim the common ultimate goal of all systems and schools. In a remarkable passage of *Ātmatattvavieka*, Udayana "attempts to show that in its gradual ascent along the path of Mokṣa the soul is confronted with views which broaden out more and more.

*The different schools of philosophy representing the varied views thus* obtained in passing are conceived to form a graduated series, arranged according to an ascending scale of spiritual realisation, and in such a scheme the lower is always supposed to be a stepping stone to the higher and is to be superseded by it."[1]

Even more explicitly and with greater catholicity does the Jaina writer Siddharṣi declare the essential unity underlying all faiths and systems of philosophy in his *Upamiti-bhāva-prapañca kathā* Book VIII (Pp. 1220-1227). The sum and substance of what he says is that the Supreme Soul is one. He is endowed with pure intelligence, and delivers the world with His infinite power. The true religion (Dhrama) is also one and consists of such qualities as forbearance, kindness, purity, self-control, truth, chastity, honesty, sacrifice etc. Further, the Ultimate Truth, which is the way to final deliverance, is in reality one, although it may be expressed in different ways; and it is for the realisation of this Truth concerning the Supreme Lord that people undertake austerities, meditation and vows. Mokṣa is the subsistence of the soul in its pristine condition characterized by infinite intelligence, conation, joy and power, and known by such names as Supreme Attainment, Bliss, Peace, the endless Good, the Deathless State, Brahma, Nirvāṇa etc. The Doctrine that reveals the One God, the One Dharma and the One Truth, and propounds such a state of final deliverance is alone authoritative and commands universal jurisdiction. It is the purport of this Doctrine that men learn with special care and enunciate in varieties of expression. Call it Vaiṣṇava, Brāhmanical, Śaiva, Buddhist or Jaina, it is all the same : the difference in name does not count so long as the meaning remains the same. Such assertions as 'I am right and you are wrong', 'my system is right and yours is wrong' are only a manifestation of jealousy and nothing more. Siddharṣi's sublime conception of the spiritual unity of man is no doubt much in advance of his age. (p. 243)

□□

1. G. N. Kaviraja in *Sarasvati Bhavana Studies*, Vol. III, p. 112

দশম অধ্যায় ঃ

# জৈন ধৰ্ম-মত আৰু নৈতিক-আধ্যাত্মিক শৃঙ্খলা

(পৃঃ ২৪৬ - ২৯০)

সন্দিকৈদেৱে মন্তব্য দিছে যে, অহিংসা নীতিৰ দৃষ্টান্ত দিয়া যশস্তিলকৰ এটা উদ্দেশ্য যদিও প্ৰকৃততে কাব্যখন জৈন জপ-ধ্যানৰ ব্যৱস্থা পুথি ৰূপেহে গঢ় দিয়া হৈছে। জৈন ধৰ্ম মত প্ৰচাৰৰ অৰ্থে এটা আমোদজনক আখ্যানৰ জৰিয়তে ধৰ্মীয় বিধান দিয়া হৈছে। কাব্যৰ আঠোটা আশ্বাসৰ (খণ্ড) পিছৰ আশ্বাস তিনিটা সাধাৰণ পঢ়ুৱৈৰ পাঠ্য (উপাসকাধ্যয়ন) ৰূপে ৰচনা কৰি ধৰ্মৰ সম্যক বিশ্বাস আৰু ইয়াৰ ঘাই ভেটি স্বৰূপ 'পঞ্চ সংকল্প'ৰ ব্যাখ্যা কৰিছে।

উদাহৰণ স্বৰূপে যশোধৰ আৰু মাতৃ চন্দ্ৰমতিৰ কথোপকথনত জৈন দীক্ষাৰ সাৰ কথাখিনি ফুটি উঠিছে। সেইদৰে যশোধৰ আৰু জৈন মুনিৰ মাজত হোৱা প্ৰশ্নোত্তৰত জৈন তত্ত্ব বাখ্যা কৰা হৈছে। যেনে—

"The Summary is in the form of question and answer, and purports to report a conversation between Yarśodhara and a Digambara saint on the tenets of the Jaina religion. It is somewhat as follows : "What is Dharma? That which inculcates kindness to all creatures. Who is Āpta? He who is free from worldly blemishes. What is the means to know him? A śāstra free from contradictory statements. What constitutes religious austerities? Extermination of all desire for worldly objects. What is *Jīva*? That which possesses self-experienced attributes such as the intellectual faculty. How does the incorporeal *jīva* come into contact with the body? It is bound to the body by its own actions, just as the sky comes into contact with the dust raised by wind, and by its own actions it is subjected to birth in order that it may suffer their consequences. How can Dharma be acquired? By observing the vows to the best of ones ability. What is a vow? The extermination of desire preceded by the acquisition of faith. What is faith? Reasoned belief in the categories (recognised by Jainism). What are the categories? They are the agencies which uphold the universe." (p. 246)

জৈন তীৰ্থঙ্কৰসকল (আপ্ত) আৰু ধৰ্মীয় বিধি বিধানৰ বিষয়ে এই অধ্যায়ত কোৱা হৈছে ঃ

"Āgama or a religious code can be pure only if the Āpta is pure, just as children are pure when their parents are of pure descent. An Āgama, which does not conform to reason owing to contradictory statements, is like the raving of a mad man, and can have no authority. The true Āgama is so called because it makes us comprehend (*gamayan*) things relating to the present, past and future by occupying itself with the problems of religious virtue, material prosperity, desires and liberation, and pointing out what is to be shunned and what accepted.

The Jaina Āgama deals with five categories : the self, the non-self, the constitution of the universe, and bondage and liberation with their causes. The Self is the knower and the seer, great and subtle, and acts and suffers. It is coextensive with the body, and ascendant by nature. It is endowed with knowledge and discernment, without which it would be in no way different from a lifeless object. On the other hand, if it be regarded as pure knowledge, it would not have any definite idea, like the painted figure of a man that is neither friend nor foe. Karma is directed by the Self and Self is directed by Karma; they are like the boat and the boatman and have no one else to direct them. The Self is, by nature, endowed with unlimited power, although it is confined within the body, like a mystic formula circumscribed by the letters of which it is composed." (p. 250)

জৈনধৰ্মৰ পাঁচজন মন্ত্ৰদাতা গুৰু অথবা পৰমেষ্ঠীৰ বিষয়ে কোৱা হৈছে ঃ

"The Five Parameṣṭhins are adored first. They are, according to Somadeva's interpretation, the Arhat, that is, one of the Tīrthaṁkaras or Patriarchs endowed with superhuman qualities; the Siddha or one who has realised within himself the luminous presence of the Infinite Soul; the Ācārya or the teacher who regulates the social order according the principles of Jainism; the Upādhyāya or the learned preceptor who has mastered the sacred lore; and the Sādhu or the devotee bent on salvation and engaged in rigorous austerities in the face of insuperable obstacles. It may be added that the doctrine of the Parameṣṭhins is a cardinal feature of Jainism, which offers to some extent to be a cult of the superman in the sphere of religion, and reserves its highest honours for the best of men who uphold religion and society according to the tenets of the Jaina faith." (p. 269, 270) □□

# অনুপ্ৰেক্ষা আৰু জৈন ধৰ্মীয় কবিতা

(পৃঃ ২৯১ - ৩১৫)

জৈন ধৰ্ম মত আৰু নীতিকথা সম্পৰ্কীয় কবিতাবোৰক অনুপ্ৰেক্ষা পদ্য বোলা হয়। ধৰ্মীয় নীতি কথাৰ কবিতাবোৰ জৈন সাহিত্য আৰু চিন্তাধাৰাৰ আটাইতকৈ গুৰুত্বপূৰ্ণ বিষয়। এই বিষয়ে সন্দিকৈদেৱে উল্লেখ কৰিছে ঃ

"In order to appreciate Somadeva's treatment of the Anuprekṣās, it will be convenient to explain their religious background, and enumerate the principal literary attempts to define and interpret them before and after his time. The Anuprekṣās are, roughly speaking, topics of meditation, twelve in number, and cover a wide range of the cardinal teachings of Jainism. They are in the form of reflections on the transient character of things *(anityānuprekṣā)*, helplessness *(aśaraṇānuprekṣā)*, the cycle of rebirth *(saṁsārānuprekṣā)*, loneliness *(ekatvānuprekṣā)*, the distinction between the self and the not-self (anyatvānuprekṣā), the impurity of the body *(aśucvanuprekṣā)*, the inflow of Karmas *(āsravānuprekṣā)*, stoppage of the inflow of Karmas *(saṁvarānuprekṣā)*, the shedding of Karma *(nirjarānuprekṣā)*, the constitution of the universe *(lokānuprekṣā)*, the difficulty of attaining the Right Path consisting of the Three Jewels *(bodhidurlabhānuprekṣā)*, and the Law expounded by the Arhat *(dharmasvākhyātatvānuprekṣā)*. It may be noted that the Anuprekṣās are known also as Bhāvanās, specially in Śvetāmbara texts.

Anuprekṣā means *anucintana* 'pondering', 'reflection'. Pūjyapāda in his commentary on *Tattvārthasūtra* 9.2 explains Anuprekṣā as 'pondering on the nature of the body and other substances'. *Svāmikārtikeyānuprekṣā* (verse 97) defines it as 'pondering on the right principles' (*sutacca-cintā aṇuppehā*). The word is used also in connection with Svādhyāya or study of sacred lore, of which *anuprekṣā*, pondering on what one has learnt, is an important factor. Pūjyapāda says in his commentary on *Tattvārthasūtra* p. 25 : *adhigatārthasya manasā abhyāsaḥ anuprekṣā*. The word is used in this sense also in *Uttarādhyayanasūtra* 29.22, wherein *anuppehā*, explained as *cintanikā* in Nemicandra's commentary, is one of the factors of *sammattaparakkama*, 'exertion in righteousness', mitigating the power and duration of practically all the Karmas.

The Anuprekṣās are designed to serve as aids to spiritual

progress, produce detachment, and lead the devotee from the realm of desire to the path of renunciation. The Bhāṣya on *Tattvārthasūtra* 9.7 says that the devotee, after reflecting on the transient character of worldly objects and relationship, loses all attachment to them : this is the purpose of *anityānuprekṣā*. He reflects on the fact that there is no escape from death and misery, and the sense of helplessness makes him indifferent to the things of the world and inclines him towards the teachings of the Arhat; this is the purpose of *aśaraṇānuprekṣā* and so on. Similarly, Pūjyapāda in his commentary on the same *sūtra*, says in connection with *aśucitvānuprekṣā* that the body is impure, and its impurity cannot be removed by bath, perfumes, incense and other means; whereas the contemplation of Right Faith and other principles leads to absolute purity : thinking like this in all earnestness amounts to *aśucitvānuprekṣā*. Thus reflecting, the devotee becomes indifferent to the body and concentrates his mind on 'crossing the ocean of births' In this way the object of each Anuprekṣā is minutely explained, but the general purpose of the Anuprekṣās is to make the aspirant averse to the world and concentrate his mind on the Self and its emancipation. The *Maraṇasamāhī*, a Jaina canonical text, says that contemplation of the Bhāvanās, that is, the Anuprekṣās leads to *vairāgya* or disgust for the world and seems to sum up the Bhāvanās as *vairāgya-bhāvanā* (verse 636 and 638), and describes them also as producing a strong desire for liberation." (p. 291, 292).

বহুল অৰ্থত অনুপ্ৰেক্ষা জপসমূহত মানৱ জীৱনৰ বাস্তৱ সত্যতা প্ৰতিবিম্বিত হৈ আছে। এই অনুচিন্তনে ভক্তক পুনৰ্জন্ম, কৰ্ম আৰু ইয়াৰ বিলুপ্তিৰ বিষয়ে গুৰুৱে দিয়া দীক্ষাবোৰৰ কথা স্মৰণ কৰায়। বিভিন্ন অনুপ্ৰেক্ষাবোৰ এনে ভাৱে ৰচনা কৰা হৈছে যাতে 'ধ্যান'ত উপবিষ্ট হোৱাৰ আগতে ই চিন্তাশীল 'যোগী'জনৰ মানসিক শক্তি বৃদ্ধি কৰিব পাৰে। নিষ্ঠা আৰু মনৰ পৱিত্ৰতাৰে ধৰ্ম পালন কৰাতেই অনুপ্ৰেক্ষাসমূহৰ তাৎপৰ্য্য নিহিত হৈ আছে। ঃ

**"The Anuprekṣās are thus viewed from different standpoints, but their wider aspect can hardly be mistaken. They are in the nature of reflections on the fundamental facts of life, and remind the devotee of the teachings of the Master on the subject of rebirth, Karma and its destruction, equanimity and self-control, the glory of the Law and the final goal. They are no doubt designed to develop the contemplative faculty of the Yogin, and may be called the starting point of *dhyāna*. But they have also a great moral significance inasmuch as they are meant to develop purity of thoughts and sincerity in the practice of religion'. (p. 293)** □□

দ্বাদশ অধ্যায় ঃ

# এটি প্ৰতিবাদী সংলাপ

## (পৃঃ ৩১৬ - ৩২৫)

অৱন্তিৰ ৰাজসভাত এটা নাটকীয় পৰিৱেশত ৰজা যশোধৰ আৰু মাতৃ চন্দ্ৰমতিৰ মাজত পশুবলি সম্পৰ্কে এক সঁজাল বাক্-বিতণ্ডাৰ অৱতাৰণা কৰা হৈছে। মাক-পুতেকৰ কথোপকথনৰ অংশটো সন্দিকৈদেৱে মঞ্চ অভিনয়ৰ উপযোগী বুলি মন্তব্য কৰিছে।

বৈদিক পূজা পাটলত অটল বিশ্বাসী চন্দ্ৰমতিয়ে জৈন ধৰ্মলৈ ধৰ্মান্তৰ হোৱা পুত্ৰক পশুবলিৰে পূজা অৰ্চনা কৰিবলৈ পৰামৰ্শ দিয়াত পুত্ৰই বৈদিক বিধানৰ বিৰোধিতা কৰি জৈন ধৰ্ম মত সাব্যস্ত কৰিবলৈ যত্নপৰ হৈছে আৰু মাতৃ চন্দ্ৰমতিয়ে দিগম্বৰ জৈন মুনিসকলক উপহাস কৰি জৈন তত্ত্ব নতুনকৈ সৃষ্টি হোৱা বুলি মন্তব্য কৰিছে। উদাহৰণ স্বৰূপে ঃ

"Then addressing his mother and entreating her to pardon him for what he is going to say, he replies to the charges brought by her against the Jaina religion, and in so doing severely criticizes certain aspects of the Brahmanical faith." (p. 319)

. .. ....... ..."The speaker next defends the custom of Jaina ascetics who eat standing and that of the Digambara ascetics, who wear no clothing owing to their determination not to possess anything." (p.320)

..........."The authority of the Veda is next attacked. The speaker contends that the injunctions of the Veda are guided by the instincts of the crowd, and often self-contradictory. No sure clue is to be found in the Veda as to what is to be done and what avoided, and the Veda can in no sense be an authority for the world." (p. 321)

यथाजनाकूलमयं प्रवृत्त: परस्परार्थप्रतिकूलवृत्त:।
विधौ निषेधे च न निश्चयोऽस्ति कथं स वेदो जगत: प्रमाणम्।।

An instance of how the Veda follows the instincts of the crowd is found in the fact that the common people desire to take meat, and the Veda sanctions meat-eating by prescribing certain rules for it,......." (p.321)

"........there are also other instances in which the injunctions of the Veda follow the inclinations of the populace. This explains the universal popularity of the Veda, for no one who obeys the desires of the people is ever disliked." (p.322) □

---

বিঃ দ্ৰঃ, *সন্দিকৈৰ বেজেদৰ* 'ৰাণী অমৃতমতি' শীৰ্ষক অধ্যায়ত উপৰোক্ত প্ৰতিবাদী সংলাপ অন্তৰ্ভুক্ত কৰা হৈছে।

ত্ৰয়োদশ অধ্যায় ঃ

# জৈনধৰ্ম আৰু অন্যান্য ধৰ্ম

(পৃঃ ৩২৬ - ৩৭৬)

দাক্ষিণাত্যত ৰাষ্ট্ৰকূট ৰজাসকলৰ আধিপত্যৰ কালছোৱা জৈন ধৰ্মৰ জনপ্ৰিয়তাৰ এটা নৱযুগ। নৱম আৰু দশম শতিকাত ৰাষ্ট্ৰকূট, চুবুৰীয়া গঙ্গা ৰাজ্য (মহীশুৰ) আদি ৰাজ্যবোৰত ৰজাঘৰৰ পৃষ্ঠপোষকতা আৰু সমৰ্থন পাই এই ধৰ্ম জনসাধাৰণৰ মাজত বিশেষকৈ ঐশ্বৰ্য্যশালী বণিক শ্ৰেণীৰ মাজত বিয়পি পৰিছিল। সমকালীন ধৰ্মীয় চিন্তাধাৰা আৰু সাহিত্য জগতত জৈন সংস্কৃতিয়ে প্ৰভূত ভাবে প্ৰভাৱ পেলাইছিল যদিও দশম শতিকাৰ শেষৰ ফালে একাংশ লোকৰ মাজত জনমত গঢ়ি উঠিছিল যে, জৈনধৰ্ম পৌৰাণিক কালৰ পৰা চলি অহা ধৰ্ম নহয়—ই মাত্ৰ এটা নতুনকৈ প্ৰাদুৰ্ভাব হোৱা ধৰ্ম মত। এনে এটা ধাৰণা খণ্ডন কৰিবৰ উদ্দেশ্যেই সোমদেৱে আৰু সমসাময়িক জৈন সাহিত্যিকসকলে তেওঁলোকৰ লেখাসমূহত এই ধৰ্ম অনাদি কালৰ পৰা চলি অহা ধৰ্ম বুলি সাব্যস্ত কৰি প্ৰাচীনতাৰ প্ৰমাণেৰে ভক্তৰ সংখ্যা বঢ়োৱাৰ আপ্ৰাণ চেষ্টা চলাইছিল। কিয়নো জৈন সূত্ৰ 'সম্যকত্ব'ৰ এটা বিশেষ অঙ্গত উল্লেখ কৰা হৈছে যে, এজন নৈষ্ঠিক জৈন ভক্তই যথাবিধি মতে ধৰ্ম প্ৰচাৰ কৰি গণবৰ্দ্ধন কৰাটো এটা পৱিত্ৰ কৰ্ত্তব্য। এই বিষয়ে সন্দিকৈদেৱে মন্তব্য দিছে ঃ

"In the Deccan of the tenth century Jainism was, as it has always been, the religion of an influential and ambitious minority, and nowhere in Jaina literature is the propagandist note more clearly heard than in Somadeva's *Yaśastilaka*. It would appear that, as late as the tenth century the charge of being an upstart religion lacking in the prestige of antiquity was levelled against Jainism; and Somadeva tries to prove the ancient origin of the faith by citing the authority of a number of texts and authors, supposed to contain, according to him, appreciative references to the Jaina creed and Jaina monks." (p.326)

........."The anxiety of Somadeva to establish the antiquity of Jainism illustrates the desire of a member of a minority community to enhance the prestige of his faith, so essential for its propagation. The duty of a pious Jaina to his religion is clearly formulated in connection with the *aṅgas* or components of *Samyaktva*; and one of his sacred obligations seems to be *gaṇavardhana*, expansion of the community, to be carried out by appropriate methods explained by Somadeva in detail...." (p.327)

যশোধৰ আৰু ৰাজমাতাৰ প্ৰতিবাদী সংলাপত বৈদিক ক্ৰিয়া কৰ্মৰ সমালোচনাৰে জৈন ধৰ্মৰ শ্ৰেষ্ঠতাক প্ৰতিপন্ন কৰা হৈছে। অন্য ধৰ্মৰ দোষ-ত্ৰুটি আঙুলিয়াই স্বকীয় ধৰ্মক উৎকৃষ্ট ধৰ্ম বুলি প্ৰচাৰ কৰাৰ কলাসুলভ কৌশলৰ বিষয়ে সন্দিকৈদেৱে লিখিছে,

".......The shortcomings of other religions and the excellence of Jainism form the sum and substance of Jaina propaganda, reminding one of a certain type of Missionary literature of modern times. Dogmatic assertions declaring the supremacy of the Jaina religion are, as is to be expected, frequent in medieval Jaina literature. Vādībhasiṁha, for instance, invites the ambitious man, desirous of the supreme beatitude, to betake himself to the sacred Jaina faith,....." (p.330)

........."Nothing could be more incorrect than to assume that the success of medieval Jainism was due solely to subtle and successful propaganda. The latter was no doubt an important factor, but the progress made by the faith and the royal patronage enjoyed by it under the Cālukyas, the Rāṣṭrakūṭas, the Gangas, and the Hoysalas as well as under certain feudatory rulers should be attributed rather to the zeal of a succession of saintly Jaina teachers and the confidence inspired by the intellectual eminence of scholars and writers like Akalaṁka, Vīrasena, Jinasena, Guṇabhadra, Pampa, Ponna, Puṣpadanta, Vādirāja, Prabhācandra and others. Such men could be expected to hold their own and maintain the prestige of their faith in a world of thought dominated by the leaders of the Brahmanical revival from Śaṁkara and Kumārila to Udayana and Rāmānuja." (p.330)

এই অধ্যায়ত সমকালৰ বিভিন্ন ভাৰতীয় ধৰ্মসমূহৰ বিষয়ে সন্দিকৈদেৱে বিস্তাৰিতভাৱে আলোচনা কৰিছে। শৈৱ দক্ষিণমাৰ্গ, পাশুপত, শৈৱ মঠ আৰু আচাৰ্য্য, শৈৱ বাম মাৰ্গ, ব্ৰাহ্মণ্য ধৰ্ম, পুৰাণভিত্তিক দেৱ-দেৱী, বৈষ্ণৱমত, বৌদ্ধ আৰু আজীৱক আদিৰ পৰিচয় দি তেখেতে শৈৱ আৰু জৈনমতৰ মাজত ঘটা মত বিৰোধৰ কথা উল্লেখ কৰিছে ঃ

"The struggle of the Jaina faith with Vīraśaivism came in the latter half of twelfth century. In the tenth century Jainism still occupied a privileged position under the patronage of the ruling dynasties in Mysore and the Deccan; and it was about this time that it was in conflict with the prevailing Śaivism of the age. Sectarian controversy was the order of the day; and Somadeva seems to echo contemporary Jaina theological opinion when he denounces Śaivism as a strange medley of mutually contradictory doctrines." (p.346)

......"One of the points at issue in the Śaiva-Jaina controversy was the position of the Arhats as superhuman universal teachers. The Śaivas contended that the Jaina conception of the Arhat was wholly

inadequate: if he was an omniscient teacher, we must ask who his teacher was, and if he was saint devoted to austerities, there must be some one to vouchsafe the result of his efforts. In either case, it was necessary to postulate a superior Being, self-existent and without a beginning, and He was no other than Maheśvara or Śiva. The Saiva contention that Śiva was the *guru* of the Jaina Tīrthaṁkaras is recorded by Somadeva in *Yaśastilaka;*" (p.347)

যশস্তিলক ৰচনাৰ কালছোৱাত বিভিন্ন ধৰ্মৰ আচাৰ্য্যসকলে স্বকীয় ধৰ্মমত লৈ পৰস্পৰৰ মাজত তৰ্কযুদ্ধত লিপ্ত হৈছিল। ধৰ্মীয় বাদ-বিবাদ আৰু প্ৰত্যুক্তিসমূহৰ বুৰঞ্জীমূলক দিশটো পৰ্য্যালোচনা কৰি তেখেতে আঙুলিয়াইছে যে, শৈৱ আৰু জৈন ধৰ্মৰ মাজত বাদ-বিবাদ চলিলেও দেশৰ বিভিন্ন অঞ্চলত এই দুই ধৰ্মই সহনশীলতা আৰু সম্ভাৱৰ মাজেৰে সহ অৱস্থান কৰিছিল।

"Any talk about the conflict of Śaivism and Jainism during the period under consideration might be misleading if we failed to point out that the two faiths existed side by side, generally speaking, in an atmosphere of toleration and amity in various parts of the country. This is proved by the existence of imposing Jaina temples in such important centres of Śaiva worship as Khajurāho in Bundelkhand or Un in southern Indore. At Khajurāho where the temples were mostly built during the reigns of Yaśovarman and Dhanga (c. 930-1000 A.D.), we have the large and fine temple of Jinanātha, which has an inscription of 954 A.D., and was buit in the beginning of Dhanga's reign." (p.352)

খাজুৰাহো, ইলোৰা আৰু আবু পৰ্বতৰ একে ঠাইতে নিৰ্মাণ কৰা সেইকালৰ প্ৰসিদ্ধ শিৱ আৰু জৈন মন্দিৰ সমূহেই এই সহ অৱস্থানৰ স্পষ্ট প্ৰমাণ। দশম শতিকাৰ সময়ত দাক্ষিণাত্যত ঘটা ধৰ্মীয় মত বিৰোধে সেইকালৰ জনসাধাৰণৰ ঐক্য আৰু সহনশীলতাৰ মনোভাৱত কোনো চেকা পেলাব নোৱাৰিছিল। সামৰণিত, তেখেতে মন্তব্য কৰিছে ঃ

"The conflict of religions in the Deccan in the tenth century should not blind us to the general spirit of toleration prevailing in the age. Much important evidence has been adduced by scholars to prove the existence of concord and harmony in the sphere of religion, and we have referred elsewhere[4] to isolated attempts at a synthesis of divergent philosophical and religious views in the century." (p.376) ☐

4. See Chap. IX.

চতুৰ্দশ অধ্যায় ঃ

# বৈদিক বলি-বিধানৰ জৈন সমালোচনা

(পৃঃ ৩৭৭ - ৩৯০)

বৈদিক বলি প্ৰথাৰ বিষয়ে জৈন লেখকসকলে যি সমালোচনা আগবঢ়াইছে, সি কেৱল প্ৰত্যপবাদমূলক সাহিত্যৰ বিষয় বুলি সন্দিকৈদেৱে মন্তব্য কৰিছে। তেখেতৰ বিশ্লেষণাত্মক সমালোচনাত উল্লেখ কৰিছে যে, স্বকীয় ধৰ্মতত্ত্বই উৎকৃষ্ট তত্ত্ব বুলি সাধাৰণ ধৰ্মপ্ৰচাৰক বিলাকে কৰা প্ৰচাৰ আৰু জৈন লেখকে সাহিত্যৰ মাধ্যমেৰে কৰা ধৰ্ম প্ৰচাৰৰ মাজত কোনো প্ৰভেদ পোৱা নাযায়; অনেক ক্ষেত্ৰত ৰচয়িতাসকলৰ বৈদিক শাস্ত্ৰজ্ঞানৰ অভাৱ আৰু লোকৰ মুখে শুনা কথাৰ ভিত্তিত সেইসকলে মন্তব্য দিয়া পৰিলক্ষিত হয়।

তেখেতৰ দুটা মন্তব্যৰ উদ্ধৃতি তলত দিয়া হ'ল ঃ

"The attacks on the authority of the Veda and its religion which we come across in *Yaśastilaka* belong to a class of recriminatory literature directed against Vedic rites by Jaina writers since long before the tenth century. Although the Vedic religion had been obsolete for centuries, it was considered worth while to attack the Veda, since it was the bed-rock on which the superstructure of Brahmanism was claimed to have been built up beyond the ravages of time." (p. 380)

.........."It is evident that much of the information of Jaina writers in regard to Vedic rites was based on hearsay, and the only thing they definitely knew about them was that they involved the sacrifice of living beings, men as well as animals. Their statements are no doubt *mala fide*, misleading and erroneous..............." (p. 386)

সন্দিকৈদেৱৰ যুক্তিবাদী গৱেষণাৰ দৃষ্টিভঙ্গীৰ বিষয়ে ভাৰতীয় সাহিত্য একাডেমিৰ প্ৰাক্তন সভাপতি প্ৰয়াত ডঃ বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্যদেৱে লেখিছে ঃ

"মহাকাব্যখনৰ মুখ্য উদ্দেশ্য জৈন ধৰ্ম, দৰ্শন, আচাৰ আদিত অন্তৰ্নিহিত অহিংসাৰ মূল্য সুপ্ৰতিষ্ঠাপিত কৰা। সন্দিকৈয়ে এই লক্ষ্যৰ কলাফল আধুনিক যুক্তিবাদী গৱেষকৰ দৃষ্টিৰে নিৰ্জাৰণ কৰি তাৰ গুণাগুণো আমাক জানিবলৈ দিছে। য'ত সোমদেৱে জানি বা নেজানি ভুল উদ্ধৃতি, ভুল ব্যাখ্যা আৰু ভুল যুক্তিৰ অৱতাৰণা কৰি মুখ্য ব্ৰাহ্মণ্য আৰু শৈৱ মতক খণ্ডন কৰিবলৈ দিছে তাত তেওঁ শুদ্ধ শ্লোক, ব্যাখ্যা আৰু যুক্তিৰ অৱতাৰণা কৰি সোমদেৱৰ তাৰ্কিক প্ৰবৃত্তি সংযত কৰিছে। য'ত সোমদেৱে শুদ্ধ

সমালোচনা কৰিছে, তেওঁ জৈন মতৰ সমৰ্থনত অন্যান্য মূল গ্ৰন্থৰ উদ্ধৃতি দি কবিৰ সমালোচনা সুদৃঢ় কৰিছে। এই নতুন ব্যাখ্যা দিওঁতে সন্দিকৈয়ে ভাৰতীয় দৰ্শন আৰু ধৰ্মৰ গভীৰ জ্ঞানৰ পৰিচয় দিছে। তেওঁ এই সম্পৰ্কীয় মতবোৰ দিওঁতে অকল লেখিত সাহিত্য, তাম্ৰলিপি আৰু শিলালিপিৰ সাক্ষ্যতে নিজক আবদ্ধ ৰখা নাই। প্ৰয়োজন মতে তেওঁ পুৰাতাত্ত্বিক তথ্যসমূহো সাক্ষ্যৰূপে আগবঢ়াইছে। বুৰঞ্জীৰ দৃষ্টিৰ পৰা চালে ৰাজনীতি, দৰ্শন, ধৰ্ম, কলা আৰু লোক-সংস্কৃতিৰ বিষয়ে এই গ্ৰন্থৰ পৰা আহৰণ কৰা তথ্যবোৰ ভাৰত বুৰঞ্জী পুনৰ ৰচনাৰ সহায়ক বুলি ধাৰণা হয়। 'যশস্তিলক'ৰ কালৰ ভূগোলৰ ওপৰত দিয়া ওপৰঞ্চি টোকাটো আৰু পৰিশিষ্টত দিয়া শৈৱ মন্দিৰসমূহ আৰু গুজৰাটত সেইবোৰৰ ভৌগোলিক স্থান নিৰ্ণয় সম্পৰ্কীয় দীঘলীয়া টোকাটোও এই দিশৰ পৰা গুৰুত্বপূৰ্ণ।" ('প্ৰকাশ' দশম সংখ্যা, ১৯৮২, পৃঃ ৮০)

অধ্যায়টোৰ সামৰণিত দশম শতিকাৰ পৰা সপ্তম শতিকাৰ কালছোৱালৈ ফিৰি গৈ সন্দিকৈদেৱে সেই কালৰ ধৰ্মীয় বাদ বিতণ্ডাৰ কথা উল্লেখ কৰিছে। জৈন আৰু বুদ্ধ ধৰ্মৰ আবিৰ্ভাৱক লৈ সমকালৰ ন্যায় বৈশেষিক সূত্ৰৰ দাৰ্শনিক সকলে যি তৰ্কাতৰ্কি অৱতাৰণা কৰিছিল তাৰো বৰ্ণনা কৰিছে। বৈদিক ক্ৰিয়াকাণ্ড বিষয়ক জৈন সমালোচনাৰ আঁত ধৰি তেখেতে মন্তব্য দিছে যে উপৰোক্ত কালছোৱাত বৈদিক চিন্তাধাৰাৰ পুনৰুত্থান হোৱাত জৈন সমালোচনাই সৰ্ব্বসাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰিব পৰা নাছিল। এই দিশত শঙ্কৰাচাৰ্য্যই তেওঁৰ বেদান্ত সূত্ৰত বৈদিক ক্ৰিয়াকাণ্ডৰ পৱিত্ৰতাৰ সন্দৰ্ভত দিয়া ভাষ্যৰ বিষয়েও সন্দিকৈদেৱে আঙুলিয়াইছে।

Śrīdhara says in *Nyāyakandalī* (p. 217) that the Veda is known to be the work of a Superior Being *(puruṣa-viśeṣa)*, because its message is unquestioningly accepted by all who belong to the *varṇāśrama* order of society. If it were the work of an ordinary person, like the Scriptures composed by Buddha and others, not all discerning persons would unquestioningly act upon its teachings. That with regard to which there is a universal consensus of opinion (on the subject of its reliability) is bound to be an authoritative source of knowledge, like direct perception and similar means of cognition. Thus while the Vedic sacrificial religion was fast becoming a relic of the past, the authority of the Veda was constantly reaffirmed by Mīmāṁsakas, Smārtas, and Nyāya-Vaiśeṣikas alike. It is noteworthy that even Śaṁkara in his Bhāṣya on the Vedānta *Sūtras 3. 1. 25* supports in principle the slaughter of animals in Vedic sacrifices, and proclaims the purity of all rites prescribed by the Veda. The voice of Jaina criticism was not likely to be heard in an age characterized by a large-scale revival of Brahmanical thought, say, from about the seventh to the end of the tenth century." (p. 390) □□

# অজৈন পূজাসেৱা, আচাৰ আৰু বিশ্বাস

(পৃঃ ৩৯১ - ৪০৭)

যশস্তিলকত উল্লিখিত অন্যান্য অজৈন দেৱীপূজাৰ পৰম্পৰা আৰু লৌকিক আচাৰসমূহৰ সন্দিৰ্কেদেৰে বিস্তাৰিত বিৱৰণ দি সোমদেৱে কৰা ভুল ব্যাখ্যাৰ শুদ্ধ তথ্য পৰিৱেশন কৰিছে। দক্ষিণ ভাৰতৰ বিশেষকৈ বৰ্তমান মাদ্ৰাজৰ (চেন্নাই) নিকটবৰ্ত্তী সাগৰ তীৰৰ প্ৰাচীন দুৰ্গা মন্দিৰসমূহ আৰু ভাৰতৰ অন্যান্য স্থানৰ প্ৰাচীন শক্তি পূজাৰ বিষয়েও তেখেতে আলোকপাত কৰিছে। মহাবলিপুৰমৰ খনন কাৰ্যাত আবিষ্কৃত হোৱা সপ্তম শতিকাৰ 'কোতিকল মণ্ডপ' আৰু 'দ্ৰৌপদীৰ ৰথ' নামৰ শক্তি পূজাৰ মন্দিৰ দুটাৰ তেখেতে বিৱৰণ দিছে ঃ

"The Cult of the Devī, who is known under different names, Caṇḍikā, Kātyāyanī, Bhavānī, Durgā etc., seems to have been widely prevalent from about the seventh century onwards. The cult, as ordinarily practised, represents what is known as Sakti worship, and must be distinguished from the abnormal ritual mentioned by Somadeva in *Yaśastilaka.* There are, for instance, two rock-cut temples dedicated to Durgā at Māmallapuram, now the village of Mahābalipuram, known also as the Seven Pagodas, on the sea-coast, about forty miles south of Madras. The excavations at this place date from the second quarter of the seventh century A.D. The temples are locally known, the one as Kotikal Maṇḍapa, and the other as Draupadi's Ratha. The former is a primitive-looking shrine consisting of a hall, about 22 feet long and eight feet wide. The latter is a beautifully carved little shrine with a domical roof, and contains a bas-relief figure of Durgā. In front of the temple is a huge rock-cut figure of Durgā's vehicle, the lion. There are, besides, various sculptural representations of the goddess on some of the other temples and rocks at Māmallapuram." (p. 392)

চণ্ডমাৰী মন্দিৰত চণ্ডিকা পূজাৰ আয়োজনৰ বৰ্ণনাৰে কাব্যখন আৰম্ভ কৰি মহানৱমী তিথিত কৰাই অপৰাজিতা দেৱী পূজা কৰাৰ কথা উল্লেখ কৰা হৈছে। চণ্ডিকা

দেৱীৰ বিভিন্ন নাম যেনে, অপৰাজিতা, অম্বিকা, দুৰ্গা, কাত্যায়নী, গৌৰী, ভৱানী, ভদ্ৰকালি আদিক বিভিন্ন মানসেৰে পূজা অৰ্চনা কৰি শক্তি পূজা কৰাটো সপ্তম শতিকা মানৰ পৰাই ব্যাপকভাৱে প্ৰচলিত হৈছিল। সমকালৰ ৰাজন্যবৰ্গই যুদ্ধ বিজয় মানসেৰে কৰা অপৰাজিতা দেৱী পূজাৰ সন্দৰ্ভত কোৱা হৈছে ঃ

The worship of the goddess Aparājitā is mentioned by Somadeva in Book III as part of the general description of the court life of Yaśodhara. In three verses recited by a bard the blessings of the goddess are invoked for the success of the king in warfare. We are told that Aparājitā, called also Ambikā, grants victory to kings on the battlefield, and is herself incarnate in their arms and weapons. The stars are the pearls on her hair, and the sun and the moon are her eyes : the celestial river is her robe, and the oceans are her girdle, and the Meru mountain is her body. She is worshipped by Indra, Śiva, Brahmā and Viṣṇu. It is clear from the Devīmāhātmya section of *Mārkaṇḍeyapurāṇa* (chap. 88 ff.) that Aparājitā, Ambikā, Durgā, Kātyāyanī, Gaurī, Bhadrakālī etc. are different names of Caṇḍikā; they are to be regarded rather as different forms of Caṇḍikā, and worshipped on different occasions for special purposes. The meditation of Aparājitā is recommended in the medieval Tantric work *Īśānaśivagurudevapaddhati* in the course of the ritual prescribed for the worship of Gaurī; and it is interesting to note that one of the rites is meant for the king and prescribed to ensure his victory in war. The same work treats in detail of the worship of Durgā, who is significantly described as capable of destroying hostile armies. Aparājitā is thus one of those deities whose worship was favoured at the royal court as a means to vanquishing the enemies of the king. (p. 398)

মহানৱমীৰ দিনা যুদ্ধ বিজয়ৰ মানসেৰে কৰা অপৰাজিতা পূজাৰ পিছতেই দীপোৎসৱ অৰ্থাৎ আধুনিক কালৰ দেৱালী পালন কৰা হয়, এই অধ্যায়ত দীপোৎসৱৰ বিস্তৃত বিৱৰণ দিয়া হৈছে।*

*যশোধৰৰ ৰাজসভাত সৰস্বতী দেৱীৰ উপাসনা স্তুতিৰ অাঁত ধৰি সন্দিকৈদেৱে সমকালৰ সৰস্বতী পূজাৰ বিষয়ে উল্লেখ কৰি দক্ষিণ ভাৰতৰ প্ৰাচীন সৰস্বতী মন্দিৰবোৰৰো বিস্তৃত বিৱৰণ দিছে।* □□

---

(*'*যশস্তিলকৰ বেগুণিত দীপোৎসৱ বৰ্ণনাৰ উদ্ধৃতি সন্নিবিষ্ট কৰা হৈছে।*)

ষষ্ঠদশ অধ্যায় ঃ

# জৈন ধৰ্মীয় আৰু নৈতিক কাহিনীসমূহ

(পৃঃ ৪০৮ - ৪৩১)

ষষ্ঠদশ অধ্যায়ত জৈন নীতিবচনৰ আখ্যানসমূহ সন্নিবিষ্ট কৰা হৈছে। ধৰ্মৰ সম্যকত্ব, মৌলিক অনুব্ৰত, সুৰাপান আৰু মাছ-মাংসাহাৰ বৰ্জ্জনৰ উপকাৰিতা আদিৰ উদাহৰণ দিয়া সোতৰটা সাধুৰ দুটা তলত সংযোগ কৰা হ'ল। নীতিকথাৰ সাধুবোৰৰ সৰহভাগেই হিন্দুশাস্ত্ৰৰ পৌৰাণিক আখ্যানৰ আধাৰত জৈন বিচাৰধাৰাৰে প্ৰকাশ কৰা বুলি সন্দিকৈদেৱে মত দিছে—

"Some of the stories recorded by Somadeva are based on Brahmanical mythology, and may be called Jaina versions of Hindu tales." (p. 408)

### (১) তিমি আৰু ডনিকনা মাছৰ সাধু

সৌৰসেনা নামৰ এজন ৰজাই এবাৰ নিৰামিষ আহাৰ খাবলৈ সংকল্প লৈছিল। কিন্তু আমিষ ভোজন কৰা মানুহৰ সান্নিধ্যত আহি ৰজাই মাংস ভোজনৰ লোভ সামৰিব নোৱাৰিলে। এই উদ্দেশ্যে তেওঁ 'কৰ্মপ্ৰিয়' নামৰ এজন পাকৈত ৰান্ধনি নিয়োগ কৰিলে। কৰ্মপ্ৰিয়াই নিতৌ বিধে বিধে মাছ, মাংস যোগাৰ কৰি গুপুতে ৰজাক সুস্বাদু আমিষ আহাৰ পৰিবেশন কৰিবলৈ ধৰিলে। হবেক ৰাজকাৰ্য্যত ব্যস্ত হৈ থকা ৰজাই সেই গোপনীয় আমিষ আহাৰ হেঁপাহ পলুৱাই উপভোগ কৰিবলৈ সুযোগ পোৱা নাছিল।

এদিন জীৱ চিকাৰৰ বাবে হাবিলৈ যাওঁতে কৰ্মপ্ৰিয়ক সাপে দংশন কৰাত থিতাতে তেওঁৰ মৃত্যু হ'ল। মৃত্যুৰ পিছতে তেওঁ এটা প্ৰকাণ্ড তিমি মাছ ৰূপে পুনৰ্জন্ম পাই সাগৰত বাস কৰিবলৈ ল'লে। কিছুদিনৰ পিছত লুভীয়া ৰজাজনৰো মৃত্যু ঘটি এটা অকণমানি ডনিকনা মাছ হৈ পুনৰ জনম ল'লে।

এদিন সাগৰৰ মাজত ডনিকনাই তিমি মাছটো দেখা পাই তাৰ কাণৰ বিন্ধাতে বাস কৰিবলৈ ল'লে। ডনিকনাই সদায় দেখিবলৈ পায়, তিমিয়ে মুখ মেলি শুই থাকোঁতে সাগৰৰ মাছ আৰু নানান সৰু সৰু জীৱই তাৰ মুখ আৰু ডিঙিৰ ভিতৰলৈ সোমাই অনায়াসে সাতুৰি নাদুৰি পুনৰ ওলাই আহি পানীলৈ গুচি যায়। তাকে দেখি ডনিকনাই তিমিক উপহাস কৰি ভাবে, সি যদি তিমি মাছ হ'লহেঁতেন এইদৰে মুখৰ ভিতৰত সোমোৱা আটাইবোৰ সাগৰৰ জীৱ খাই শেষ কৰিলেহেঁতেন। ক্ৰমে তিমি আৰু ডনিকনাৰ আয়ুসৰ ওৰ পৰি পুনৰ নৰকত জনম ল'লেগৈ আৰু দুয়োটাই পূৰ্ব জন্মৰ কথা সুঁৱৰিব পৰা শক্তি আহৰণ কৰিলে। এদিন আগৰ তিমি মাছটোৱে ডনিকনাক লগ পাই সুধিলে,

"হেৰৌ! মই বাৰু প্ৰকাণ্ড গাটোৰে অনেক ধ্বংসলীলা কৰি শেহত নৰকবাসী হ'লোহি। কিন্তু তইনো মোৰ কাণৰ মলিৰ মাজতে বাস কৰি কি পাপ কাৰ্য কৰিছিলি, যিহৰ বাবে এনেকৈ নৰকত পৰিছিলিহি?

ডনিকনাই উত্তৰ দিলে, "সাগৰৰ গোটেইবোৰ জীৱ খাই শেষ কৰাৰ বাসনা কৰিছিলোঁ; তিমিৰ ধ্বংসলীলাৰ পাপৰ পৰিণামতকৈ মোৰ কু-অভিপ্ৰায়ৰ পাপৰ বোজা অনেক গুণে বেচি।"

**জৈন নীতি বচন ঃ** মাংসাহাৰৰ পৰা কেৱল বিৰত হৈ থকাই নহয়, মাছ, মাংস খাবলৈ ইচ্ছা কৰাটোও পাপ বুলি বিবেচনা কৰা হয়।

## (২) পথভ্ৰষ্টা নাৰী

পাটলিপুত্ৰ ৰাজ্যৰ ৰাজকুমাৰীৰ চুবুৰীয়া ৰাজ্য এখনৰ ৰাজকোঁৱৰৰ লগত বিবাহ সম্পন্ন হৈছিল। বিয়াৰ পিছতেই ৰজা অতি টান নৰিয়াত পৰিল। এজন তান্ত্ৰিক গুৰুৱে ৰজাক পৰামৰ্শ দিলে, ৰোগ সম্পূৰ্ণৰূপে নিৰাময় হ'বলৈ হ'লে, নিজৰ বিবাহিত জীয়ৰীৰ বলিদানেৰে দেৱতাক উচৰ্গা কৰিব লাগিব। নৱ বিবাহিত ৰাজকোঁৱৰে কথাষাৰৰ ভু পাই ৰাজকুমাৰীক লগত লৈ অৰণ্যলৈ পলাই গ'ল। এদিন অৰণ্যত ৰাজকুমাৰীৰ সৰ্প দংশনত মৃত্যু ঘটিল। পত্নীৰ মৃত্যু শোকত জৰ্জৰিত হৈ ৰাজকোঁৱৰ আত্মহত্যা কৰিবলৈ উদ্যত হ'ল। এনেতে অৰণ্যৰ দেৱতা সমুখত আবিৰ্ভাৱ হৈ আত্মহত্যা কৰিবলৈ বাধা দি ক'লে, যদিহে ৰাজকোঁৱৰে জীৱনৰ আয়ুসৰ আধাভাগ পত্নীক দান কৰিব পাৰে, তেতিয়া হ'লে তাই পুনৰ জী উঠিব। ৰাজকোঁৱৰে ততালিকে আধাভাগ আয়ুস দান কৰিবলৈ মান্তি হোৱাত তেওঁৰ প্ৰিয়পত্নীয়ে পুনৰ জীৱন ফিৰাই পালে। স্বামী-স্ত্ৰী দুয়ো একেলগে যাত্ৰা কৰি আহি এখন নগৰৰ অতিথিশালাত ৰাতিটো কটাবলৈ ল'লে।

ৰাজকোঁৱৰ টোপনিত লালকাল হোৱাৰ পিছত হঠাৎ দেৱকেশী নামৰ এজন সুদৰ্শন পুৰুষ অতিথিশালাত উপস্থিত হ'লহি। ৰাজকুমাৰীৰ ৰূপৰ জলক্ দেখি দেৱকেশী ভোল গ'ল। দুয়ো দুয়োৰো প্ৰতি আকৃষ্ট হোৱাত দেৱকেশীয়ে ছল কৰি ৰাজকুমাৰীক পলুৱাই নি সেই ঠাইৰ পৰা অন্তৰ্ধান হ'ল। সিফালে ৰাজকোঁৱৰে টোপনিৰ পৰা সাৰ পাই পত্নীক বিচাৰি হুৰা-দুৰা লগালে। শেষত ঘূৰি ঘূৰি তেওঁ পত্নীক অচিনাকি সুদৰ্শন পুৰুষজনৰ লগত নগৰৰ উপকণ্ঠত দেখা পালেগৈ। এই ঘটনা লৈ ৰাজকোঁৱৰ আৰু দেৱকেশীৰ মাজত তুমুল কাজিয়া হ'ল; ঘটনা দেখি চাৰিওফালে মানুহে জুম বান্ধিলে। ৰাজকুমাৰীয়ে কিন্তু দেৱকেশীকহে তেওঁৰ প্ৰকৃত স্বামী বুলি মানুহবোৰক পৰিচয় দিলে। পত্নীৰ আচৰণত ক্ষুব্ধ হৈ ৰাজকোঁৱৰে ততালিকে তেওঁ দান কৰা আয়ুসখিনি ফিৰাই ল'লে আৰু লগে লগেই পথভ্ৰষ্টা নাৰী গৰাকীৰ মৃত্যু হ'ল। অবাক জনতাই আচৰিত মৃত্যু ঘটনাটোৰ কাৰণ জানিবলৈ বিচৰাত ৰাজকুমাৰে আদ্যোপান্ত বিৱৰি কৈ মন্তব্য দিলে,

"যি নাৰীৰ কাৰণে মই মৃত্যু বৰণ কৰিবলৈ ওলাইছিলোঁ আৰু যাক মই জীৱনৰ আধা আয়ুস দি মৃত্যুৰ পৰা বচাইছিলোঁ, সেই নাৰীয়ে মোক হেলাৰঙে বৰ্জন কৰিবলৈ কুণ্ঠাবোধ নকৰিলে; এনে নাৰীক কোনেনো দয়াৰ চকুৰে চাব?"

**সাৰকথা ঃ** অসত্য, বিশ্বাসঘাতকতা, অশিষ্ট চিন্তা, কাম আৰু লোভৰ পৰিণাম ভয়াবহ। ☐

সপ্তদশ অধ্যায় ঃ

# পৌৰাণিক আখ্যান আৰু উপকথাসমূহ

(পৃঃ ৪৩২ - ৪৩৮)

সপ্তদশ অধ্যায়ত *যশস্তিলকত* সন্নিবিষ্ট কৰা জৈন আৰু অন্যান্য ধৰ্মৰ পৌৰাণিক আখ্যান আৰু উপকথাবোৰৰ আলোচনা কৰা হৈছে। মথুৰাৰ প্ৰাচীনকালৰ জৈন স্তুপ আৰু মন্দিৰবিলাকৰ বিষয়ে সন্দিকৈদেৱে ঐতিহাসিক আৰু ভৌগোলিক তথ্য পৰিবেশন কৰি সমকালৰ জৈনভক্তসকলৰ বিষয়ে চলি অহা প্ৰবচনবোৰৰ আভাস দিছে।

মথুৰাৰ এটা প্ৰসিদ্ধ জৈন স্তুপৰ পৌৰাণিক আখ্যান *যশস্তিলকত* উল্লেখ কৰা হৈছে। আগ্ৰা পথ আৰু গোবৰ্দ্ধন পথৰ কোণত অৱস্থিত 'কঙ্কালী টিলা' নামে ঠাইত ১৮৮৯-৯০ চনত খনন কাৰ্য্য কৰোঁতে এই প্ৰাচীন স্তুপটোৰ ভগ্নাৱশেষ আবিষ্কৃত হৈছিল আৰু ইয়াৰ তোৰণ-চৌকাঠৰ ভাস্কৰ্য্যৰ এটা অংশ লক্ষ্ণৌ মিউজিয়ামত বৰ্ত্তমান কালতো সংৰক্ষিত হৈ আছে। ভগ্নাৱশেষত খোদিত কৰা লেখাৰ পৰা স্তুপটোৰ নিৰ্মাণ কাৰ্য্য খ্ৰীষ্ট শকাব্দৰ কেইবা শতিকাৰো পূৰ্বৰ বুলি ঠাৱৰ কৰা হৈছে আৰু 'দেৱ নিৰ্ম্মিত' (Built by God) স্তুপটোত 'আৰনাথ' নামৰ জৈন তীৰ্থঙ্কৰ এজনৰ মূৰ্ত্তি থাপনা কৰা হৈছিল বুলি লেখাত পোৱা গৈছে। জৈনসকলৰ মাজত এটা প্ৰবাদ আছে, দুজন জৈন তীৰ্থঙ্কৰৰ বাবে 'দেৱী কুৱেৰা'ই এই স্তুপ সোণেৰে নিৰ্মাণ কৰি দিছিল। বৰ্ত্তমান কালত কঙ্কালী টিলাত স্তুপৰ চিন হিচাপে মাত্ৰ এটা মাটিৰ টিপহে দেখা যায়। যশস্তিলক ৰচনাৰ কালত মথুৰাৰ স্তুপটো বৰ্ত্তি আছিল বুলি সন্দিকৈদেৱে মত প্ৰকাশ কৰিছে; কিয়নো কাব্যত কোৱা হৈছে, সেই সময়তো এই মন্দিৰ 'দেৱ নিৰ্ম্মিত' বুলি জনা গৈছিল। ঃ

"Of the several legends recorded by Somadeva, that of the famous Jaina Stūpa of Mathurā is of outstanding interest, and narrated in detail in *Yaśastilaka* Book VI..... It is wellknown that the ruins of the ancient Stūpa were discovered in the course of excavation at the Kankālī Ṭilā standing in the angle between the Agra and Govardhan roads during the sesson 1889-90. ........An inscription of the year 79, engraved on the left hand portion of the base of a large standing figure of a Jina found in the Kankālī mound in the season 1890-91, records the fact that an image of the Tīrthaṁkara Aranātha was set up at the Stūpa, "built by the gods" *(thūpe devanirmite)*,..... the Jaina Stūpa of Mathura was already so old that it was regarded as the

work of the gods. "It was probably, therefore, erected several centuries before the Christian era, and may have been at least as ancient as the oldest Buddhist Stūpa." According to Jinaprabha, the Stūpa was built by the goddess Kuberā for two Jaina saints named Dharmaruci and Dharmaghoṣa....... The Stūpa was originally of gold, but later encased in brick as a safeguard against pillage...

......The Jaina Stūpa of Mathurā seems to have existed in Somadeva's time, as is apparent from his statement that "the shrine is still known by the name of *Devanirmita*, "Built by the Gods".

..... As regards the great Stūpa, its site is at present a bare flat mound without any semblance of an ancient edifice on its surface (p 433)



১নং চিত্ৰ



২নং চিত্ৰ

লক্ষ্ণৌ মিউজিয়ামত সংৰক্ষিত হৈ থকা ভগ্নাৱশেষৰ তোৰণ-চৌকাঠৰ ভাস্কৰ্য্যত (১ নং চিত্ৰ) কিন্নৰ* আৰু সুপৰ্ণসকলে† স্তূপটোক পূজা কৰা দেখা গৈছে। চৌকাঠৰ ওলোটা ফালৰ ভাস্কৰ্য্যত (২নং চিত্ৰ) স্তূপলৈ যোৱা ভক্তৰ সমদল দেখা গৈছে।

* কিন্নৰ (কুবেৰৰ পাৰিষদ— আধা মানুহ আৰু আধা চৰাই)

† সুপৰ্ণ- (আধা মানুহ আৰু আধা ঘোঁৰা)

## ব্ৰহ্মা, বিষ্ণু আৰু শিৱলিঙ্গ

অজৈন আখ্যানৰ সন্দৰ্ভত সন্দিকৈদেৱে 'ব্ৰহ্মা, বিষ্ণু আৰু শিৱলিঙ্গ' শীৰ্ষক এটা প্ৰসঙ্গৰ অৱতাৰণা কৰিছে। স্কন্দপুৰাণৰ এই আখ্যানটো আছিল শিৱলিঙ্গৰ 'বিস্তৃতি' সম্পৰ্কে ব্ৰহ্মা আৰু বিষ্ণুৰ মাজত হোৱা বাদ-বিবাদৰ প্ৰসঙ্গ।

ইলোৰা আৰু অন্য শিৱমন্দিৰসমূহৰ ভাস্কৰ্য্যত উক্ত প্ৰসঙ্গটোৰে শিল্প কৰ্ম গঢ় দিয়া বাবে আখ্যানটো ভাস্কৰ্য্যৰ দিশত এটা গুৰুত্বপূৰ্ণ বিষয় বুলি তেখেতে মত প্ৰকাশ কৰিছে। 'ব্ৰহ্মা, বিষ্ণু আৰু শিৱলিঙ্গ' প্ৰসঙ্গটোৰে দশম শতিকাত নিৰ্মাণ কৰা এটা মনোৰম ভাস্কৰ্য্য কৰ্ম আজমীৰৰ ৰাজপুতনা মিউজিয়ামত সংৰক্ষিত হৈ আছে। এই মূৰ্ত্তিত (৩ নং চিত্ৰ) দীঘল দড়িয়া ব্ৰহ্মাই শিৱ লিঙ্গৰ শীৰ্ষস্থান চাবলৈ ওপৰৰ ফালে উৰা মাৰিছে আৰু বিষ্ণুৱে শিৱলিঙ্গৰ গুৰিটো চাবলৈ তলৰ ফালে বুৰ মাৰিছে; শেষত আগ গুৰি বিচাৰি নাপাই ব্ৰহ্মাই শিৱলিঙ্গৰ এফালে আৰু বিষ্ণুৱে শিৱলিঙ্গৰ অন্য ফালে থিয় হৈ থকা শিল্প কৰ্মটোত প্ৰতিফলিত হৈছে। ১৯৪১ চনত আজমীৰ মিউজিয়ামলৈ গৈ সন্দিকৈদেৱে নিজে এই বিশেষ ভাস্কৰ্য্য কৰ্ম পৰ্য্যবেক্ষণ কৰিছিল ঃ



৩নং চিত্ৰ

"The dispute of Brahmā and Viṣṇu about the extent of the Śivaliṅga is mentioned in a verse, quoted by Somadeva from an earlier text in Book V. The story is also referred to in Śrīharṣa's *Naiṣadhacarita* 10.51and narrated in detail in *Skandapurāṇa*. It is noteworthy that there are important sculptural representations of the legend...........

...in a beautiful sculpture preserved in the Rajputana Museum. Ajmer, and assigned to the tenth or eleventh century. Brahmā with a long beard is represented as soaring upwards, and Viṣṇu as diving below, to explore the top and the base of the *liṅga* respectively. After their failure, Brahmā is shown as standing on one side of it and Viṣṇu on the other." (p. 435, p. 436)

সমকালৰ প্ৰৱচনবোৰৰ এটি উদাহৰণ ঃ

সুকুমাৰ নামৰ এজন যুৱ সদাগৰে বৈৰাগ্য লোৱাৰ সংকল্প লৈ মাতৃক প্ৰতিশ্ৰুতি দিলে যে, তেওঁৰ পাঁচশ গৰাকী স্ত্ৰীৰ প্ৰতিগৰাকীৰ লগতে এদিনকৈ কটোৱাৰ পিছতহে বৈৰাগ্য গ্ৰহণ কৰিব। কিন্তু তেওঁৰ মৃত্যু আসন্ন বুলি এজন মুনিৰ পৰা শুনাৰ লগে লগে বৈৰাগ্য গ্ৰহণ কৰি নিজৰ সংকল্প পূৰা কৰিলে।

.........উপৰোক্ত সমুল্লেখবোৰত অজৈন প্ৰসঙ্গ যেনে—নটীৰ নৃত্য দেখি ৰথনেমি মুনিয়ে সকলো জপ-তপ বাদ দিয়া, দক্ষকন্যাৰ জলকেলি দেখি শিৱৰ তপস্যাত ব্যাঘাত জন্মোৱা আদি উপকথাবোৰৰো উল্লেখ কৰা হৈছে। বিভিন্ন প্ৰসঙ্গত একেবোৰ উপকথাই কেনেকৈ বিভিন্ন ৰূপ লৈছে তাৰ উদাহৰণেৰে সন্দিকৈদেৱে বিশদ আলোচনা দাঙি ধৰিছে। ▢

অষ্টাদশ অধ্যায় ঃ

# উদ্ধৃতি আৰু প্ৰসঙ্গসমূহ

## (পৃঃ ৪৩৯ - ৪৬৩)

*যশস্তিলক* কাব্যত সন্নিৱিষ্ট কৰা প্ৰাচীন উদ্ধৃতি আৰু প্ৰসঙ্গসমূহৰ তাৎপৰ্য্য বখানি সন্দিকৈদেৱে লেখিছে, দশম শতিকাৰ পূৰ্বৰো লুপ্তপ্ৰায় ৰচয়িতাসকলৰ সাহিত্য প্ৰতিভা লিপিবদ্ধ কৰি সোমদেৱে কাব্যখন ভাৰতীয় সাহিত্যৰ এটা কাল নিৰূপক বুৰঞ্জীৰূপে চিন ৰাখি গৈছে। তেখেতৰ ভাষাৰে ঃ

"A remarkable feature of Somadeva's Yaśastilaka is that it quotes or refers to a large number of earlier authors and works, many of them otherwise unknown or but insufficiently known. These references have thus a great chronological value, forming as they do a definite landmark in Indian literary history. There are indeed few writers who have enriched Kāvya literature with so great a variety of well-stocked scholarship as the author of our romance." (p. 439)

এই সন্দৰ্ভত উল্লিখিত কবি, গ্ৰন্থকাৰ, বৈয়াকৰণিক, নীতিশাস্ত্ৰ, স্মৃতিশাস্ত্ৰ, দাৰ্শনিক আদিৰ উদ্ধৃতিসমূহ আৰু আয়ুৰ্বেদীক শাস্ত্ৰ, হস্তীবিদ্যা, চিত্ৰকৰ্ম, স্থাপত্য আৰু ৰত্নমণিৰ লেখাসমূহৰ বিভিন্ন শীৰ্ষত সন্দিকৈদেৱে ভাগে ভাগে পৰ্য্যালোচনা কৰি দেখুৱাইছে। যেনে— 'কবি'ৰ শিতানত তেখেতে লিখিছে ঃ

প্ৰাচীনতাৰ গৰ্ভত লোপ পোৱা অনেক কবিৰ নাম আৰু সেইসকলৰ ধৰ্মীয় ৰচনাৰ উদ্ধৃতিসমূহ সোমদেৱে 'যশস্তিলক'ত সংযোগ কৰিছে। মহাকবি 'ভাস' নামৰ এনে এজন ইন্দ্ৰিয় পৰৱশ শৈৱ ধৰ্মাৱলম্বী ভক্তৰ উদ্ধৃতিত কোৱা হৈছে— 'সুৰাময় শিৱভক্তই ভগৱৎ প্ৰেমত গদ্‌গদ হৈ প্ৰেমিকাৰ নিৰ্মল মনোৰম মুখখনিৰ সৌন্দৰ্য্যত মোক্ষ লাভৰ বিমল আনন্দ উপলব্ধি কৰিছে।' ঃ

"One should drink wine and gaze at a beloved woman's face and assume a garb that is beautiful by nature and unspoilt. Long live Śiva, the Exalted One, who discovered such a way to salvation." (p. 439)

অন্য এজন 'নীলপট' নামৰ শিৱভক্ত কবিৰ উদ্ধৃতিত নাৰী-সৌন্দৰ্য্যৰ পবিত্ৰতাত মোক্ষ লাভৰ আনন্দ পোৱা বাবে যিসকলে প্ৰতিবাদ কৰিছে তাক নিন্দা কৰা হৈছে।

সেইদৰে ৰজাৰ দুৰ্নীতিপৰায়ণ মন্ত্ৰীৰ কু-চৰিত্ৰৰ পৰিচয় দিয়া বিবোধ কাব্যাংশৰ উদ্ধৃতি আছে, তাৰ ৰচয়িতা সকলক সোমদেৱে প্ৰিলাস, কোহল, তৰুণী-লীলা-বিলাস, কবি কৌমুদীচন্দ্ৰ, কিলকপুত্ৰ, গণপতি আদি নামেৰে অভিহিত কৰিছে। এই নামবোৰক সেইজনমানৰ বাহিৰে বাকী বিলাক কল্পনাপ্ৰসূত বুলি সন্দিকৈদেৱে মন্তব্য দিছে। □

ওপৰঞ্চি ২ ঃ

# গণিকাৰ মৃতদেহৰ বিষয়ে শ্লোকসমূহ আৰু বৌদ্ধ উপকথা

(পৃঃ ৪৬৬ - ৪৬৭)

মৰিশালিত পৰি থকা এজনী গণিকাৰ জীৰ্ণ মৃতদেহৰ দৃশ্যাই সুদত্ত মুনিৰ মনলৈ অনা ভাব *যশস্তিলকত* বৰ্ণোৱা হৈছে। যেনে ঃ

"Without her, the toil of the world seems to be in vain. Without her, the houses look like the woods. Without her, life loses its meaning. Ye folks, behold her body for a moment. The source of mundane joys, her body used to be clasped, kissed and enjoyed by men thrilled with passion. But it is now reduced to such a plight. The skin is torn to shreds, the flesh is falling off, and the network of veins is loosening. The strength of the joints is gone, the bones are crumbling to pieces, and the sinews are putrescent" (1.121-122) (p. 168)

ইয়াৰ পূৰ্ব বৃত্তান্ত ৰূপে এটা বৌদ্ধ উপকথা সন্দিকৈদেৱে সংযোজন কৰিছে ঃ

ৰাজগহ চহৰত সিৰিমা নামে এজনী অতি ৰূপৱতী গণিকাই সকলোকে আকৃষ্ট কৰি ৰাখিছিল। তাইৰ ৰূপ যৌৱন উপভোগ কৰিবলৈ তাইৰ ঘৰত অনেক লোকৰ সমাগম। বেশ্যা হ'লেও তাই নিতৌ আঠজন বৌদ্ধ ভিক্ষুক আহাৰ যোগান ধৰিছিল।

এদিন এজন যুৱ ভিক্ষুৱে সিৰিমাৰ সৌন্দৰ্য্যৰ কথা শুনি তাইৰ ঘৰলৈ আহাৰ ভিক্ষা কৰিবলৈ গ'ল। সেইদিনা সিৰিমা আছিল অতি অসুস্থ; তাইৰ ব্যাধিগ্ৰস্থ শৰীৰৰ অৱস্থা দেখি প্ৰেমাসক্ত ভিক্ষুজন এনেভাৱে অভিভূত হ'ল যে, নিজৰ সকলো কথা পাহৰি তেওঁ সিৰিমাই দিয়া আহাৰৰ খুদকণ এটাও মুখত দিব নোৱাৰিলে। সেইদিনাই সন্ধিয়া সিৰিমাৰ মৃত্যু ঘটিল।

সিৰিমাৰ মৃত্যুৰ বাতৰি পাই ৰজাই তেওঁৰ আচাৰ্য্যলৈ খবৰ পঠিয়ালে। আচাৰ্য্যই ৰজাক পৰামৰ্শ দিলে, "সিৰিমাৰ শৰীৰ জ্বলাব নালাগে। কাউৰী, কুকুৰে খাব নোৱাৰাকৈ তাইৰ মৰা-শটো ৰখীয়াই দিনে ৰাতিয়ে পহৰা দিয়াৰ ব্যৱস্থা কৰক।" কথামতে কাম হ'ল। এদিন, দুদিনকৈ পাৰহৈ চাৰিদিনৰ দিনা সিৰিমাৰ মৃতদেহ উখহি ওফন্দি উঠিল— মুখ, চকু, কাণ আদি শৰীৰৰ নটা বিন্ধাইদি পেলাপূঁজ-পানী ওলাই দেহত পোকে বাঁহ ল'লে।

ৰজাই চহৰৰ সকলো বাসিন্দাকে সিৰিমাৰ সেই দৃশ্য চাবলৈ আদেশ শুনালে। বৌদ্ধ ভিক্ষুসকলকো গুৰুৰে সৈতে সেই স্থানত সমবেত হ'বলৈ খবৰ পঠিয়ালে। সিফালে বেজাৰত অভিভূত হোৱা যুব ভিক্ষুজনে মুখৰ মাতবোল নোহোৱাকৈ অনাহাৰে দিন পাৰ কৰিবলৈ ধৰিলে। সিৰিমাই দিয়া আহাৰ ভিক্ষাপাত্ৰতে ভেঁকুৰিল। লগৰীয়া ভিক্ষুৰ পৰা গুৰুৰে সৈতে আটায়ে সিৰিমাক চাবলৈ যোৱাৰ কথা শুনাৰ লগে লগেই যুৱকৰ চেতনা আহিল। ভেঁকুৰা আহাৰৰ পাত্ৰটো ততালিকে ধুই পখালি জুলিত ভৰাই সিৰিমাক চাবলৈ উদ্যত হ'ল।

মৰিশালিলৈ সকলো ভিক্ষু আহি গুৰুক মাজত লৈ মৰা-শৰ একাষে থিয় হ'লহি। মৃতদেহৰ আনফালে ৰজাই পাৰিষদবৰ্গৰে সৈতে প্ৰজাগণৰ মাজত স্থান ল'লেহি। নাৰীদেহৰ পচিব ধৰা বীভৎস দৃশ্যলৈ চাই বৌদ্ধ গুৰুৱে ৰজাক সুধিলে—

হে ৰাজন! এই নাৰী কোন?

ৰজা— গুৰুদেৱ! এওঁ জীৱকৰ ভগিনী সিৰিমা।

আশ্চৰ্য্যান্বিত গুৰু-- এৱেঁই সিৰিমা নে?

ৰজা—হয়, গুৰুদেৱ।

গুৰু—তেতিয়া হ'লে চহৰত ঢোল পিটি শুনাই দিয়া হওক, কোনোবাই যদি এহেজাৰ মুদ্ৰা দিব পাৰে, তেওঁ সিৰিমাক লৈ যাব পাৰিব।

ৰজাৰ ঘোষণা শুনি প্ৰজাৰ মাজৰ পৰা কোনোৱেই টু শব্দটোও নকৰিলে। গুৰুৱে পুনৰ ৰজাক পৰামৰ্শ দিলে সিৰিমাৰ দেহৰ মূল্য কমাবলৈ। সেইমতে ঢোল পিটি শুনোৱা হ'ল যে পাঁচশ মুদ্ৰাৰ বিনিময়ত সিৰিমাৰ দেহা পোৱা যাব। এইবাৰো কোনো আগবাঢ়ি নাহিল। সিৰিমাৰ দেহৰ মূল্য পাঁচশ মুদ্ৰাৰ পৰা ক্ৰমে আঢ়ৈশ, এশ, পঞ্চাশ, পঁচিশ, দহ, পাঁচ, একমুদ্ৰা বা এটা পাইলৈ কমাই নিয়া হ'ল। শেহত পাইটোৰ আঠভাগৰ এভাগ বিনিময়তো কোনোৱে নিবলৈ ইচ্ছা নকৰাত ৰজাই ঘোষণা কৰিলে, "সিৰিমাৰ শৰীৰ বিনামূল্যে দিয়া যাব।"

কিন্তু কোনো পুৰুষেই এবাৰো মাত নামাতিলে। ৰজাই তেতিয়া গুৰুক ক'লে,

"গুৰুদেৱ! সিৰিমাক উপহাৰ হিচাপেও কোনোৱে গ্ৰহণ নকৰে।" গুৰুৱে ভিক্ষুসকললৈ চাই ক'লে,

"ভিক্ষুগণ! জনগণৰ বিচাৰত এগৰাকী নাৰীৰ মূল্য কিমান তোমালোকে দেখিবলৈ পালা। এইখন চহৰতে এই নাৰীৰ লগত মাত্ৰ এটা ৰাতি উপভোগ কৰিবলৈ মানুহে এহেজাৰ মুদ্ৰা যাচিছিল। এতিয়া তাইক উপহাৰ হিচাপেও কোনোৱে গ্ৰহণ নকৰা হ'ল। এৱেঁই সেই শৰীৰ যাৰ আজি সকলো শেষ। চোৱা! এই শৰীৰ এতিয়া পচা আৰু ব্যাধিগ্ৰস্ত।"

গুৰুৱে এযাকি পদেৰে বক্তব্য শেষ কৰিলে—

“চোৱাঁ এই অঙ্কিত চেহেৰা,
তেজ-পূঁজ-ঘাৰে উপচি পৰা,
নাই আজি শক্তি, নাই সাৰসুৰ
ক্ষণস্থায়ী শৰীৰত,
তেতিয়াৰ বহু ভাৱনাৰে ভৰা!”

*"See this painted image, this mass of sores,*
*huddled together,*
*Corrupt, once possessed of many thoughts, but*
*now possessing neither*
*strength nor stability.,"* (p. 467) □

উপৰঞ্চি ৩ ঃ

# শিৱ মন্দিৰসমূহ আৰু ইবোৰৰ ভৌগোলিক অৱস্থিতি

(পৃঃ ৪৬৭ - ৫০৯)

ভাৰতৰ বিভিন্ন ঠাইত অৱস্থিত বহু সংখ্যক শিৱ মন্দিৰবোৰৰ পৰা শৈৱ ধৰ্মৰ শক্তি আৰু প্ৰভাবৰ বিষয়ে ঠাৱৰ কৰিব পাৰি। কোনো কোনো ক্ষেত্ৰত শৈৱ ধৰ্মৰ প্ৰভাৱ দশম শতিকাৰ বহু আগৰে পৰা আছিল। গুজৰাটৰ সমুদ্ৰতীৰৰ সোমনাথ মন্দিৰ আৰু আবু পৰ্বতৰ অচলেশ্বৰ মন্দিৰৰ পৰা আৰম্ভ কৰি মেৱাৰ, মালৱা, বুন্দেলখণ্ড, খাজোৰাহো, বঘেলখণ্ড, উৰিষ্যা দাক্ষিণাত্য আৰু দক্ষিণ ভাৰতৰ শিৱ মন্দিৰসমূহৰ ইতিহাস, ভৌগোলিক অৱস্থিতি আৰু ভাস্কৰ্য্যৰ বিষয়ে হান্দিকৈদেৱে বিস্তাৰিত বৰ্ণনা দিছে।

যশস্তিলক আখ্যানটোত সোমদেৱে জানি বা নাজানি শৈৱবাদৰ কটু সমালোচনা কৰা সন্দৰ্ভত হান্দিকৈদেৱে সোমদেৱৰ উক্তিক খণ্ডন কৰি শৈৱবাদৰ প্ৰভাৱ আৰু প্ৰাচীন পৰম্পৰাৰ বিষয়ে শুদ্ধ ঐতিহাসিক তথ্য পৰিবেশন কৰিছে। দাক্ষিণাত্য আৰু দক্ষিণ ভাৰতৰ প্ৰাচীন স্থানসমূহক লৈয়েই *যশস্তিলক* কাহিনীটো ৰচনা কৰা হৈছে বাবে পাঠকৰ জ্ঞাতাৰ্থে কেৱল এই অঞ্চল কেইটাৰ বিষয়ে তেখেতৰ লেখাৰ কেইটামান উদ্ধৃতি তলত দিয়া হ'ল। ঃ

## DECCAN

From Orissa we may pass on to the Deccan which was one of the earliest centres of Śaivism in India. Most of the Vākāṭaka kings who ruled in the area corresponding to Central Provinces and Berar in the fourth and fifth centuries A.D., are described in their inscriptions as *paramamāheśvara* or fervent devotees of Śiva. One of them, Rudrasena-I, who reigned in the first half of the fourth century A.D., is described as a devotee of Mahābhairava, which shows that Śiva was worshipped in both his benign and terrible forms.

The Vākāṭakas were related by marriage to the Bhāraśivas who are invariably mentioned in the initial portion of the inscriptions of the former. Gautamī-putra, the son Pravarasena-I, married the daughter of the Bhāraśiva king Bhavanāga; and the issue of this marriage was Rudrasena-I. The Bhāraśivas seem to have carved out a principality for themselves on the banks of the Ganges, as they are described as having had their coronation bath with the pure waters of the Ganges

acquired by their valour. These Bhāraśivas were staunch Śaivas, as they are described as having pleased Śiva by carrying the *śivaliṅga* on their shoulders, resembling in this respect the Vīraśaivas or Lingayats of later times. It is possible that they originally belonged to the Deccan and later established themselves in North India." (p. 487)

......................জৈন আৰু শৈৱবাদৰ মাজত হোৱা বাক্‌বিতণ্ডাই সৃষ্টি কৰা প্ৰাচীন ধৰ্মীয় সংঘৰ্ষ আৰু ধৰ্মান্তৰকৰণৰ স্বাভাৱিক সুঁতিৰ বিষয়ে লেখা সন্দিকৈদেৱৰ কেইটামান উদ্ধৃতি সন্নিবিষ্ট কৰা হ'ল ঃ

## SOUTH INDIA

"From Deccan we may turn to South India properly so called. The classic land of Śaivism was the Tamil country which witnessed one of the greatest epochs of the faith. Śaivism is prevalent in South India even today; and it is said that the Śaivas form the bulk of the population in the districts of Tinnevelly, Madura, Trichinopoly, Tanjore, South Arcot, Chingleput, Madras, North Arcot, Salem and Coimbatore, and are also found in large numbers in certain parts of Ceylon, Malabar and Travancore; in short, wherever Tamil is the prevailing tongue. (p. 496)

.............."Tamil Śaivism has an important bearing on the religious conflict, to which we have referred in this work. Here, Śaivism was in open conflict with Jainism, and the antagonism was far more deep-rooted than in the Deccan, where the Jaina faith continued to be in a favoured position until long after its discomfiture at Kāñcī and Madura. In the Tamil country Jainism lost effective royal patronage as early as the seventh century A.D. when it had only commenced to obtain royal favour in the Deccan, for example, under Pulakeśi-II. The great Pallava king Mahendravarman-I was converted from Jainism to the Śaiva faith by Appar in the first quarter of the seventh century A.D. The Śaiva saint had been persecuted by Mahendra; but, after his conversion, the king became an ardent champion of the new faith, and is said to have demolished the Jaina monastery at Pāṭaliputtiram, a seat of Jaina learning in the South Arcot district, and built a Śiva

temple on the spot. Appar himself was born a Śaiva, became a Jaina and leader of the Jaina settlement at Pāṭali (now the modern town of Cuddalore), and later reverted to his former religion. Further to the south, Kūn Pāṇḍya of Madura was similarly converted from Jainism to the Śaiva faith by the saint Sambandar: and this king has been identified with Arikesari Māravarman who commenced his reign about the middle of the seventh century A.D. The conversion of Kūn Pāṇḍya and Mahendravarman-I may be regarded as a turning point in the history of Śaivism in South India, as it meant practically the elimination of Jainism as a serious rival." (p. 497)

এই অধ্যায়ত দক্ষিণ ভাৰতৰ বুৰঞ্জীৰ পটভূমিত প্ৰাচীন আৰু বৰ্তমান কালৰ মন্দিৰসমূহৰ বিৱৰণ সামগ্ৰিকভাৱে সামৰা হৈছে।*

ভাৰতৰ প্ৰাচীন মন্দিৰসমূহৰ ভাস্কৰ্য্য আৰু ভৌগোলিক তথ্য অনুসন্ধান কৰিবৰ অৰ্থে সন্দিকৈদেৱে সমগ্ৰ ভাৰতৰ নানান ঠাই ভ্ৰমণ কৰি ফুৰিছিল। ইয়াৰ ভিতৰত ১৯৪১ চনত আজমীৰৰ ৰাজপুতনা মিউজিয়ামত অনুসন্ধান কৰা দিনবোৰ উল্লেখনীয়। □□

* বিঃ দ্ৰঃ— ১৯৯০ চনৰ আহিনৰ অসম (আলোচনী, দেওবাৰ) খবৰ কাগজত শ্ৰীযোগেন্দ্ৰ নাৰায়ণ গোস্বামীৰ দ্বাৰা অনুবাদ কৰা 'শিৱ মন্দিৰসমূহৰ ভৌগোলিক অৱস্থিতি' শীৰ্ষক উপৰোক্ত অধ্যায়টো ধাৰাবাহিক ৰূপে প্ৰকাশিত হৈছিল।

# যশস্তিলকত উল্লেখিত ভৌগোলিক স্থানসমূহৰ নিৰ্ঘণ্ট

(পৃঃ ৫১১ - ৫১৭)

উপৰোক্ত নিৰ্ঘণ্টত কাব্যত উল্লেখিত প্ৰাচীন ভাৰতৰ ৮১ খন স্থানৰ ভৌগোলিক অৱস্থিতিবোৰৰ অভিধানিক শব্দৰ দৰে চিনাকি দি বৰ্তমানৰ ভৌগোলিক অৱস্থানবো সঙ্কেট দিয়া হৈছে।

কেইটামান উদাহৰণ ঃ—

**Ahicchatra,** in Pañcāla, Book VI, section 15. Identified with Ramnagar in Bareilly District, U.P. Sacred to the Jaina Saviour Pārśvanātha. Somadeva says श्रीमत्पार्श्वनाथपरमेश्वरयश:प्रकाशनामत्रे अहिच्छत्रे.

**Aṅga,** 3. 247 etc. Corresponds roughly to the modern districts of Bhagalpur, Monghyr etc.

**Kaliṅga,** Book V. Sudatta is described as the lord of the Mahendra mountain, the home of elephants, in Kaliṅga.......................... ......
The Kaliṅga forest, famous for its elephants, is thus defined in a verse quoted in the comm. on Book II : उक्तं च–'उत्कलानां च देशस्य दक्षिणस्यार्णवस्य च। सह्यस्य चैव विन्ध्यस्य मध्ये कालिङ्गकं वनम्।।' The elephants of Kaliṅga are referred to also in *Yaśastilaka* 3. 248.

**Kālidāsa,** name of a forest, near Ahicchatra, on the Jalavāhinī river (जलवाहिनीनामनदीतटनिकटनिविष्टकानने महति कालिदासकानने Book VI, section 15).

**Pañcāla,** A king of Pañcāla (modern Rohilkhand, U.P.) figures prominently in Book III. The Pañcālakas are mentioned in 3.112, 247

**Rājapura,** capital of the Yaudheya country, described in book I. "The Yaudheyas have been identified with the modern Johiyas of Bhāwalpur, but in ancient times their territory was more extended."Rapson . *Indian Coins*, p. 14. Rājapura may perhaps be indentified with modern Rajanpur in Bahawalpur State, south of Multan. See also chap. XV of this book

**Śrīmāla,** 3. 247. Bhinmal in Jodhpur State. It is the Bhillamāla mentioned in the Praśasti of the Jaina Prākrit romance *Kuvalayamālā* composed in the eighth century. Śrīmāla was the original home of the Jains now inhabiting Rajputana, Western India, the Punjab and the U.P. See Jinavijayaji Muni in *Bhāratīya Vidyā*, Vol. II, Parts I and II.

**Sūrasena,** Book IV. (सुरसेनेषु ग्रुर्तविलासम्). The Mathurā country.

**Surāṣṭra,** Book VI, section 12. Kathiawar. Cf. सौराष्ट्रेषु बलिवाहिनीविनोदकुञ्जर: Book I. Comm. says गिरिनारिसौराष्ट्रियोविषु. The first name refers to Girnar Hill near Junagarh in Kathiawar.

**Suvela,** Book V. A mountain to the south of the Himālaya. 'हिमालयाद्दक्षिणदिक्पाल: शैल: सुवेलो ऽस्ति लताविलोल: ।'

**Vārāṇasī,** in the Kāśi country (काशिदेशेषु). Book VII, section 31.

**Vijayapura,** in Madhyadeśa. Book VI, section 7

**Viśālā,** same as Ujjayinī. अवन्तिविषयेषु सुधान्ध:- सौधस्पर्शिशालायां विशालयां पुरि, Book VI, section 19 Mentioned also in Book V.

**Yaudheya,** see under Rājapura. □

পৰিশিষ্ট

(ক) ঃ

## কৃষ্ণকান্ত সন্দিকৈ (প্ৰথম খণ্ড) আৰু নৈষধচৰিতৰ জিলিঙনি

সূচীপত্ৰ—

গ্ৰন্থসমীক্ষা ঃ

# কৃষ্ণকান্ত সন্দিকৈ (প্ৰথম খণ্ড) আৰু নৈষধচৰিতৰ জিলিঙনি

ৰচনা আৰু প্ৰকাশন— **শ্ৰীমতী অহল্যা গগৈ,**

গুৱাহাটী, জুন, ১৯৯৮; মূল্য ঃ পকাবন্ধা—২২৫ টকা আৰু কেচা বন্ধা— ২১৫ টকা।

সদ্যপ্ৰকাশিত 'কৃষ্ণকান্ত সন্দিকৈ আৰু নৈষধচৰিতৰ জিলিঙনি' (প্ৰথম খণ্ড) গ্ৰন্থখনিৰ ৰচয়িত্ৰী অহল্যা গগৈৰ তেখেতৰ পিতৃদেৱ আন্তৰ্জাতিক খ্যাতিসম্পন্ন পণ্ডিত প্ৰাচ্যবিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ জন্মশতবাৰ্ষিকীত 'বৰেণ্য আৰু স্মৰণীয় পিতৃৰ প্ৰতি গুণলুব্ধা লেখিকা দুহিতাৰ স্নেহসিক্ত শ্ৰদ্ধাৰ্ঘ।' প্ৰথিতযশা প্ৰয়াত পণ্ডিতগৰাকীৰ কনিষ্ঠা কন্যা শ্ৰীমতী অহল্যা গগৈয়ে তেখেতৰ পিতৃদেৱৰ জীৱনৰ ইতিবৃত্ত তিনিখণ্ডত নিজাববীয়াকৈ অসমীয়া ৰাইজৰ আগত দাঙি ধৰাৰ পৰিকল্পনা গ্ৰহণ কৰিছে। পিতৃৰ 'জীৱনী'ৰ প্ৰতিটো খণ্ডৰ লগত পণ্ডিত জনাই ইংৰাজীত ৰচনা কৰি থোৱা মহামূল্য গ্ৰন্থ তিনিখনৰ একোখনৰ অসমীয়া 'সাৰানুবাদ' সন্নিবিষ্ট কৰি প্ৰকাশ ক'ৰাৰ আঁচনি লোৱা হৈছে। সেয়ে আমাৰ হাতত আছি পৰা 'কৃষ্ণকান্ত সন্দিকৈ আৰু নৈষধচৰিতৰ জিলিঙনি' হৈছে জীয়াৰী অহল্যাৰ কলমত প্ৰকাশ পোৱা সন্দিকৈ ডাঙৰীয়াৰ জীৱন ইতিবৃত্তৰ প্ৰথম খণ্ড আৰু ইয়াতে সন্নিবিষ্ট কৰা হৈছে কবি পণ্ডিত শ্ৰীহৰ্ষৰ দ্বাৰা প্ৰণীত প্ৰসিদ্ধ মহাকাব্য 'নৈষধচৰিত'ৰ 'সন্দিকৈ সংস্কৰণ'ৰ পৰা নিৰ্ব্বাচিত অংশৰ অসমীয়া সাৰানুবাদ। সন্দিকৈ ডাঙৰীয়াৰ বাকী দুখন গ্ৰন্থ 'যশস্তিলক আৰু ভাৰতীয় সংস্কৃতি' আৰু 'সেতুবন্ধ'ৰো সাৰানুবাদ সহ পণ্ডিত গৰাকীৰ জীৱনৰ পিছৰ অংশৰ ইতিবৃত্তও যথাসময়ত আৰু যথাক্ৰমে প্ৰকাশ কৰি শ্ৰীমতী গগৈয়ে অসমীয়া পাঠক সমাজৰ উপকাৰ সাধন কৰিব বুলি আশা কৰা গৈছে।

পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ সন্দৰ্ভত ইতিমধ্যে যথেষ্ট ৰচনা পাঠকসকলৰ দৃষ্টিগোচৰ হৈছে। ইয়াৰ ভিতৰত ১৯৭৫ চনত প্ৰকাশ পোৱা প্ৰয়াত আব্দুছ ছাত্তাৰৰ 'কৃষ্ণকান্ত সন্দিকৈ' শীৰ্ষক জীৱনীখন বিশেষ ভাবে উল্লেখ যোগ্য। গ্ৰন্থখন ছাত্তাৰ ডাঙৰীয়াই পণ্ডিত প্ৰবৰগৰাকীৰ অতি ঘনিষ্ঠ হৈ তেখেতে নিজে নিজৰ জীৱনৰ বিষয়ে কৈ যোৱা কথাৰ ওপৰত ভিত্তি কৰি গ্ৰন্থখনি ৰচনা কৰিছিল। তদুপৰি সাহিত্যাচাৰ্য্য শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী সম্পাদিত 'কৃষ্ণকান্ত সন্দিকৈ ৰচনা সম্ভাৰ', সন্দিকৈ ডাঙৰীয়াৰ দেহান্তৰ প্ৰাপ্তিৰ পৰৱৰ্তী কালত অসম প্ৰকাশন পৰিষদৰ দ্বাৰা প্ৰকাশিত 'প্ৰকাশ'ত সন্নিবিষ্ট প্ৰবন্ধসমূহ, অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত 'প্ৰাচ্যবিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈ' গ্ৰন্থ, সন্দিকৈ ডাঙৰীয়াৰ স্মৃতিত অসম সাহিত্য সভাৰ 'বিশেষ সংখ্যাত' সন্নিবিষ্ট প্ৰবন্ধৰাজি সন্দিকৈ ডাঙৰীয়াৰ জীৱন আৰু কৰ্ম্মক অসমীয়া পাঠকে জানিবৰ বাবে অদ্যাৱধি সম্বল হৈ আছিল। শ্ৰীমতী গগৈয়ে তেখেতৰ দ্বাৰা সদ্য প্ৰকাশিত পিতৃৰ জীৱনীৰ প্ৰথম খণ্ডৰ বাবে উপৰোক্ত গ্ৰন্থ আৰু প্ৰবন্ধৰাজিৰ পৰাও প্ৰয়োজনীয় তথ্য গ্ৰহণ কৰিছে বুলি যথাস্থানত উল্লেখ কৰিছে। নুন শৰ্মা সম্পাদিত 'কৃষ্ণকান্ত সন্দিকৈ স্মৃতিগ্ৰন্থ', (১৯৮৫) শীৰ্ষক গ্ৰন্থ আৰু অন্যান্য আলোচনীসমূহত প্ৰকাশিত কৃষ্ণকান্ত সন্দিকৈ সম্পৰ্কীয় প্ৰবন্ধ-নিবন্ধৰ পৰাও শ্ৰীমতী গগৈয়ে সাৰ সংগ্ৰহ কৰিছে। সেয়ে অমূল্য প্ৰকাশিত সন্দিকৈ ডাঙৰীয়াৰ এই জীৱনীখনও এক 'সাৰ সংগ্ৰহ' ৰূপত প্ৰকাশ পাইছে। বিশেষকৈ একগৰাকী কন্যাই

নিজ পিতৃক অতি ওচৰৰ পৰা পাই লাভ কৰা জ্ঞান আৰু অভিজ্ঞতাৰ ভিত্তিত ৰচিত এই গ্ৰন্থ অধিক মূল্যবান হৈছে— এই কথা নিঃসন্দেহে স্বীকাৰ কৰিব লাগিব। গ্ৰন্থখনিৰ উপস্থাপনত অনুভূতিশীলা কন্যাৰ নিজা পিতৃৰ প্ৰতি থকা স্বাভাৱিক স্নেহাবেগে মাজে মাজে ধৰা নিদিয়াকৈ থকা নাই, তথাপি অৱশ্যে স্বীকাৰ্য্য যে শ্ৰীমতী গগৈয়ে অতি বস্তুনিষ্ঠ ভাবে নিজ পিতৃৰো জীৱন বৃত্ত দাঙি ধৰিবলৈ সক্ষম হৈছে। গ্ৰন্থখনিৰ 'বাট চৰা'ত লেখিকাই কোৱা মতে ড০ সূৰ্য্য কুমাৰ ভূঞা বিৰচিত 'আনন্দৰাম বৰুৱা জীৱন চৰিত' নামৰ পুথিখনৰ আৰ্হিত সন্দিকৈ ডাঙৰীয়াৰ এই জীৱনী গ্ৰন্থখনৰ প্ৰথম খণ্ড প্ৰস্তুত কৰা হৈছে। গ্ৰন্থখনিৰ 'আগকথা' লিখি অন্য এগৰাকী প্ৰথিতযশা সংস্কৃত পণ্ডিত ড০ মুকুন্দ মাধৱ শৰ্মা ডাঙৰীয়াই শ্ৰীহৰ্ষৰ মূল গ্ৰন্থখন, মূলগ্ৰন্থৰ 'সন্দিকৈ সংস্কৰণ' আৰু শ্ৰীগগৈৰ সদ্যপ্ৰকাশিত এই গ্ৰন্থখনিৰ মূল্যৱান পৰিচয় দাঙি ধৰিছে।

আলোচ্যমান গ্ৰন্থখনি কাৰ্য্যতঃ দুটা ভাগত ভাগ কৰা হৈছে। প্ৰথম ভাগেই প্ৰাচ্যবিদ্যাৰ্ণৱ গৰাকীৰ এক আংশিক জীৱনবৃত্তান্ত। এই 'জীৱনী' খণ্ডৰ প্ৰধান শিতান সমূহ হ'ল— বাটচৰাতে (অৰ্থাৎ পাতনি), দু-আষাৰ (সমগ্ৰ গ্ৰন্থখনি ৰচনাৰ সন্দৰ্ভত), (পণ্ডিতগৰাকীৰ) পৰিচয়, পিতৃ-মাতৃৰ পৰিচয়, শৈশৱৰ পৰা কৈশোৰৰ ডেওনা পাৰ হোৱালৈ, কলিকতাৰ দিনবোৰ, বিদেশত সাত বছৰ, স্বদেশত, নৈষধচৰিত, মোৰ সোঁৱৰণ আৰু আনন্দৰামৰ চানেকিৰে। জীৱনী অংশত চকু ফুৰালেই অনুমান কৰিব পাৰি যে সন্দিকৈ ডাঙৰীয়াৰ চল্লিশ বছৰ বয়স পৰ্য্যন্তহে এই জীৱনী খণ্ডই সামৰি লৈছে আৰু পণ্ডিত গৰাকীৰ জীৱনৰ বাকী ভাগ প্ৰকাশ পাবলগীয়া দুটি খণ্ডই সামৰিব বুলি আশা কৰা হৈছে। সন্দিকৈ ডাঙৰীয়াৰ জীৱনৰ বহু আকৰ্ষণীয় আৰু মূল্যবান কথা নিজ কন্যাৰ দ্বাৰা প্ৰকাশিত এই জীৱনী খণ্ডত পোহৰলৈ আহিছে আৰু সেয়ে শ্ৰীমতী গগৈ আমাৰ সকলোৰে শলাগৰ পাত্ৰী।

গ্ৰন্থখনিৰ দ্বিতীয় ভাগত সন্নিবিষ্ট 'নৈষধ চৰিতৰ জিলিঙনি'ত মূল 'নৈষধ চৰিত'ৰ বাইছটা সৰ্গৰে নিৰ্ব্বাচিত কিছু সংখ্যক শ্লোকৰ ভাবানুবাদ আগবঢ়োৱা হৈছে। লগে লগে সন্দিকৈ ডাঙৰীয়াৰ দ্বাৰা ইংৰাজীত প্ৰসিদ্ধ 'শ্ৰীহৰ্ষৰ নৈষধচৰিত' নামৰ গ্ৰন্থখনৰ পৰা সামঞ্জস্য ৰক্ষা কৰি ইংৰাজী অনুবাদ সমূহো যোগ দিয়া হৈছে। লেখিকাই তেখেতৰ অসমীয়া গ্ৰন্থখনত নৈষধ চৰিতৰ বাইছটা সৰ্গৰ নিজাকৈ একোটা নাম দি লৈছে। সেয়া হ'ল— নৈষধ, সোণালী হংস, বিদৰ্ভ কুমাৰী, উন্মনা কিশোৰী, নৈষধ আৰু দেৱগণ, কুণ্ডিনৰ কাৰেঙত, নিৰুপমা, দেৱদূত, আত্মপ্ৰকাশ, কুণ্ডিনপুৰীৰ স্বয়ম্বৰ সমাবেশ, পৰিচয়, স্বয়ম্বৰা, প্ৰবঞ্চনা, মাল্যবৰণ, দেহসজ্জা, পৰিণয়, কলিযুগ, আনন্দে নধৰে হিয়া, সূৰ্য্যোদয়, প্ৰাসাদ সংবাদ, পূজা অৰ্চনা, আৰু মধু যামিনী। উল্লেখযোগ্য যে অসমীয়া অনুবাদৰ বাবে শ্লোকসমূহ অতি বিচক্ষণতাৰে বাচি লোৱাৰ বাবে শ্ৰীমতী গগৈৰ কেৱল অসমীয়া অনুবাদখিনি পঢ়িলেই এজন অসমীয়া পাঠকে এখন স্বতন্ত্ৰ নল দময়ন্তী সম্পৰ্কীয় অসমীয়া গ্ৰন্থ পঢ়া যেন পাব। অসমীয়া সাহিত্যত নলদময়ন্তীৰ আখ্যান পূৰ্বৰে পৰা আছে যদিও শ্ৰীহৰ্ষৰ 'নৈষধ চৰিত'ৰ, সংক্ষিপ্ত হলেও, এয়াই প্ৰথম অসমীয়া ৰূপান্তৰ। গ্ৰন্থখনিৰ দ্বিতীয় ভাগৰ আদিতে 'ভূমিকা'ত লেখিকা শ্ৰীমতী গগৈয়ে কৈছে যে 'সাধাৰণ পঢ়ুৱৈ সমাজে সংস্কৃত ভাষা আয়ত্ত নকৰাকৈয়ে এখন মূল সংস্কৃত মহাকাব্যৰ জুতি লব পৰাকৈ "নৈষধ চৰিতৰ জিলিঙনি" যুগুতোৱা হৈছে।' এই উদ্দেশ্যত শ্ৰীমতী গগৈ সফল হৈছে। এটা বিশেষ মন কৰিবলগীয়া কথা হৈছে, অনুবাদ অংশ লেখিকাৰ মনোৰম পদচয়ন আৰু নিপুন বাক্যবিন্যাসৰ বাবে পাঠকৰ বাবে উপভোগ্য হৈ পৰিছে। শ্ৰীহৰ্ষৰ মূল 'নৈষধচৰিত' মহাকাব্যত নল দময়ন্তীৰ

সমগ্ৰ কাহিনী নাই। শ্ৰীমতী গগৈয়ে তেখেতৰ এই গ্ৰন্থখনত মহাভাৰতত বৰ্ণিত নল দময়ন্তী আখ্যানৰ শেহ ভাগৰ সংক্ষিপ্ত অসমীয়া অনুবাদ সন্নিবিষ্ট কৰি অসমীয়া পাঠকক নল আৰু দময়ন্তীৰ গোটেই কাহিনীটো জনাৰ সুবিধা কৰি দিছে।

কাব্যিক ভাবে অতি মনোৰম অথচ পাণ্ডিত্যপূৰ্ণ অতি জটিল গ্ৰন্থ 'নৈষধচৰিত'ৰ ইংৰাজী অনুবাদেৰে সন্দিকৈ ডাঙৰীয়াই যেনেদৰে প্ৰাচ্যবিদ্যাত অনুৰাগী বিশ্বৰ সকলো পাঠকক উপকৃত কৰিলে, তেনেদৰে তেখেতৰো সুকন্যা শ্ৰীমতী অহল্যা গগৈয়েও এজন বিশিষ্ট সংস্কৃতজ্ঞ (প্ৰাচ্যবিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈ) আৰু এখন বিশিষ্ট সংস্কৃত মহাকাব্য (শ্ৰীহৰ্ষৰ নৈষধচৰিত) ৰ লগত অসমীয়া পাঠক পৰিচিত হবৰ বাবে অসমীয়া সাহিত্যৰ ভঁৰাললৈ এখন উৎকৃষ্ট গ্ৰন্থ আগবঢ়ালে।

অশোক কুমাৰ গোস্বামী
১৩ ৭ ৯৮
অধ্যাপক
সংস্কৃত বিভাগ
গুৱাহাটী বিশ্ববিদ্যালয়
গুৱাহাটী ৭৮১০১৪

(খ) ঃ

## গ্ৰন্থ উন্মোচনী সভাৰ ভাষণাৱলী

২৯ জুন, ১৯৯৮ তাৰিখে অসম সাহিত্য সভাৰ সভাপতি ডঃ নগেন শইকীয়াদেৱে লেখিকাৰ **কৃষ্ণকান্ত সন্দিকৈ (১ম খণ্ড) আৰু নৈষধচৰিতৰ জিলিঙনি** নামৰ গ্ৰন্থখন অসম সাহিত্য সভাৰ দ্বাৰা আয়োজিত **'প্ৰাচ্যবিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈ'** স্মৃতি দিৱসৰ সভাত উন্মোচন কৰে। পণ্ডিত প্ৰৱৰ সন্দিকৈদেৱৰ জন্ম-শতবাৰ্ষিকী উপলক্ষে গুৱাহাটীত অনুষ্ঠিত উক্ত সভাৰ লেখিকা, গ্ৰন্থ উন্মোচক আৰু ডঃ মামণি ৰয়চম গোস্বামীৰ ভাষণ তলত সন্নিবিষ্ট কৰা হ'ল ঃ

### লেখিকাৰ ভাষণ ঃ

পিতৃদেৱৰ জন্ম-শতবাৰ্ষিকী উদ্‌যাপন উপলক্ষে মোৰ সদ্য প্ৰকাশিত **'কৃষ্ণকান্ত সন্দিকৈ (১ম খণ্ড) আৰু নৈষধচৰিতৰ জিলিঙনি'** নামৰ পুথিখন আজি উন্মোচন কৰা হ'ব। সম্প্ৰতি তেখেতৰ জীৱনীৰ প্ৰথম খণ্ড প্ৰকাশ কৰা হৈছে, ইয়াৰ পিছত ক্ৰমে জীৱনীৰ দ্বিতীয় খণ্ড আৰু তৃতীয় খণ্ড প্ৰকাশ কৰা হ'ব। প্ৰতিটো খণ্ডতে পিতৃদেৱৰ জগত জোৰা খ্যাতিৰ মহাগ্ৰন্থ তিনিখনৰ আভাস দিয়া হৈছে।

কৃষ্ণকান্ত সন্দিকৈৰ জীৱনীৰ লগত তেখেতৰ ৰচনাৱলী সংযোগ কৰি এটা জীৱনীয়া প্ৰস্তুতি কৰাৰ অৰ্থ এয়ে যে, এই জ্ঞানযোগী পণ্ডিতজনাৰ জীৱনী তেখেতৰ ৰচনাৱলীৰ পৰা পৃথক কৰা সম্ভৱ নহয়। কৃষ্ণকান্ত সন্দিকৈৰ জীৱনী মানেই সাহিত্য, অধ্যয়ন আৰু গৱেষণা। জীৱন জোৰা সাধনাত বুৰ গৈ থকা এই জ্ঞানযোগী মনিষীগৰাকীৰ কৰ্ম সাধনাৰ কথা লিখাৰ বাহিৰে অন্য কথা লিপিবদ্ধ কৰিবলৈ নাই;

কিয়নো সন্দিকৈদেৱৰ চৰিত্ৰৰ অতুলনীয় মানৱীয় দিশটো তেখেতৰ অধ্যয়ন গৱেষণাৰ যোগেদিহে আহিছিল।

পঞ্চম শতিকা, দশম শতিকা আৰু দ্বাদশ শতিকা কালৰ যি তিনিখন সংস্কৃত আৰু প্ৰাকৃত মহাকাব্য প্ৰাচীনতাৰ অন্ধকাৰৰ পৰা বুটলি ইংৰাজী অনুবাদেৰে সৈতে পিতৃদেৱে পাণ্ডিত্যশীল সমালোচনা গ্ৰন্থ ৰচনা কৰিছিল, সেই মহাগ্ৰন্থ কেইখনৰ প্ৰকাশৰ লগে লগেই স্বদেশ আৰু ইউৰোপ, আমেৰিকাৰ পণ্ডিত মণ্ডলীয়ে একেমুখে উচ্চ প্ৰশংসা কৰিছিল; তেখেতৰ পাণ্ডিত্য আৰু পৰিশ্ৰম দেখি সকলোৱে বিস্ময় মানিছিল।

পিতৃদেৱৰ জীৱনীৰ প্ৰথম খণ্ডৰ লগত তেখেতৰ প্ৰথমখন মহাগ্ৰন্থ 'নৈষধচৰিত অৱ শ্ৰীহৰ্ষ'ৰ পৰা বাছনি কৰি লোৱা কিছুমান অংশৰ চমু অসমীয়া অনুবাদ সৰ্বসাধাৰণ পঢ়ুৱৈৰ সমুখত দাঙি ধৰা হৈছে। সেইদৰে জীৱনীৰ দ্বিতীয় খণ্ডটোৰ লগতো দ্বিতীয়খন মহাগ্ৰন্থ 'যশস্তিলক এণ্ড ইণ্ডিয়ান কাল্‌চাৰ'ৰ পৰা বাছনি কৰি লোৱা অংশৰ চমু অনুবাদ সন্নিবিষ্ট কৰা হৈছে আৰু এই খণ্ডটোৰ ছপোৱাৰ কাম প্ৰেছত চলি আছে। জীৱনীৰ তৃতীয় খণ্ডটোত তেখেতৰ তৃতীয় মহাগ্ৰন্থ 'সেতুবন্ধ'ৰ বিষয়ে আভাস দি জীৱনী গ্ৰন্থখন সম্পূৰ্ণ কৰিবলৈ প্ৰয়াস কৰিছোঁ।

মোৰ বিবেচনাৰে পাণ্ডিত্যৰ জ্ঞান আৰু উপলব্ধি দুটা বেলেগ বস্তু। সৰ্বসাধাৰণৰ বোধগম্য নোহোৱা পাণ্ডিত্যপূৰ্ণ শাস্ত্ৰসমূহৰ একোটা বিশেষ অংশ একোজন শাস্ত্ৰজ্ঞ বা দাৰ্শনিকে তেওঁলোকৰ অধ্যয়ন গৱেষণাৰ পটভূমিত বিস্তৃতভাৱে ব্যাখ্যা কৰিব পাৰে। কিন্তু পাণ্ডিত্যপূৰ্ণ ব্যাখ্যা আৰু হৃদয়ৰ উপলব্ধি দুটা ভিন্ন অভিব্যক্তি বুলি মই ধাৰণা কৰোঁ। কিয়নো এজন সাধাৰণ লোকে জীৱনৰ সত্যতাৰ বিষয়ে যি উপলব্ধি কৰে, সেই উপলব্ধিৰ বাবে ব্যাখ্যাৰ প্ৰয়োজন নাই।

পিতৃদেৱৰ অতিশয় দুৰূহ ইংৰাজী মহাগ্ৰন্থ কেইখন কেইবাবাৰো ঘূৰাই-পকাই পঢ়ি চোৱাৰ পিছত ভাৰতীয় অতীজ সংস্কৃতিৰ পৰম্পৰাই মোৰ অন্তৰত যি উপলব্ধিৰ ৰেখাপাত কৰিলে, তাকেইহে সীমিত শব্দৰ জ্ঞানেৰে মোৰ কলমৰ লেখনিত প্ৰকাশ পাইছে। মোৰ মনৰ ভাব প্ৰকাশ কৰা সৰল লেখনিয়ে সাহিত্য সৃষ্টি কৰিছেনে, নাই সেই কথা মোৰ জ্ঞানৰ অতীত।

শেষত পিতৃদেৱৰ মহাপ্ৰয়াণত সাহিত্যাচাৰ্য্য অতুল চন্দ্ৰ হাজৰিকাদেৱে ৰচনা কৰা **"অখণ্ড জ্যোতি"** নামৰ কবিতাটোৰ এটা অংশ পাঠ কৰি মোৰ বক্তব্যৰ সামৰণি মাৰিম।*

* বিঃ দ্ৰঃ 'জীৱন দৰ্শন' অধ্যায়ত উক্ত কবিতাটো সংযোগ কৰা হৈছে। (পৃঃ ৪)

## গ্ৰন্থ উন্মোচকৰ ভাষণ :

আজি ১৯৯৮ খ্ৰীষ্টাব্দৰ ২৯ জুন। আৰু কুৰি দিনৰ পিছতে অসমৰ দ্বিতীয় গৰাকী বিশ্ববিশ্ৰুত পণ্ডিত সন্তান প্ৰাচ্যবিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈৰ জন্মৰ এশ বছৰ পূৰ্ণ হ'ব। ইতিমধ্যে যোৱা বছৰৰ ২০ জুলাইত এশ বছৰ সোমোৱাৰ দিনাই অসম সাহিত্য সভাই,

৩৯ বছৰ বয়সতে সভাৰ সভাপতি পদত অধিষ্ঠিত হোৱা এই গৰাকী প্ৰাক্তন সভাপতিৰ আৰু সভাৰ প্ৰথম সদস্য মহীয়ান (ফেল')ৰ জন্ম-শতবাৰ্ষিকী উৎসৱৰ আৰম্ভণি কৰে। ইয়াৰ পিছত যোৱা ডিচেম্বৰ মাহৰ ৬ আৰু ৭ তাৰিখে 'সাহিত্য একাডেমি'ৰ সহযোগত যোৰহাটত সন্দিকৈ ডাঙৰীয়াৰ স্মৃতিত পণ্ডিতজনাৰ সাৰস্বত সাধনাৰ লগত বজিতা থুৱাই "ভাৰতীয় সংস্কৃতিৰ মৌল উপাদান" বিষয়ক এখনি ৰাষ্ট্ৰীয় আলোচনা-চক্ৰ আয়োজন কৰে। সভাই দুদিনীয়া কাৰ্য্যসূচীৰে অহা ছেপ্তেম্বৰ মাহত জন্ম-শতবাৰ্ষিকী উৎসৱ সামৰণি অনুষ্ঠানবো আয়োজন কৰিছে। সন্দিকৈ ডাঙৰীয়াৰ জন্মৰ শতবৰ্ষ পূৰ্তিৰ এই বছৰৰ ভিতৰতে সভাই তেখেতৰ কনিষ্ঠা কন্যা শ্ৰীমতী অহল্যা গগৈয়ে ৰচনা কৰা 'কৃষ্ণকান্ত সন্দিকৈ আৰু নৈষধচৰিতৰ জিলিঙনি' শীৰ্ষক এই গ্ৰন্থখনি উন্মোচনৰ অনুষ্ঠানৰ আয়োজন কৰিবলৈ পাই পৰম আনন্দ লাভ কৰিছে। শ্ৰীমতী গগৈয়ে প্ৰাচ্যবিদ্যাৰ্ণৱ সন্দিকৈৰ বাকী দুখন গ্ৰন্থ 'যশস্তিলক আৰু ভাৰতীয় সংস্কৃতি' আৰু 'সেতুবন্ধ'ৰো সাৰানুবাদ সহ তেখেতৰ জীৱনৰ পিছৰ অংশৰ ইতিবৃত্তও দাঙি ধৰাৰ পৰিকল্পনা গ্ৰহণ কৰি কাম কৰিছে। অসম সাহিত্য সভাৰ হৈ, সভাৰ সদস্য মহীয়ান সন্দিকৈ ডাঙৰীয়া সম্পৰ্কীয় প্ৰস্তাৱিত পিছৰ দুখনি গ্ৰন্থ উন্মোচনৰ বাবে সময়ত ব্যৱস্থা ল'ব পৰাকৈ এখনি 'সন্দিকৈ-গ্ৰন্থ উন্মোচনী উপ সমিতি' গঠন কৰি দিয়া হৈছে। শ্ৰীমতী অহল্যা গগৈ এই উপ-সমিতিৰ আহ্বায়িকাৰ দায়িত্বত থাকিব।

অসম সাহিত্য সভাৰ হৈ আৰু ব্যক্তিগতভাৱে শ্ৰীমতী অহল্যা গগৈ ডাঙৰীয়ানীক তেখেতৰ এই গ্ৰন্থৰ বাবে প্ৰথমতেই মই শলাগ লৈছো। তেখেতে এই কামৰ যোগেদি দুটি উল্লেখনীয় কাম সম্পন্ন কৰিলে : প্ৰথমটি হ'ল—প্ৰাচ্যবিদ্যাৰ্ণৱ সন্দিকৈ ডাঙৰীয়াৰ মহতী কৃতিৰ লগত অসমীয়া পাঠকক পৰিচিত হোৱাৰ এটি বিৰল সুযোগ উলিয়াই দিলে; দ্বিতীয়টি হ'ল মৰহুম আব্দুছ ছাত্তাৰ চাহেবৰ 'কৃষ্ণকান্ত সন্দিকৈ' শিৰোনামাৰ নিৰ্ভৰযোগ্য জীৱনী গ্ৰন্থখনিৰ পিছত শ্ৰীমতী গগৈয়ে লিখা পিতৃদেৱেকৰ জীৱনীয়ে এই জ্ঞানতপস্বী গৰাকীৰ জীৱন্ত ছবি এখনি অসমীয়া মানুহক উপহাৰ স্বৰূপে দিলে। তদুপৰি, শ্ৰীমতী গগৈৰ এই কৰ্ম তেখেতৰ অসাধাৰণ পিতৃৰ সৌৰৱলত কৰা অসাধাৰণ 'শ্ৰাদ্ধকৰ্ম' স্বৰূপে চিহ্নিত হৈ ৰ'ব। অসমত কোনো পুত্ৰ-কন্যাই এনেভাৱে পিতৃ-যজ্ঞ সম্পাদন কৰা নাই। মই আশা কৰোঁ তেখেতৰ পৰিকল্পনা অনুসৰি বাকী দুখনি গ্ৰন্থও যথাসময়ত প্ৰকাশিত হ'ব আৰু তেখেতৰ পিতৃ-যজ্ঞ সম্পূৰ্ণ হ'ব।

শ্ৰীমতী গগৈয়ে পিতৃদেৱেকৰ জীৱন-বৃত্তান্তৰ কথা কওঁতে ক'তো উচ্ছ্বাসিত হৈ উঠা নাই; বৰং যিমান পাৰে অত্যন্ত বস্তুনিষ্ঠ হ'বলৈ যত্ন কৰিছে। কিন্তু, তথাচ গ্ৰন্থখনিৰ প্ৰতি ছত্ৰে ছত্ৰে প্ৰবাহিত হৈ আছে পিতৃৰ প্ৰতি কন্যাৰ স্নেহৰ উত্তাপ। আব্দুছ ছাত্তাৰৰ গ্ৰন্থখনিত যদি আছে এজন শ্ৰদ্ধাশীল গুণমুগ্ধ কনিষ্ঠই নিৰ্দেশিত নীতি আৰু নিয়ম-নিষ্ঠ ভাৱে দাঙি ধৰা তথ্যৰ সমাহাৰ, শ্ৰীমতী গগৈৰ গ্ৰন্থখনিত আছে এগৰাকী কন্যাই দেখা নিজৰ পিতৃদেৱেকৰ সংযত ভাৱে দাঙি ধৰা এখনি ছবি। এনে ছবি অঁকা বৰ দুৰূহ কৰ্ম। তেখেতে আব্দুছ ছাত্তাৰৰ গ্ৰন্থ, সাহিত্যাচাৰ্য শ্ৰীযতীন্দ্ৰ নাথ গোস্বামী সম্পাদিত *'কৃষ্ণকান্ত সন্দিকৈ ৰচনা-সম্ভাৰ'*; ১৯৮২ খ্ৰীষ্টাব্দৰ ৭ জুনত, সন্দিকৈৰ দেহাৱসানৰ পিছত প্ৰকাশিত *'প্ৰকাশ'*ৰ প্ৰবন্ধৰাজি, অসম সাহিত্য সভাৰ দ্বাৰা প্ৰকাশিত

"প্ৰাচ্যবিদ্যাৰ্ণৱ কৃষ্ণকান্ত সন্দিকৈ" গ্ৰন্থ আৰু অসম সাহিত্য সভা পত্ৰিকাৰ বিশেষ সংখ্যাৰ প্ৰবন্ধসমূহৰ পৰা আৱশ্যকীয় মত, অভিমত, বিবৰণ, তথ্য আদি চয়ন কৰি, নিজৰ প্ৰত্যক্ষ আৰু নিকট সান্নিধ্যৰ পৰা লাভ কৰা জ্ঞান, অভিজ্ঞতা, ধাৰণাৰ ভিত্তিত ৰচনা কৰিছে সেই চমু অথচ অন্তৰংগ কিন্তু আংশিক জীৱন-বৃত্ত। আংশিক এই কাৰণে যে *নৈষধচৰিতৰ* সাৰানুবাদৰ লগত সংলগ্ন এই জীৱন-বৃত্তত সন্দিকৈ ডাঙৰীয়াৰ চল্লিছ বছৰ বয়স-পৰ্য্যন্তহে সামৰিছে; তেতিয়া লেখিকাৰ বয়স সাত বছৰ। এতেকে পৰৱৰ্ত্তী দুটা খণ্ডত প্ৰকাশিতব্য জীৱন-বৃত্ত অধিক আকৰ্ষণীয় পাৰিবাৰিক তথ্যৰে পূৰ্ণ হ'ব বুলি আশা কৰিব পাৰি। এই অংশত "মোৰ সোঁৱৰণ" শীৰ্ষক অংশটিত সৰু সৰু দুই-এটি সোঁৱৰণিৰ উল্লেখেই এই জ্ঞান-সাধক গৰাকীৰ ৰেখাচিত্ৰটি স্পষ্ট কৰি তুলিছে। যেনে, নিজৰ বিয়াৰ কইনা নোচোৱাকৈয়ে বন্ধু টকিউদ্দিনৰ আৰু মাক-দেউতাকৰ পছন্দ মতেই বিয়াত সম্মতি দিয়া। সন্দিকৈৰ বিষয়ে কইনা হেমলতাক বোলে অনেকে কৈছিল যে "ডাঠ খদ্দৰ ধুতি আৰু গেৰুৱা চাদৰ লোৱা এজন খঙাল যোগীলৈহে" তেওঁক বিয়া দিছে। আন এটি সোঁৱৰণত শ্ৰীমতী গগৈয়ে লিখিছে—"মোৰ আই যেতিয়া শীতৰ দিন এটাত চিকিৎসাৰ বাবে অনেক যা-যোগাৰেৰে, ডাক্টৰ-নাৰ্চ-ককাদেউতা আৰু মোৰ এজন মামাৰে সৈতে অতি অসুস্থ দেহাৰে কলিকতালৈ বুলি ঘৰখনৰ পৰা ওলাই গ'ল আমাৰ ল'ৰা-ছোৱালী কেইটাৰ মাজত কন্দা-কটা হৈছিল। আমাক সান্ত্বনা দিছিল অসহায় দেউতাই। আইৰ অনুপস্থিতিৰ দিনবোৰত অনভ্যস্ত দেউতাই যেতিয়া আমাক ওচৰলৈ মাতি নি গৰম কাপোৰ পিন্ধিছোঁনে নাই, আমি কি খাইছোঁ আদি কথাবোৰ সুধি খবৰ লয়, আমাৰ বৰ আখজা আখজা লাগিছিল। ..........দেউতাই সকলো সময়তে পঢ়া-শুনা কৰি থাকে বাবে সৰুতে তেওঁৰ ওচৰলৈ আমি যোৱা মনত নপৰে। এটা বিশেষ সময়ত দেউতা আমাৰ শোৱা কোঠাৰ মাজেৰে ওপৰ মহলাৰ লাইব্ৰেৰীলৈ যায়। তেতিয়াই আমাক এবাৰ মাত লগাই যায়। কেতিয়াবা আটায়ে মিলি গণ্ডগোল কৰি থাকিলে দূৰত দেউতাৰ চেণ্ডেলৰ শব্দ শুনাৰ লগে লগেই বিচনাৰ তলত সোমাই নিফুট মাৰোঁ।"

শ্ৰীমতী গগৈ ডাঙৰীয়ানীয়ে কৰা জটিল আৰু কষ্টসাধ্য কামটি হ'ল শ্ৰীহৰ্ষৰ এই অত্যন্ত জটিল কাব্যখনিৰ সন্দিকৈ ডাঙৰীয়াই কৰি যোৱা ইংৰাজী অনুবাদৰ অসমীয়া সাৰানুবাদ কৰি উলিওৱাটো। তেখেতে মূল ইংৰাজী পাঠো দি গৈছে যাতে পাঠকে তাৰো সোৱাদ ল'ব পাৰে। বাইছটা সৰ্গত বিভক্ত কাব্যখনিৰ শেহত তেখেতে এটি সুকীয়া অধ্যায়ত মহাভাৰতক আশ্ৰয় কৰি নল-দময়ন্তীৰ আখ্যানৰ শেহ ভাগ নিজা ৰচীয়াকৈ সন্নিবিষ্ট কৰি দিছে যাতে আগ্ৰহান্বিত পাঠকে কাহিনীটোৰ শেহ অংশৰো জুটি ল'ব পাৰে।

'নৈষধচৰিত' সম্পাদনা আৰু অনুবাদ কৰি সন্দিকৈ ডাঙৰীয়াই প্ৰাচ্য ভাষা, সাহিত্য, সভ্যতা, সংস্কৃতি আৰু দৰ্শনৰ এক সম্যক পৰিচয় বিশ্বৰ বিদ্বৎমণ্ডলীৰ সন্মুখত দাঙি ধৰে। 'পদলালিত্য'ৰ বাবে প্ৰসিদ্ধ বুলি খ্যাত শ্ৰীহৰ্ষৰ এই কাব্যখনি শ্লেষ, যমক, উপমা আদি অলংকাৰেৰে এনে ভাৱে ভৰপূৰ যে সন্দিকৈয়ে সম্পাদনা আৰু অনুবাদ কৰাৰ আগলৈকে কোনেও ইয়াক সম্পূৰ্ণ কৰিবলৈ সাহ কৰিব পৰা নাছিল। সন্দিকৈয়ে

কৰা কামেই গ্ৰন্থখনিক প্ৰাচ্য আৰু পাশ্চাত্যৰ পণ্ডিতমণ্ডলীক এই গ্ৰন্থৰ ৰসাস্বাদনৰ সুযোগ দিলে। এই গ্ৰন্থৰ সম্পাদনা আৰু অনুবাদ কাৰ্যই এটা কথা প্ৰমাণ আৰু চিৰদিনলৈ প্ৰতিষ্ঠা কৰি গ'ল যে সন্দিকৈ ডাঙৰীয়াৰ যিদৰে আছিল এটা সম্পূৰ্ণ বৈজ্ঞানিক মন সেইদৰেই আছিল স্বচ্ছ নান্দনিক দৃষ্টিভংগী আৰু গভীৰ ৰসবোধ। পাঠ-সমীক্ষা নিজেই এটি কষ্টসাধ্য মিশ্ৰিত বিজ্ঞান। ব্যাকৰণ, ভাষাতত্ত্ব, অলংকাৰ তত্ত্ব, লিপিতত্ত্ব, মুদ্ৰা-তত্ত্ব, ইতিহাসতত্ত্ব, নৃতত্ত্ব, সমাজতত্ত্ব—আদি কোনোটো বিষয়কে এৰি কৰ্মত এৰাই চলাৰ উপায় নাই। এনে দুৰূহ কৰ্মৰ নিদৰ্শন সন্দিকৈৰ পিছৰ দুখনি গ্ৰন্থই আৰু স্পষ্টকৈ ধৰি ৰাখিছে। 'নৈষধচৰিত'ৰ যাই বৈশিষ্ট্য হ'ল শ্ৰীহৰ্ষৰ পাঠৰ নিৰ্ভৰযোগ্য অনুবাদ কাৰ্য্য সম্পাদন কৰা। ইয়াতো পাঠ-সমীক্ষাৰ বৈজ্ঞানিক দৃষ্টিভঙ্গী আৰু নন্দনতাত্ত্বিক ৰসবোধ দুয়োটি সমান সক্ৰিয়। অসমীয়া সৰ্বসাধাৰণ পঢ়ুৱৈয়ে সন্দিকৈৰ কামৰ বিষয়ে কেৱল ইমান দিনে শুনি আহিছিল, এইবাৰ সন্দিকৈৰ কামৰ কিছু সোৱাদ ল'ব পাৰিব। তাৰ বাবে শ্ৰীমতী গগৈ সদৌ অসমীয়া পঢ়ুৱৈৰ শলাগৰ পাত্ৰী হৈ ৰ'ব। স্মৰণীয় হৈ ৰ'ব আজিৰ দিনটিও।

শ্ৰীমতী গগৈৰ এই গ্ৰন্থৰ 'আগকথা' লিখিছে আমাৰ আন এগৰাকী সংস্কৃতজ্ঞ ডঃ মুকুন্দ মাধৱ শৰ্মা ডাঙৰীয়াই। তেখেতে আগকথাত শ্ৰীহৰ্ষৰ গ্ৰন্থ, সন্দিকৈৰ কৰ্ম আৰু শ্ৰীমতী গগৈৰ ৰচনাৰ পৰিচয় দাঙি ধৰিছে। চাৰিওগৰাকীকে সামৰি ক'বৰ মন গৈছে শ্ৰীমতী গগৈৰ কৰ্মত চতুৰানন ব্ৰহ্মাৰ মূৰ্ত্তি স্থাপিত হৈছে।

এনে এখনি গ্ৰন্থৰ উন্মোচন কৰ্মত নিজকে জড়িত কৰিবলৈ পাই মই নিজেও গৌৰব বোধ কৰিছোঁ, যদিও শ্ৰীহৰ্ষ আৰু প্ৰাচ্যবিদ্যাৰ্ণৱ সন্দিকৈৰ গ্ৰন্থ উন্মোচনৰ কোনো যোগ্যতা মোৰ নাই বুলি জানো। তথাপি শ্ৰীমতী অহল্যা গগৈ ডাঙৰীয়ানীয়ে আগ্ৰহেৰে কৰা অনুৰোধৰ বাবে, অসম সাহিত্য সভাৰ দ্বাৰা আয়োজিত এই সভাত সভাপতিত্ব কৰাৰ নিমিত্তে সভাৰ প্ৰাক্তন সভাপতি, সন্দিকৈ ডাঙৰীয়াৰ গুণমুগ্ধ ছাত্ৰ আৰু তেখেতৰ অসমীয়া ৰচনাৱলীৰ সম্পাদক সাহিত্যাচাৰ্য শ্ৰীযতীন্দ্ৰ নাথ গোস্বামীদেৱক অনুৰোধ কৰি, এই দায়িত্ব পালনৰ ভাৰ গ্ৰহণ কৰিলোঁ। মই আশা কৰোঁ দুখনি গ্ৰন্থৰ সমাহাৰ—এই গ্ৰন্থখনি বহলভাৱে সমাদৃত হ'ব আৰু এই গ্ৰন্থৰ যোগেদি পঢ়ুৱৈয়ে সন্দিকৈ ডাঙৰীয়াক আৰু শ্ৰীহৰ্ষক—দুয়োগৰাকীকে জানিবলৈ বিৰল সুযোগ লাভ কৰিব। প্ৰাচ্যবিদ্যাৰ্ণৱ সন্দিকৈ ডাঙৰীয়াৰ স্মৃতিত শ্ৰদ্ধাঞ্জলি নিবেদন কৰি আৰু শ্ৰীমতী অহল্যা গগৈ ডাঙৰীয়ানীৰ প্ৰতি আন্তৰিক সকৃতজ্ঞ প্ৰশংসা জ্ঞাপন কৰি মোৰ বক্তব্যৰ সামৰণি মাৰিলোঁ। ইতি—

২৯ জুন, ১৯৯৮ — *নগেন শইকীয়া*

গুৱাহাটী

উপৰোক্ত সভাত দিল্লী বিশ্ববিদ্যালয়ৰ আধুনিক ভাষাতত্ত্ব গৱেষণাৰ মুৰব্বী অধ্যাপিকা ডঃ মামণি ৰয়ছম (ইন্দিৰা) গোস্বামীয়ে বিশিষ্ট অতিথিৰূপে দিয়া ভাষণৰ কিছু অংশ সংযোগ কৰা হ'ল ঃ

...............সন্দিকৈ মহোদয়ৰ 'অনুবাদৰ কথা' নামৰ এটি মূল্যৱান প্ৰবন্ধ পঢ়িছিলোঁ। এই দীঘলীয়া প্ৰবন্ধটোত অনুবাদৰ সহায়েৰে অসমীয়া সাহিত্যক টনকিয়াল কৰাৰ বাবে তেওঁ বিস্তাৰিতভাৱে আলোচনা কৰিছে। অনুবাদৰ যোগে পুনৰ্জীৱন লাভ কৰা হাঙেৰীৰ সাহিত্য, চেক্ সাহিত্য আদিৰ বিষয়ে আলোচনা কৰি শেষৰ পিনে এসাৰ বৰ মূল্যবান কথা কৈছে, "বিদেশী সাহিত্যৰ অনুবাদে আৰু এটা কাম কৰিব যিটো কাম জাপানত কৰিছিল আৰু আমাৰ দেশতো কৰিব সেইটো হৈছে লোকতন্ত্ৰ আৰু তুল্যভাৱৰ প্ৰচাৰ, যাৰ অভাৱত সংস্কাৰ আৰু নবীনত্ব সম্ভৱপৰ নহয়।"*

এইখিনিতেই সন্দিকৈ মহোদয়ৰ কথাৰ মহত্ব বিচাৰ কৰি অনুবাদ সম্বন্ধে মই নিজে গম পোৱা কথা এটা ক'ব বিচাৰিছোঁ। এই কথা সঁচা যে তুলসীদাসৰ 'ৰামচৰিত মানস'ৰ ইংৰাজী অনুবাদ হোৱাৰ পাছতহে গোটেই পৃথিৱীতেই বিভিন্ন ভাষাত এই গ্ৰন্থ অনুবাদ হ'ব ধৰিলে। ইংৰাজী ভাষাত গ্ৰীভছ চাহাবে *'ৰামচৰিত মানস'*ৰ এক অপূৰ্ব অনুবাদ কৰিছিল। তেওঁ আছিল মথুৰাৰ ডিষ্ট্ৰিক্ট কলেক্টৰ। ৰামচৰিত মানসৰ পাণ্ডুলিপি সংগ্ৰহৰ কাম তেওঁ কেনেকৈ কৰিছিল তাক ভাবি বিস্ময় মানিব লাগে। তাৰ আগেয়ে অৱশ্যে ইয়াৰ প্ৰথম অনুবাদ প্ৰকাশ কৰে 'আদালত খাঁ' নামৰ মুছলমান পণ্ডিত এগৰাকীয়ে। সেইকালত বৃটিছ বিষয়াসকলক ভাষাৰ শিক্ষা দিবলৈ *'ৰামচৰিত মানস'* পাঠ্যপুথি হিচাপে লোৱা হৈছিল আৰু খাঁ চাহাবে স্কটিছ্ চাৰ্চ কলেজৰ মুন্সীৰ কাম কৰিছিল।

বিশ্ব বিখ্যাত ৰুছ অনুবাদক এলেক্সি বাৰান্নিকভে তুলসীদাসৰ 'ৰামচৰিত মানস' ৰুচ ভাষাত অনুবাদ কৰি সেইসময়ত ভাৰতীয় কলা-সংস্কৃতিৰ বাবে ৰুছ দেশত এখন নতুন দুৱাৰ খুলি দিছিল। বাৰান্নিকভ ইমান বেছি এই অনুবাদত নিমজ্জিত আছিল যে, তেওঁৰ সমাধিত *ৰামচৰিত*ৰ এটা পংক্তি লিখি ৰখা হৈছিল। কেভ (Kiev) চহৰৰ এই সমাধিত লেখা পংক্তিটো আছিল—"Those who are good desire goodness and the evil covet vileness. Nectar is known for its boon of eternal life, and poison for its fatal effect."

............সন্দিকৈ মহোদয় বিশ্বৰ এগৰাকী শ্ৰেষ্ঠ অনুবাদক। তেওঁৰ অনুবাদৰ ৰীতি দেখি সহজে ভাব হয়, মূলৰ ভাব অক্ষুণ্ণ ৰাখিবলৈ তেওঁ অহৰহ চেষ্টা কৰিছে। প্ৰৱৰসেনৰ 'সেতুবন্ধ' নাইবা 'ৰাৱণ বধ' নামৰ প্ৰাচীনতম প্ৰাকৃত মহাকাব্যখন ১৮৮০ চনতে Goldschmidt এ সম্পাদনা কৰি জাৰ্মেনীৰ Strassburgত প্ৰকাশ কৰিছিল। ভাৰতৰ নিৰ্ণয় সাগৰ প্ৰেছে ১৯৩৫ চনত এইখনৰ দ্বিতীয় সংস্কৰণ প্ৰকাশ কৰে। ইয়াত সন্নিৱিষ্ট কৰা হৈছিল ৰামদাসৰ টীকাসমূহ। ...........এই সকলোবোৰৰ সহায়ত সন্দিকৈ মহোদয়ে 'সেতুবন্ধ'ৰ ইংৰাজী অনুবাদ আৰু মহাকাব্যখনৰ গৱেষণামূলক সমীক্ষাৰে এখন অতি মূল্যবান বৃহৎ গ্ৰন্থ ৰচনা কৰিছিল। আহমদাবাদৰ Prakrit Text Society-এ ১৯৭৬ চনত গ্ৰন্থখন প্ৰকাশ কৰি উলিয়াইছিল। পণ্ডিত গৰাকীয়ে এই কাম কিমান আগ্ৰহ আৰু পৰিশ্ৰমেৰে কৰিছিল তাক গম পোৱা যায় গ্ৰন্থৰ পাতনিত লিখা তেওঁৰ উক্তিৰ পৰা—"..................But after translating a few hundred verses, I realized the need to consult other commentaries besides that

